# ৰম্যভূমি

ভবেন্দ্ৰ নাথ শইকীয়া



লয়াৰ্ছ বুক ষ্টল
পাণবজাৰ : গুৱাহাটী

## ৰম্যভূমি

এইখন মোৰ দ্বিতীয় উপন্যাস। প্ৰথমখন হ'ল 'অন্তৰীপ'। 'প্ৰান্তিক' নামৰ পষেকীয়া আলোচনীখনত ধাৰাবাহিক হিচাপে প্ৰকাশ কৰাৰ প্ৰয়োজনত ১৯৮৯ চনৰ মে' মাহৰ ২ তাৰিখে এইখন লিখিবলৈ আৰম্ভ কৰিছিলো, আৰু ১৯৯০ চনৰ ছেপ্তেম্বৰ মাহৰ ১৮ তাৰিখে লিখি শেষ কৰিছিলো। 'প্ৰান্তিক'ৰ ১৯৮৯ চনৰ ষোল মে' সংখ্যাৰ পৰা ১৯৯০ চনৰ এক অক্টোবৰৰ সংখ্যালৈ মুঠতে চৌত্ৰিশটা সংখ্যাত এই উপন্যাসখন ছপা হৈছিল।

২৩ জুলাই, ১৯৯১ চন।

ভবেন্দ্ৰ নাথ শইকীয়া

# এক

বহুদিনৰ আগতে এই ঠাইডোখৰত এখন হাবি আছিল। চহৰৰ আশে-পাশে থকা যেনেকুৱা পুৰণি হাবিৰ কথা ওলালেই বুঢ়াসকলে—তাত দিনতে বাঘ ওলাইছিল, অমুকে তাত কেটেলা পহু ধৰি কলিকতালৈ চালান দিছিল,— ইত্যাদি কাহিনী কয়, এইখিনিত থকা হাবিখনো তেনেকুৱা আছিল। আচলতে তেতিয়া হাবিখনত কি কি আছিল কোনেও আজি সঠিককৈ ক'ব নোৱাৰে, কেৱল হাবিখনৰ কাষেদি ৰেলৰ আলি বহুৱাবৰ সময়ত সুকুমাৰ মণ্ডল নামৰ বনুৱাৰ মহৰী এজনে এডাল প্ৰকাণ্ড অজগৰ সাপ দেখা বুলি, হিউবার্ট নামৰ ইঞ্জিনিয়াৰ এজনে গুলী কৰি সাপডাল মৰা বুলি, আৰু সাপডালৰ ছালখন বাৰ্মিংহামত থকা তেওঁৰ মাক-দেউতাকলৈ পঠিয়াই দিয়া বুলি ৰেল বিভাগত আজীৱন চাকৰি কৰা এজন মানুহৰ হাতে-লিখা আত্মজীৱনীৰ পৰা জনা যায়।

ৰেলৰ আলিটোৱে হাবিখনক দুভাগ কৰিছিল। উত্তৰ ফালৰ ভাগ-টোত হাবিখনৰ প্ৰায় বাৰ অনা, আৰু দক্ষিণৰ ভাগটোত প্ৰায় চাৰি অনা পৰিছিল। হাবিখন সমানে দুভাগ কৰি বহুউৱা হ'লে ৰেলৰ আলিটো একেবাৰে পোন হ'লহেঁতেন; কিন্তু ৰেল বিভাগৰ সেই চাকৰিয়ালজনৰ আত্মজীৱনীখনত পোৱা মতে,—কামটো সুপাৰভাইজ কৰা যুৱকজী মানুহ বাৰ্ট ডেনভাৰ্ছে গছ-গছনি বৰ ভাল পাইছিল। হাবিখনৰ কিছুমান গছ দেখি তেওঁ অভিভূত হৈছিল। ৰেলৰ আলিটো হাবিখনৰ সোঁ-মাজেদি গ'লে যিবোৰ গছ কটা পৰিব, সেইবোৰৰ কিছুমানৰ প্ৰতি তেওঁৰ বৰ মায়া হৈছিল। তিনি দিনমান কাম বন্ধ ৰাখি তেওঁ ওপৰৱালাৰ লগত আলোচনা কৰি ড্ৰইংখনৰ সামান্য সালসলনি কৰিছিল, আৰু মৰম লগা ডেকাৰ নিচিনা, শ্ৰদ্ধেয় ঋষিৰ নিচিনা কিছুমান গছ বচাই দিয়াৰ ব্যৱস্থা কৰিছিল। সেই কাৰণে ঠাইডোখৰৰ কিছু আগৰ পৰা কিছু পিছলৈকে ৰেলৰ আলিটো অলপ ধেনুভিৰীয়া হ'ল।

ঘনশ্যাম চৌধুৰী আছিল সেই সময়ত ৰেলৰ আলিৰ কাৰণে মাটি ঠিক-ঠাক কৰি দিয়াৰ দায়িত্বত থকা হাকিম। তেওঁৰ পূৰ্বপুৰুষৰ ঘৰ আছিল পশ্চিমৰ সোণকোষ নৈৰ পাৰত, কিন্তু তেওঁৰ দেউতাকে নিগাজী ঘৰ পাতিছিল পূবৰ ডিব্ৰু নৈৰ পাৰত।

ঘনশ্যাম চৌধুৰী ওখ-পাখ, বহল বাহু আৰু কিন্দ খাই থকা বুকুৰ মানুহ আছিল। তেওঁৰ শকত-আৱত গোঁফবোৰৰ মুখ দুটা জোঙা

আছিল ; আৰু কথা পাতি থাকোঁতে তেওঁৰ এখন হাতে তেওঁ ক'ব নোৱৰা-কৈয়ে সেই মূৰ দুটা পকাই-পকাই সিহঁতৰ জোঙা আকৃতিটো ঠিক কৰি থাকিছিল। তেওঁৰ মাতটো গৰগৰীয়া আছিল। বুট জোতা পিন্ধি লৈ তেওঁ ডেনভাৰ্চ আৰু হিউবাৰ্ট চাহাবৰ খোজৰ লগত খোজ মিলাই ভৰ দুপৰীয়াৰ ৰ'দত সাত-আঠ মাইল বাট হেলাৰঙে খোজ কাঢ়িছিল, আৰু মাজে-মাজে হঠাতে, সামান্য কথাতে হাঃ হাঃ কৈ হাঁহিছিল। সেই আচম্বিত হাঁহিৰ শব্দত গছৰ চৰাই-চিৰিকতিয়ে উচপ খাই উঠিছিল। দুই-এটা সৰু-সুৰা চৰাই এঠাইৰ পৰা ভুৰুংকৈ উৰি আইন এঠাইত পৰিছিলগৈ, আৰু ফৰক-ফৰককৈ মূৰ লৰাই ক'ত কি হ'ল চাইছিল। কেতিয়াবা সন্ধিয়াৰ পাছত তেওঁ হিউবাৰ্টৰ লগত বিলাতী মদ খাইছিল, তাচ খেলিছিল আৰু ঘৈণীয়েক ইমান দীঘলীয়া সময়, ইমান দূৰত থকাৰ কাৰণে হিউবাৰ্টৰ বেয়া লাগে নে নালাগে সুধিছিল। প্ৰশ্নটোৰ উত্তৰ যিয়েই নহওক, সেইটো শুনিয়েই তেওঁ হাঃ হাঃ কৈ হাঁহিছিল। হিউবাৰ্টে খোৱাতকৈ প্ৰায় দুগুণ পৰিমাণৰ মদ খায়ো ঘনশ্যাম চৌধুৰীয়ে চকুত তিৰবিৰণি আৰু মুখত মিচিকিয়া হাঁহি লৈ পোন হৈ বহি আছিল। এনেয়ে চাহাবৰ লগত কথা পাতিলে তেওঁ মাজে-মাজে আচ্ছা, বাঃ আদি শব্দ উচ্চাৰণ কৰিছিল, কিন্তু সেইখিনি সময়ত ভুলতো তেওঁৰ মুখত এটাও দেশী বা মাতৃভাষাৰ শব্দ ওলোৱা নাছিল। ডেনভাৰ্চ আৰু হিউবাৰ্টৰ মতে ভাৰতীয় হিচাপে ঘনশ্যাম চৌধুৰীয়ে ভাল ইংৰাজী কৈছিল।

সেই হাবিখনৰ মাজত ৰেলৰ লাইনৰ কাম চলি থকাৰ সময়ত এদিন মাটিত বাগৰি পৰি থকা শকত গছৰ টুকুৰা এটাৰ ওপৰত বহি ডেনভাৰ্চে বহুপৰ হাবিখনলৈ চাই থাকি কৈছিল, "মই যদি সদায় ইয়াত থাকিলো-হেঁতেন, তেনেহ'লে এই হাবিখন মোৰ দায়িত্বতে ৰাখিলোহেঁতেন। সদায় নিজে চোৱা-চিতা কৰিলোহেঁতেন। আঃ! ইমান সুন্দৰ!"

গছৰ টুকুৰাটোৰ ইটো মূৰে বহি থকা ঘনশ্যাম চৌধুৰীয়ে চাহাবৰ মুখৰ ফালে চাই ৰৈছিল ; তাৰ পাছত হাবিখনৰ ফালে চকু ঘূৰাইছিল। গছ-গছনিৰ মাজৰ পৰা নানান ধৰণৰ চৰাইৰ মাত আহি আছিল। কিছু-সময় স্থিৰ, শূন্য দৃষ্টিৰে হাবিখনৰ ফালে চাই থাকি হঠাতে তেওঁ কৈছিল, "হাবিখন ময়েই ৰাখি থম।"

ডেনভাৰ্চ চাহাবে ঘনশ্যাম চৌধুৰীৰ চকুলৈ অলপ সময় চাই থাকি সামান্য আনন্দৰ সুৰেৰে সুধিছিল, "সঁচা?"

"সঁচা।"—এইবাৰ চৌধুৰীয়ে জোৰ দি কৈছিল।

সেই তেনেকৈয়ে আৰম্ভ।

তাৰ পাছত এদিন ঘনশ্যাম চৌধুৰীয়ে ৰেলৰ আলিৰ উত্তৰ ফালে পৰা হাবিখনৰ বাৰ অনা অংশৰ সুকীয়া মেপ এখন তৈয়াৰ কৰালে।

এফালে এটা ঠেক ৰাস্তা, ইফালে বেজৰ আলি,—ইয়াৰ মাজৰ পঞ্চল্লিছ বিঘা মাটি তেওঁৰ মেপত উঠিল। চৰকাৰে কৰি দিয়া হিচাপ-পাতি মতে তেওঁ এদিন চৰকাৰৰ ঘৰত ছশ পঞ্চাছ টকা জমা দিলে। তাৰ পাছত দলিল-পত্ৰ সাজু হ'ল।

দলিল-পত্ৰ কৰিবৰ সময়ত ঘনশ্যাম চৌধুৰীয়ে দুদিনমান ধৰি কিছু-মান কথা চিন্তা কৰিলে। দলিল-পত্ৰত থাকিব যোগমায়াৰ নাম। কোনেও কেতিয়াও এইখিনি মাটিৰ ওপৰত যোগমায়াৰ অধিকাৰ সম্পৰ্কে কোনো ধৰণৰ প্ৰশ্ন তোলাৰ সুৰুঙা নাথাকিব। চিৰদিনৰ বাবে সকলো লেঠা মৰা থাকিব। সেই সিদ্ধান্তটো ঘনশ্যাম চৌধুৰীয়ে ডেনভাৰ্ছ চাহাবৰ লগত বহি হাবিখনৰ ফালে চাই থাকোঁতেই লৈছিল। কিন্তু যোগমায়াৰ উপাধিটো? দলিলত কি বুলি লিখা যায়? চৌধুৰী? যোগমায়া নিয়ম মতে চৌধুৰী হ'ল জানো? কিন্তু চৌধুৰী বুলি নিলিখিলেও ভৱিষ্যতে তাইৰ ল'ৰাটোৱে—

সেই দুদিনমান ঘনশ্যাম চৌধুৰী গধূলিৰ পাছত হিউবাৰ্টৰ ঘৰলৈ নগ'ল। নিজৰ অস্থায়ী ঘৰতে মদপানী খাই অকলে-অকলে তাচ খেলি বহি থাকিল। এদিন ৰাতি তাচখিনি জাপি, কাগজৰ বাকচটোত ভৰাই, বাকচটো দূৰৰ মেজখনৰ ওপৰলৈ দলিয়াই দি তেওঁ উচ্চাৰণ কৰিলে,— "দেটছ ফাইনেল"।

তাৰ পাছত এদিন ঘনশ্যাম চৌধুৰীয়ে যোগমায়াক অফিছলৈ লৈ আহিল। গাঁৰি দিয়া মুগাৰ ৰিহা আৰু কপাহী চাদৰেৰে মেৰিয়াই-মেৰিয়াই গাটো প্ৰায় অদৃশ্য কৰি পেলোৱা যোগমায়াই কেইবাখনো কাগজত টিপচহী দিলে।

কামবোৰ শেষ হোৱাৰ পাছত ঘনশ্যাম চৌধুৰীয়ে আইন কোনেও নুশুনাকৈ, গম্ভীৰ মাতেৰে যোগমায়াক ক'লে, "আজিৰ পৰা তুমি তোমাৰ উপাধিটো চৌধুৰী বুলি ক'বা। এনেয়ে কৈ ফুৰিব নালাগে, এই মাটি-বাৰীৰ নিচিনা কথা ওলালে যেতিয়া ক'বই লাগে, তেতিয়া ক'বা।"

অফিছৰ কোঠালিটোৰ পৰা ওলাই আহি বাৰান্দাতে যোগমায়াই চাদৰৰ আঁচলেৰে চকুপানী মচিলে।

কিছুদিনৰ পাছত ঘনশ্যাম চৌধুৰীয়ে পঞ্চল্লিছ বিঘা মাটিৰ দলিল-পত্ৰ ডাঠ কাগজৰ লেফাফা এটাত ভৰাই লৈ যোগমায়াহঁতৰ ঘৰলৈ গ'ল। তাত তেওঁ এৰাতি থাকিল আৰু আহিবৰ সময়ত লেফাফাটো যোগমায়াক দি ক'লে, "ভালকৈ ৰাখিবা।"

বহুদিনৰ পাছত এদিন ঘনশ্যাম চৌধুৰী বেলেগে এইখন ঠাইলৈ আহিল। হাবিখন পোৱাৰ বহুত আগতেই তেওঁ বেজৰ ভৰাৰ দক্ষিণ

ফালৰ খিৰিকিৰ পৰা উত্তৰ ফালৰ খিৰিকিৰ কাষলৈ আহি ভালকৈ ৰহি ললে, আৰু হাবিখন অহালৈ বাট চাই থাকিল।

ঠিকেই আছে। মানুহৰ খোজ পৰি-পৰি দুঠাইত দুটা লুৰলুৰীয়া বাট হৈছে। এঠাইত এটা মানুহে হাঁকুটি লগোৱা দীঘল ডাঁৰ এডালেৰে থৰিৰ কাৰণে গছৰ শুকান ডাল পাৰিছে। বাকী ঠিকেই আছে।

সেই সময়ত চাকৰি শেষ হ'বলৈ ঘনশ্যাম চৌধুৰীৰ পাঁচ বছৰমান আছিল। তেওঁ তেতিয়া পৈতৃক ঘৰত থাকি চাকৰি কৰিছিল আৰু চাকৰিৰ শেষৰ পাঁচটা বছৰকে ধৰি জীৱনৰ বাকীছোৱা কাল তেওঁৰ সেই ঘৰতে কটাব লগাৰ সকলো লক্ষণ পৰিস্ফুট হৈ উঠিছিল। তেওঁ তাকে কামনাও কৰিছিল। আৰু এজন বিষয়া আৰু দেউতাকৰ লগ লাগি তেওঁ সেইফালেই এখন সৰু চাহ-বাগিচা আৰম্ভ কৰাৰ কথা চিন্তা কৰিছিল। এটা ডাঙৰ পুখুৰী খনোৱা, আৰু তাৰ চাৰিওফালে অসংখ্য নাৰিকল গছ লগোৱাৰ ভাব এটাও মাজে-মাজে তেওঁৰ মনলৈ আহি আছিল। সেইবোৰ কামত হাত দিয়াৰ আগতে তেওঁ এইফালৰ এটা জঙ্গাল শেষ কৰিবলৈ বুলি কিছুদিনৰ বাবে এইখন ঠাইলৈ আহিছিল।

হাবিখনৰ ইটো কাষে থকা ৰাস্তাটো ইতিমধ্যে আগতকৈ বহল হৈছিল। দুফালৰ পৰা অহা দুখন সৰু গাড়ী অনায়াসে ৰাস্তাটোৰেদি পাৰ হৈ গৈছিল।

সেই ৰাস্তাৰ কাষতে প্ৰায় এবিঘামান মাটিত ঘনশ্যাম চৌধুৰীয়ে কাম আৰম্ভ কৰালে। চাৰি কুঠলীয়া এল পেটাৰ্নৰ ঘৰ এটা, আৰু আগফাল-পিছফালৰ চোতালৰ জোখাৰে মাটি মুকলি কৰালে। যি জোপা গছ নাকাটিলেও হয়, সেইজোপা কাটিবলৈ নিদিলে; কেৱল জোপোহাবোৰ কটাই গোটেই মাটিবিঘা খোজ কাঢ়ি ফুৰিব পৰাকৈ চাফা কৰালে। ঘন-ঘনকৈ বগালী এৱাৰ ডাল ৰোৱাই চাৰিওফালে বেৰ দিয়ালে। মাজতে শাল কাঠৰ খুটা-বাতামেৰে মজবুতকৈ টিং-বঙলাটো সজোৱাৰ কাম আৰম্ভ কৰিলে।

ঘৰটো সজা শেষ নোহোৱালৈকে ইয়াতে থকাটো ঘনশ্যাম চৌধুৰীৰ কাৰণে সম্ভৱপৰ নাছিল। তাহানি ইয়াত চাকৰি কৰা দিনতে বিশ্বাসী আৰু কামৰ মানুহ বুলি চিনাক্ত কৰা গোলোকেশ্বৰ নামৰ মণ্ডল এজনক কামটোৰ দায়িত্ব দি তেওঁ গ'লগৈ। মাজতে আকৌ এবাৰ আহিল। তেওঁ যেতিয়া তৃতীয় বাৰৰ বাবে আহিল, তেতিয়া গোলোকেশ্বৰে কাম প্ৰায় শেষ কৰি আনিছে; কেৱল ঘৰটোত চূণ-তেল দিবলৈ আছে। চালৰ দুয়োফালে টুপ ভঙা; আগফালৰ বাৰান্দাখনত এটা টুপ; তাৰ তলৰ কাঠত ছালি ধৰি থকা ম'ৰা চৰাই। কোচবিহাৰৰ মিস্ত্ৰিয়ে নিমজকৈ, কাৰুকাৰ্য খটুৱাই কাটি উলিয়াইছে।

ঘনশ্যাম চৌধুৰীয়ে অলপ দূৰৰ পৰা কিছু সময় সেইফালে চাই থাকি ক'লে,---"ভুড"।

সেইবাৰ ঘৰলৈ ওভতোঁতে ঘনশ্যাম চৌধুৰী যোগমায়াহঁতৰ ঘৰত সোমাই গ'ল। এৰাতি থাকিলো। যোগমায়াক তেওঁ ক'লে---পঞ্চল্লিছ বিঘা মাটি আৰু ঘৰ সাজু, তাই যেতিয়াই মন যায় তাত থাকিবলৈ যাব পাৰে। সেয়া তাইৰ মাটি, তাইৰ ঘৰ।

যোগমায়াও ক'ৰবালৈ গুচি যাবলৈ ব্যাকুল হৈ উঠিছিল। বাপেকৰ ঘৰত তাইক ভাল পোৱা মানুহ নোহোৱা হৈ আহিছিল। বাপেক আৰু ককায়েক দুটাই তাইৰ ল'ৰাটো পাত হোৱা দিনৰে পৰা চিন্তা কৰিবলৈ লৈছিল---ঘনশ্যাম চৌধুৰীয়ে কেতিয়া তাইক লৈ যাব। জেওৰাখনৰ সিফালৰ ঘৰটোতে থকা হাকিমক বাপেকে মাজে-মাজে, ভয়ে-ভয়ে কথাটো সুধিছিলো। ঘনশ্যাম চৌধুৰীয়ে প্ৰায়েই কৈছিল,---ইমাননো লৰালৰি কিহৰ? এইখনেই আমাৰ সকলোৰে ঘৰ বুলি ধৰকচোন।

সকলোৰে ঘৰখন চলাবলৈ ঘনশ্যাম চৌধুৰীয়ে যোগমায়াৰ বাপেকৰ হাতত টকা গুজি দিছিল;---বিছ টকা, পঞ্চাছ টকা, এশ টকা।

যোগমায়াৰ ডাঙৰ ককায়েকটোৱে এদিন ঘৰৰ ভিতৰতে গৰ্জিছিল,---টকাসোপা দি থাকিলেই হ'ব নে কি? আমাৰ মান-সন্মান বোলা কথা এটা নাই? সমাজ-ঘৰ-সংসাৰ বোলা কথা এটা নাই?

তাৰ কিছুদিনৰ পাছতে ডাঙৰ ককায়েকটোৱে কাছাৰিত চাকৰি এটা পাইছিল। চাকৰিৰ পাছতে তাৰ বিয়া। ঘনশ্যাম চৌধুৰীয়ে সেইখন তেওঁৰ ঘৰৰ বিয়া বুলিয়েই লৈছিল। নোলোৱা হ'লে সিমান সোনকালে বিয়াখন নহ'লেইহেঁতেন।

বিয়াখনৰ কিছুদিনৰ পাছতে ঘনশ্যাম চৌধুৰী তাৰ পৰা বদলি হৈ গৈছিল। তেতিয়া যোগমায়াৰ ল'ৰাটোৰ বয়স ডেৰ বছৰ। তাৰ এবছৰমান পাছত তাইৰ নবৌয়েকৰ ল'ৰা এটা হৈছিল। যোগমায়া লাহে-লাহে নবৌয়েকৰ বনকৰা তিৰোতাত পৰিণত হৈছিল। ঘনশ্যাম চৌধুৰীৰ পইচাৰে কিনা গাখীৰৰ ভাগো তাইৰ ল'ৰাটোৱে নোপোৱাত দিন পৰিছিল। সৰু ককায়েকটোৱে হঠাতে মাজে-মাজে তাইৰ হৈ মুখ খুলি চিঞৰ-বাখৰ কৰিছিল; আৰু সেই চিঞৰ-বাখৰৰ ফলস্বৰূপে---ঘৰখনৰ পৰা সি আৰু যোগমায়া ওলাই যাবলে, ককায়েক-নবৌয়েক ওলাই যাব, ঘৰখন সেইটো প্ৰশ্নৰ মুখামুখি হৈছিল। ডাঙৰ ককায়েকে বাপেকক কৈছিল,---"ভালে। ঠিক কৰি দে। এই কথাই কথা নহয়।" টো

বাপেকে নিজৰ কপালক জুৰিছিল। ছৈণীয়েকে তেওঁলোকক এনে অসময়তে এৰি থৈ যোৱাৰ কাৰণে ছৈণীয়েককো জুৰিছিল। তেওঁৰ মাকী-ছৈণীয়েক থকা হ'লে ঘৰখনৰ এনে অৱস্থা হ'বলৈকে নাপালে। যোগমায়াক ঠিক

এনে অৱস্থা নহ’লেইহেঁতেন। সীমাতে থকা অকলশৰীয়া হাকিমক যেপাঁয়েকেও নিশ্চয় বান্ধি-বাড়ি খুৱালেহেঁতেন ; কিন্তু তেওঁ দুয়োবেলা বঢ়া ভাত হাকিমক দি আহিবলৈ যোগমায়াক অকলে নপঠিয়ালেহেঁতেন ।

এদিন গধূলি তেওঁ চুচুক-চামাককৈ ঘনশ্যাম চৌধুৰীৰ ওচৰ চাপিছিল। কিছু সময় তলমূৰকৈ বহি থাকি তেওঁ কৈছিল,—“আপুনি ঘৰ-সংসাৰ থকা আদহীয়া মানুহ। ডাঙৰ মানুহ। এইটো ভাল কাম নহ’ল নহয়।”

মোচৰ আগ এটা জোঙা কৰি থকা ঘনশ্যাম চৌধুৰীয়ে সেই কামটো বন্ধ কৰি কৈছিল, “কিছুমান বেয়া কাম মানুহে অকলে কৰিব নোৱাৰে নহয়! সেইবোৰ বিচাৰ কৰিবলৈ গ’লে কথা ডাঙৰ হ’ব। ক্ষতি আপোনালোকৰে হ’ব।”

যোগমায়াৰ বাপেকে ভয় খাই গৈছিল।

অলপ পাছত ঘনশ্যাম চৌধুৰীয়ে গৰগৰীয়া মাতেৰে, লাহে-লাহে কৈছিল, “যোগমায়াৰ কোনো অসুবিধা নহয়। তাৰ ব্যৱস্থা মই কৰিম। আপোনালোকে কেৱল মোৰ বাহিৰে,—মোৰ ঘৰ-সংসাৰ,—একোৰে,—কাৰো বিচাৰ নলব। মোৰ লগত আপোনালোকৰ সম্পৰ্ক, আপোনালোকৰ লগত মোৰ সম্পৰ্ক,—বাচ,—কথা সিমানেই।”

অলপ ৰৈ ঘনশ্যাম চৌধুৰীয়ে কৈছিল, “আপোনালোকে মোৰ ঘৰ-সংসাৰৰ খবৰ ললে মই যোগমায়াৰ খবৰ লবলৈ এৰি দিব লাগিব।”

কথাখিনি কৈ তেওঁ মোচৰ ইটো মূৰ জোঙা কৰিবলৈ লৈছিল।

সেইদিনা ৰাতি যোগমায়াক মুখে-মুখে পঞ্চল্লিছ বিঘা মাটি আৰু ঘৰটো চমজাই দিওঁতে ঘনশ্যাম চৌধুৰীয়ে প্ৰায় সেই একেখিনি কথাকেই মৰমৰ সুৰত ক’লে। —“শান্তিৰে থাকাগৈ। সুখেৰে থাকাগৈ। ল’ৰা-টোক ডাঙৰ কৰা। মইতো আছোঁৱেই। কিন্তু তোমাৰ ওচৰত নথকা সময়খিনি মই ক’ত আছোঁ, কি কৰিছোঁ, সেইবোৰ চিন্তা নকৰিবা। ধৰি লবা,—থ’তে আছোঁ ভালে আছোঁ।”

অলপ পৰ মনে-মনে থাকি ঘনশ্যাম চৌধুৰীয়ে সুধিলে, “কেতিয়ামানে যাবা?”

যোগমায়াই সেইটো প্ৰশ্নৰ উত্তৰ নিদি সুধিলে, “ইমান দূৰত, তেনেকুৱা ঠাইত মই অকলে থাকিব পাৰিম জানো?”

“পাৰিবা। ওচৰে-পাজৰে দুই-এঘৰ মানুহ বহিছেই। দোকান নো দেখি আহিছোঁ। গোলোকেশ্বৰ নামৰ মানুহ এটা আছে, সি থা-ৰ কৰি থাকিব। বুঢ়া মানুহ এটাক ঘৰটোৰ চকীদাৰ পাতি থৈ ছোঁ। সি নমৰে মানে তাতে থাকিবই।”

অলপ পৰ মনে-মনে থাকি ঘনশ্যাম চৌধুৰীয়ে সুধিলে, "এও লক্ষেশ্বৰে তোমাক থৈ আহিবগৈ নোৱাৰিব জানো? গ'ল, দুদিনমান থাকি তোমা-লোকৰ খান-খিত লগাই দিলে, তাৰ পাছত গুচি আহিল। নোৱাৰিব জানো?"

লক্ষেশ্বৰ, মানে সৰু ককায়েকটোৰ বাহিৰে সহায় বিচাৰিবলৈ যোগমায়াৰ কোনো নাছিলো। তাৰ লগতে এদিন ল'ৰাটোৰ হাতত ধৰি যোগমায়াই যাত্ৰা আৰম্ভ কৰিলে, আৰু এসময়ত চৌৱাল্লিছ বিঘা হাবিৰ মাজৰ এল পেটাৰ্নৰ ঘৰটোত উপস্থিত হ'লহি।

ঘৰটোৰ পিছফালে থকা খেৰ-বাঁহৰ জুপুৰী এটাৰ সমুখত বুঢ়া চকীদাৰ অনন্তই ওখ পীৰা এখনত বহি মৰাপাটৰ ৰছী বটি আছিল। সি তাৰ পৰাই যোগমায়াহঁত সোমাই অহা দেখিছিল। সি খালী গাৰে আছিল। তাৰ বুকুৰ কামিহাড়বোৰ জিলিকি আছিল। সি সাউৎকৈ জুপুৰীটোৰ ভিতৰলৈ গ'ল আৰু গামোচা এখনেৰে গাটো ঢাকি ওলাই আহিল। ঘৰ-টোৰ মূধৰ ফালেদি আগ চোতাললৈ আহি সি এবাৰ যোগমায়াৰ মুখলৈ, এবাৰ লক্ষেশ্বৰৰ মুখলৈ, এবাৰ ল'ৰাটোৰ মুখলৈ চাই আকৌ লক্ষেশ্বৰৰ মুখলৈ চাই ৰ'ল।

লক্ষেশ্বৰেও অলপ সময় দুই-এভাগৰ বাহিৰে বাকী এটাইবোৰ বগা হোৱা ডাড়ি-গোঁফে ঢাকি ৰখা অনন্তৰ মুখখনলৈ চাই ৰ'ল; তাৰ পাছত সি সুধিলে, "এইটো ঘনশ্যাম হাকিমৰ ঘৰ নহয় জানো?"

অনন্তই প্ৰথমতে মূৰ দুপিয়ালে, তাৰ পাছত ক'লে, "হয়।"

লক্ষেশ্বৰে অলপ সময় কথা বিচাৰি মনৰ ভিতৰতে ইফাল-সিফাল কৰিলে; তাৰ পাছত মনলৈ সাহ গোটাই, প্ৰয়োজনতকৈ অলপ বেছি ডাঙৰ মাতেৰে ক'লে, "এইটো হাকিমৰ ল'ৰা, এয়া তাৰ মাক। ইহঁত ইয়াত থাকিবলৈ আহিছে।"

অনন্তই স্থিৰ দৃষ্টিৰে যোগমায়াৰ মুখলৈ চাই ৰ'ল। সি লাহে-লাহে হাত দুখন লগ লগাই কপাললৈ তুলিলে। কিন্তু এক মুহূৰ্তৰ পাছতে যেন সি সাৰ পালে। "অকণমান ৰ'ব"—বুলি কৈ সি লৰালৰিকৈ জুপুৰী-টোৰ ভিতৰলৈ গ'ল আৰু চাবি একোচা লৈ ওলাই আহিল। ঘৰটোৰ পিছ বাৰান্দাৰ দুৱাৰখনৰ তলাটো খুলি সি ভিতৰৰ পৰা আগ বাৰান্দাৰ দুৱাৰখন খুলি হাতযোৰকৈয়ে ক'লে, "আহক।"

লক্ষেশ্বৰ সোমাই গ'ল। তাৰ পিছে-পিছে ল'ৰাটোও সোমাই গ'ল। যোগমায়া অলপ সময় ৰৈ থাকিল। তাইৰ চকু দুটা মুদ খাই আহিল। চকু মুদি তাই কিবা ভাবিলে, তাৰ পাছত বাৰান্দাখনলৈ উঠা খিৰিটো চুই সেৱা কৰিলে। তাৰ পাছত তাই সোমাই গ'ল।

অনন্তই লক্ষেশ্বৰহঁতক ঘৰটোৰ চাৰিওটা কোঠালি দেখুৱালে। চকী-মেজ, পালেং, আলনা, আইনা, বেঞ্চ,—সৰকাৰী প্ৰায় সকলো বস্তু ঠিক

ঠায়ে-ঠায়ে সজাই থোৱা আছে। বস্তুবিলাক নতুন, কেৱল সেই-বিলাকৰ ওপৰত ধূলিৰ পাতল চামনি একোটা পৰিছে। লেপ-তুলি-গাৰু আদি ডাঙৰ পালেংখনৰ ওপৰতে মেৰিয়াই থোৱা আছে। অনন্তই এটা ডাঙৰ কাঠৰ বাকচ আৰু দুটা টিনৰ বাকচ খুলি দেখুৱালে,—তিনিওটা নানা-ধৰণৰ কাপোৰেৰে ভৰি আছে। পাগঘৰৰ এটা চুকত কেৰাহী, ছছপেন, কাঁহী-বাটি, কলহ, ঘটি, বাল্টি,—বহুতো বাচন দ'ম খাই আছে। অইন এটা চুকত আছে পাঁচটা হাৰিকেন লেম আৰু দুটা পিতলৰ চাকি।

অনন্তই প্ৰথমতে মূল শোৱা কোঠালিটো সাৰি-মচি ডাঙৰ পালেং-খনত বিছনা পাৰি দিলে। লক্ষেশ্বৰে প্ৰথমতে আগফাল-পিছফাল কৰি ঘৰটো, বাৰীখন, হাবিখন চাই কিছু সময় কটালে, তাৰ পাছত সিও বুঢ়াক সহায় কৰিবলৈ ললে। এইখন মেজ এইখিনিলৈ আনো, ধৰা। এইটো বাকচ সৌখিনিত থওঁ, ধৰা। যোগমায়াৰ ল'ৰাটোৱে বাৰে-বাৰে বাহি-ৰলৈ দৌৰ মাৰে; মাকে বাৰে-বাৰে চিঞৰে,—অকণ, অকণ। অকণ উজ্জ্বতি আছে।

এসময়ত দুটা কোঠালি মোটামুটি চিজিল লাগিল; অন্ততঃ যোগমায়া-হঁতে থাই-বহি সময় কটাব পৰাকৈ চিজিল লাগিল। শেষৰ বাৰ শোৱা কোঠালিটোলৈ সোমাই আহি অকণে ডাঙৰ বিছনাখনলৈ চাই ৰ'ল। শুধ বগা নতুন বিছনা-চাদৰ, শুধ বগা গিলিপ লগোৱা চাৰিটা নতুন গাৰু। অলপ পাছত সি মাকক সুধিলে, "কাৰ বিছনা মা?"

যোগমায়াই বিহাখন জাপি আছিল; একো নক'লে।

"আমাৰ নেকি?" অকণে আকৌ সুধিলে।

যোগমায়াই এবাৰ আঁৰ চকুৰে বিছনাখনৰ ফালে চাই ললে, তাৰ পাছত চাদৰখন জাপিবলৈ ললে। ঘৰত তাইৰ বিছনাখন এখন ঠেক তক্তাপোচ; তাৰ ওপৰত ফটাকানিৰ ফিটাৰে বোৱা দুখন ফটাকানি-কাপোৰ, তাৰ ওপৰত নানান ধৰণৰ দাগেৰে চমকা-চমক হোৱা বিছনা-চাদৰ। অকণে বেছিভাগ সময় তাইৰ গাৰ ওপৰত ভৰি এখন তুলি ভাইক সাৱটি মাৰি ধৰি শুই থাকে। সি বাগৰ সলাই আঁতৰি যাব খুজিলে ভাই তাক সাৱটি মাৰি ধৰি থাকে,— পৰে বুলি। সেই কাৰণেই বিছনা-খনে সিহঁত দুইটাকে আঁটি যায়। যোগমায়াৰ বিছনাখনৰ এখন তুলি আছিল; সেইখন ভাই আগশ্ৰাজৰ আলহীৰ বিছনাত পাৰি দিছিল। হঠাতে কেতিয়াবা ঘনশ্যাম চৌধুৰী ওলাবহি,—সেই আশাত। বেছিভাগ ৰাতি সেইখনত তাইৰ ডাঙৰ ককায়েকৰ খুলশালীয়েকটো শুইছিল; আৰু কোনো নথকা সময়ত পোহনীয়া বুঢ়ী মেকুৰীজনী গোল হৈ পৰি থাকিছিল।

দুবাৰ সোধোঁতেও মাকে একো নোকোৱা দেখি অৰুণে অলপ ভয় খালে। এবাৰ মাকৰ মুখলৈ চাই সি আকৌ বিছনাখনলৈ চালে। তাৰ ভাওৰ মোমায়েক-মামীয়েকৰ ইমান ভাওৰ বিছনা এখন আছে, কিন্তু সেইখনত উঠিলে মামীয়েকে তাক গালি পাৰে। কেতিয়াবা মাৰেও। অলপ পৰৰ পাছত সি আকৌ সুধিলে, "কাৰ বিছনা মা? আমাৰ নে কি?"

যোগমায়াই আলনাডালৰ ফালে মুখ ঘূৰাই মুখৰ ভিতৰতে লাহেকৈ ক'লে, "ওঁ"।

লগে-লগে অৰুণে দৌৰ মাৰি বিছনাখনৰ মাজ ভাগতে পেট পেলাই পৰিলগৈ। তাৰ ভৰি দুখন বিছনাৰ বাহিৰত থাকিল, তথাপি যোগমায়াই ক'লে, "ভৰি নুতুলিবি।"

অৰুণে সোঁ হাতেৰে বিছনা-চাদৰখনৰ ওপৰত লাহে-লাহে হাত বুলাবলৈ ধৰিলে। অলপ পাছতে তাৰ চকু মুদ খাই আহিল, আৰু সেইটো ভংগীতে সি শুই থাকিল। এসময়ত যোগমায়াই লগত অনা পামোচা এখন বিছনাখনত পাৰি তাৰ ওপৰলৈ অৰুণৰ ভৰি দুখন তুলি দিলে, আৰু তাৰ গাটো ঘূৰাই ভালকৈ শুৱাই দিলে। তাৰ মূৰৰ তলত ওচৰতে থকা গাৰু এটা সুমুৱাই দিবলৈ তাইৰ মন নগ'ল।

লালকাল টোপনিৰ পৰা অৰুণক যোগমায়াই তুলিলে ভাত খোৱৰ সময়ত। ভাত মানে,—যোগমায়াহঁতক জুৰাব পৰাকৈ অনন্তৰ যোগাৰ একো নাছিল। হাবিখনৰ মাজেৰে দৌৰি-দৌৰি, বেলৰ আলিটো পাৰ হৈ সি সাধন কছাৰীৰ জুপুৰী ওলালগৈ। সাধনে এহাল কুকুৰা আৰু এহাল হাঁহ পুহিছে। হাঁহৰ কণী আছিল দুটা। তাকে লৈ অনন্ত দৌৰিল হাবিখনৰ ইকাষৰ আলিৰ পাৰৰ সনাতনৰ দোকানলৈ। তাৰ পৰা ললে এপোৱা তেল-বিয়লী মণ্ড মাহ। ঘৰত আছিল বগৰীটোৰ সমান বং-পুৰীয়া আলুগুটি কেইটামান। তাৰেই ভাত। বেলি নহিয়াইছিল। যোগমায়াহঁতৰ বৰ ভোক লাগিছিল। ভাতখিনি সিহঁতে অমৃত হেন পালে।

প্ৰায় গোটেই নিশা টোপনি খতি। অৰুণে ভাত খাওঁতে চকু ভালকৈ মেলাই নাছিল। সি আকৌ শুই থাকিলহি। বিছনাখনৰ ভৰি-পথালৰ ফালে পথালিকৈ যোগমায়ায়ো দীঘল দিলে। সিটো কোঠালিৰ বিছনা-খনত লক্ষেশ্বৰ। অলপ পাছতে মূল ঘৰটোৰ সাৰ-সুৰ নোহোৱা হ'ল। হাবিখনত নানান খৰণৰ চৰায়ে বৈ-বৈ মাতি থাকিল আৰু পাগঘৰৰ ভিতৰত অনন্তই খুট-খাট কৰি থাকিল।

বাচন-বৰ্তন সামৰি অনন্ত অলপ সময়ৰ কাৰণে পাগঘৰৰ মজিয়াতে থৰ হৈ বহি ৰ'ল। ঘৰটো সজা শেষ হৈ অহাৰ ফালে সি যেতিয়া ইয়াত থাকিবলৈ ললে, তাৰ পাছত ঘনশ্যাম চৌধুৰীৰ লগত তাৰ দুবাৰ দেখা। এবাৰ দিনত, এবাৰ ৰাতি। দিনত লগ পোৱা বাৰ হাকিমে কৈছিল,—

"মোৰ ঘৰৰ মানুহ ইয়াত থাকিবলৈ আহিব। তই চব ফালে চকু ৰাখিবি।" যাতি লগ পোৱা বাব কৈছিল,—"চাবি, মেম চাহাবে যেন একো অসুবিধা নাপায়। হুঁছিয়াৰ।"

কিন্তু এয়া কোন আহিল? হাকিমৰ ঘৰৰ মানুহ? মেম চাহাব?

অনন্তই মজিয়াৰ ফালে চাই থাকোঁতেই যেন যোগমায়াক দেখা পালে। বৰ ওখ নহয়, কিন্তু ওখ। অলপ শকত; গা-গাৰি মঙহাল; গাৰ ৰং বগা; চকুযোৰ ডাঙৰ-ডাঙৰ, কিন্তু চকুযোৰত যেন পোহৰ কম। চুলি-বোৰ অলপ ক'লা পৰিছে। খোজ-কাটল গহীন-গম্ভীৰ। মাতটো কোমল। বয়স কিমান হ'ব? ত্ৰিছ? নহয়, কম হ'ব। পঁচিছ? হ'ব পাৰে। সিমানেই হ'ব।

লগে-লগে ঘনশ্যাম চৌধুৰীৰ চেহেৰাটোও অনন্তৰ মনলৈ আহিল। ৰঙচুৱা গালখনৰ তলত জোঙা-মুৰৰ গোঁফযোৰ; —খতটোৰ কিছু চুলি পকিছে; চকুৰ তলৰ মঙহখিনি উখহা যেন লাগে। একো সময়ত গপ-গপকৈ খোজ কাঢ়ে, মিস্ত্ৰিক কিবা এটা বুজাবলৈ নিজে জখলাইদি উঠি যাব খোজে, একো সময়ত মিস্ত্ৰিকেইটাই নিজৰ বাবে সাজি লোৱা টুলখনত মনে-মনে বহি থাকে আৰু ভাগৰুৱা মাতেৰে কয়, "অনন্ত, চাহ অকণমানৰ যোগাৰ হ'বনে?"

মানুহজনৰ বয়স পঞ্চাছ বছৰো হ'ব পাৰে, ষাঠি বছৰো হ'ব পাৰে।

তেওঁৰ মেম চাহাব এয়া?

অলপ পাছতে অনন্তই সেই চিন্তা এৰিলে। এই সাঁজটো কোনোমতে পাৰ হ'ল। কিন্তু এসাঁজ-দুসাঁজৰতো কথা নহয়। কিমান কি বস্তু লাগিব, সি একালৰ পৰা ভাবি গ'ল। লগে-লগে সি পাকঘৰৰ বস্তুবোৰো থান-থিত লগাবলৈ ধৰিলে। তক্তা পাতি ওপৰত কিছুমান বস্তু চিজিল লগাই থলে। শেষত সি তাৰ হাতত থকা গোটেইখিনি পইচা উলিয়াই হিচাপ কৰি চালে। আৰু পইচা লাগিছিল; কিন্তু যোগমায়াহঁতক পইচাৰ কথা ক'বলৈ তাৰ বেয়া লাগিল। আৰু—কিবা ঘৰুৱা কথা পাতিবলৈ হ'লে যোগমায়াৰ লগত পাতিব নে লক্ষেশ্বৰৰ লগত পাতিব, সেইটোও সি ঠিক কৰিব নোৱাৰিলে।

এসময়ত অনন্তই লক্ষেশ্বৰক জগাই দি ক'লে, "আকৌ শোৱে যদি দুৱাৰকিখন ভিতৰৰ পৰা মাৰি থওক বাবু। মই বজাৰৰ পৰা আহোঁগৈ।" তাৰ পাছত সি পাছি, মোনা, খালী টিন, বটল আদি লৈ আধামাইল দূৰৰ বজাৰখনলৈ ওলাই গ'ল।

যোগমায়াৰ যেতিয়া টোপনি ভাগিল, তেতিয়া ভিতৰখন আন্ধাৰ হৈছে। এক মুহূৰ্তমানৰ বাবে তাই ধৰিবই নোৱাৰিলে—তাই ক'ত আছে, ক'ত সাৰ পাইছে। অলপ সময় তাই অকণৰ ফালে চাই ৰ'ল, তাৰ পাছত

লাহে-লাহে উঠি আহিল। লক্ষেশ্বৰ আগতে উঠিছিল। অনন্তই দিয়া চুজি-ভাজি আৰু চাহ খাই সি আগফালে চোতালত চকী এখনত বহি আছিল।

যোগমায়াই পিছ-চোতালৰ একাষৰ পা-ধোৱা ঘৰটোত মুখ ধুই থাকোঁতে ঠিক কৰিলে—এতিয়া তাই অনন্তৰ লগত কথা পাতি অন্ততঃ পাগঘৰৰ সংসাৰখনৰ খবৰ লোৱা ভাল। এনেকৈ তিনিটাকৈ প্ৰাণী হঠাতে আহি মনে-মনে থকাটো ভাল কাম নহয়।

"আপুনি আমি আহিম বুলি খবৰ পাইছিল ?"—বাৰান্দাৰ টুল এখনত বহি, চাদৰৰ আগেৰে চাহৰ গিলাছটো ধৰি লৈ যোগমায়াই অনন্তক সুধিলে।

অনন্তই যেন যোগমায়াই কাক কথাষাৰ সুধিছে বুজাই নাই, তেনে-কুৱা ভংগীৰে এক মুহূৰ্ত যোগমায়াৰ মুখলৈ চাই ৰ'ল, তাৰ পাছত ক'লে, "নাই, নাই পোৱা মে—মেম চাহাব। চাহাবে কৈছিল, মেম চাহাব ইয়াত থাকিবলৈ আহিব, কিন্তু কেতিয়া আহিব সেইটো কোৱা নাছিল।"

যোগমায়াৰো চকু দুটা থৰ হৈ গ'ল। তাইৰ বুকুখন মুহূৰ্তৰ বাবে চিৰিংকৈ উঠিল। মেম চাহাব ? কোন মেম চাহাব ইয়াত থাকিবলৈ আহিব ? অকণমান সময় অনন্তৰ চকুলৈ চাই থাকি তাই সুধিলে, "মোৰ কথা তেখেতে মেম চাহাব বুলি কৈছিল নেকি ?"

কিজানি অইন কাৰোবাৰ কথাই কৈছিল।

কৈছিলতো! অনন্তই ঠিককৈ মনত পেলাবলৈ চেষ্টা কৰিলে। কপাহী মেখেলা, কপাহী চাদৰে আবৰি ৰখা যোগমায়াৰ গাটোৰ ওপৰেদি সি সাউৎকৈ এবাৰ চকু ফুৰাই ললে। তাৰ অলপ খোকোজাও লাগিল। সি খোকোজা লগাৰ সুৰেৰেই ক'লে, "চাহাবে কৈছিল—মেম চাহাব আহিব, লগত ল'ৰাটো আহিব—"

যোগমায়াই লাহেকৈ হাঁহিলে; ক'লে—"আপুনি মোক মেম চাহাব বুলি নামাতিব।" কি বুলি মাতিব, সেইটো কৈ দিবলৈও যোগমায়াৰ মন গৈছিল; কিন্তু একো নাম বা সম্বোধন লগে-লগে তাইৰ মনলৈ নাহিল।

যোগমায়াৰ হাঁহিটো দেখি আৰু কথাষাৰ শুনি তৎক্ষণাত অনন্তৰ মনটো পাতল-পাতল লাগি গ'ল। সি ক'লে, "আপুনিনো মোক কিয় আপুনি বুলি কৈছে ? চাহাবে মোক বাটৰ পৰা মাতি আনি ইয়াত চকী-দাৰী কৰিবলৈ ৰাখিছে। আপোনালোক মাজিক মানুহ। মোক আপুনি বুলি নামাতিব। বৰ লাজ লাগে। বয়সত অলপ বুঢ়া হ'লো কি হ'ল ?"

যোগমায়াই চাহখিনি খোৱাৰ সময়ত কোনেও কথা নক'লে। চাহ-খিনি খাই যোগমায়া পাগঘৰটোৰ ভিতৰলৈ সোমাই গ'ল। পিছে-পিছে অনন্ত। নতুন জেমটোৰ পৰা ভাজ পোহৰ ওলাইছিল। যোগমায়াই

চাৰিওফালৰ বস্তবোৰ এবাৰ চালে, তাৰ পাছত ক'লে, "মোৰ বৰ ভাগৰ লাগি আহিছিল। তাতে নতুন ঠাই। সেই কাৰণে দিনত একো কামতে হাত দিবলৈ নহ'ল। আপুনি—তুমি বয়সীয়া মানুহজনে ৰান্ধি-বাঢ়ি খুৱাইছা, মই লাজেই পাইছোঁ। হ'ব ৰাক দিয়া, এতিয়াৰ পৰা ময়েই ৰন্ধা-বঢ়া কৰিম। কি ক'ত আছে দেখুৱাই-বুজাই দিয়া।"

অনন্তই দুৰ্ঘোৰ আপত্তি কৰিলে,—সেইটো কেনেকৈ হ'ব? ৰন্ধা-বঢ়া, বাৰী-ঘৰৰ কাম সকলোতে সি পাকৈত। এনেকৈয়ে তাৰ জীৱনৰ আধাখিনি সময় গ'ল। কিয়,—আজি দুপৰীয়া সি ৰন্ধা ভাত-তৰকাৰী যোগমায়াই বেয়া পালে নেকি? —নাই পোৱা; বৰ ভাল পালে। তেনে-হ'লে? এতিয়া যোগমায়াই ৰান্ধিব, অনন্তই বহি-বহি খাব? ছি ছি ছি! বৰ লাজৰ কথা হ'ব। হাকিম চাহাবে শুনিলে কি ক'ব? সেইটো হ'ব নোৱাৰে। অৱশ্যে যোগমায়াৰ পছন্দৰ কিবা বস্ত সি যদি ৰান্ধিব নোৱাৰে, তেনেহ'লে বেলেগ কথা। তেনেকুৱা কিবা ৰান্ধিবলগীয়া হ'লে যোগমায়া পাগঘৰত সোমাব, কিন্তু এনেয়ে পাগঘৰ অনন্তৰ দখলত থাকিব।

পাছৰ ফাললৈ অনন্তৰ মন আৰু মুখ সমানে খুলি গ'ল। —সেইটো সি আজি বাছি-বাছি কণীলগা কুঁচি মাছ কিনি আনিছে; যোগমায়াই আগতে খাই চাওক, তাৰ পাছত যি ক'বলগীয়া আছে ক'ব।

বেৰত ওলোমাই থোৱা কুঁচি মাছটোলৈ চাই যোগমায়াই হাঁহিলে। এইবাৰ তাই বজাৰ খৰচৰ কথা উলিয়ালে। অনন্তই ক'লে,—আজিৰ দিনটো সি গৃহস্থ হৈ চলাই দিলে, কিন্তু কাইলৈৰ পৰা যোগমায়া ঘৰৰ মালিকনী। পইচাৰ বেলিকা মালিক হোৱাৰ তাৰ কোনো উপায় নাই। হাকিম চাহাবে ক'ৰবাৰ পৰা ইয়াৰ এজন হাকিমলৈ তাৰ নামত মাহে পাঁচ টকাকৈ পঠায়; গোলোকেশ্বৰ মণ্ডলে টকা পাঁচটা তাক দি যায়। সেয়াই তাৰ সংসাৰ চলোৱাৰ বন্দবস্ত। এই মাহত গোলোকেশ্বৰ অহাৰ সময় হৈছেই; দুই-এদিনতে ওলাবহি।

"খৰচৰ কাৰণে কেতিয়া কি লাগে কৈ থাকিবা। আজিৰ খৰচখিনিনো কিয় তুমি দিব লাগিছে? কিমান খৰচ হ'ল কাইলৈ ক'বা।"—কথাখিনি কৈ যোগমায়া পাগঘৰৰ পৰা ওলাই আহিব খুজিছে, এনেতে চকু মোহাৰি-মোহাৰি, টোপনিয়াই-টোপনিয়াই খোজ কঢ়াৰ নিচিনাকৈ অৰুণ মূল ঘৰ-টোৰ পৰা ওলাই আহিল।

অনন্তই খোলা মাতেৰে ক'লে, "অ' সৰুবাবুৰ এতিয়াহে টোপনি ভাগিল! আহাঁ আহাঁ, তোমাৰ কাৰণে মই চৰ যোগাৰ কৰি থৈছোঁ।"

তাৰ পাছত সি যোগমায়াক ক'লে,—অৰুণৰ কাৰণে সি গাখীৰ বেলেগে থৈছে, চুজি থৈছে, এটা মিঠায়ো আনি থৈছে। যোগমায়াই অৰুণৰ হাত-মুখ ধুৱাই দিয়াৰ পাছত অনন্তই তাক গাখীৰ-মিঠাই খুৱাবলৈ বহুৱাই ললে।

যোগমায়া আঁতৰি আহিল। তাই মূল ঘৰটোৰ ভিতৰলৈ সোমাই গ'ল। অনন্তই কোঠালিয়ে-কোঠালিয়ে লেম একোটা জ্বলাই থৈ গৈছে। যোগমায়াই এনেয়ে কোঠালিকেইটা ঘূৰি-পকি চালে। এইবাৰ তাইৰ ঘৰটো বৰ ডাঙৰ-ডাঙৰ লাগিল। অলপ সময়ৰ পাছত অৰুণক আনিবলৈ বুলি তাই পাগঘৰৰ ফালে গ'ল। পাগঘৰৰ খোলা দুৱাৰেদি তাই দেখিলে— এখন পীৰাত বহি লৈ অনন্তই মাছ বাছিছে আৰু চকু-তকু পকাই, মুখ-চুখ বেঁকা কৰি কিবা যেন ৰহস্যপূৰ্ণ কথা কৈছে; সমুখত আইন এখন পীৰাত বহি লৈ অৰুণে মাছ বছাও চাইছে আৰু কথাও শুনিছে। যোগমায়াই আন্ধাৰৰ মাজতে থিয় হৈ অলপ সময় সিহঁতলৈ চাই ৰ'ল। অনন্তই মাছৰ টোটোলাটো উলিয়াই অৰুণৰ সমুখত দাঙি ধৰি হিঁ-হিঁ কৈ হাঁহিলে আৰু তাৰ পাছত কিবা এটা কৈ সেইটো মাটিত থলে। অৰুণে থিয় হৈ গোৰোহাৰে সেইটো থেপকৈ ফুটাই দিলে।

লক্ষেশ্বৰ তেতিয়াও আগফালে বহি আছিল। যোগমায়া তাৰ ওচৰত থিয় হ'লহি। লক্ষেশ্বৰে ক'লে, "এইফালে অৰুণমান খোজকাঢ়ি আহোঁগৈ বুলি ভাবিছোঁ। তই অকলে থাকিবলৈ ভয় কৰিবি নেকি?"

"ভয় নকৰোঁ, কিন্তু এন্ধাৰেই হ'ল সেখোন। বেছি দূৰলৈ নাযাবি।"

"নাই নাযাওঁ। এইখিনিতে অৰুণমান—" বুলি লক্ষেশ্বৰ ওলাই গ'ল। অলপ দূৰ যাওঁতেই সি নেদেখা হৈ গ'ল।

যোগমায়াই চকীখন মাজচোতালৰ পৰা বাৰান্দাৰ ছিৰিৰ ওচৰলৈ আনি ললে আৰু এইবাৰ নিজে বহিল।

হাবিখনৰ মাজত ক'ৰবাত কুমটিয়ে মাতিছে। ক'ৰবাত হঠাতে একোটা খৰখৰ শব্দ হৈছে। মাজে-মাজে হাবিখনত জিৰ-জিৰ, সোঁ-সোঁ শব্দ তুলি একোজাক বতাহ যোগমায়াৰ গাৰ ওপৰেদি পাৰ হৈ গৈছে। গছৰ সুৰুঙাইদি দূৰৰ অ'ত-ত'ত দেখা চাকি-লেমৰ পোহৰবোৰে— মাজত থকা গছপাতৰ কঁপনিৰ কাৰণেই নেকি—টিমিক-টামাক কৰি আছে।

# দুই

যোগমায়াই নিজৰ কথা ভাবি নিজেই আচৰিত হ'ল। ক'ৰ মানুহ, ক'ত যে বহি আছেহি! অথচ এইটো বোলে তাইৰ ঘৰ, এইখন তাইৰ বাৰী, এইখন তাইৰে হাবি! কিমান ডাঙৰ বা হাবিখন? পঞ্চল্লিছ বিঘা মাটি মানে কিমান মাটি যোগমায়াৰ ধাৰণা নাই, কিন্তু হাবিখন তাইৰ বৰ ডাঙৰ যেন লাগিল। যিমান দূৰলৈকে আন্ধাৰ আছে, সিমান দূৰলৈকে বিয়পি থকা যেন লাগিল।

কি কৰিব এই প্ৰকাণ্ড হাবিখনৰ মাজত তাই? কেনেকৈ থাকিব এই ইমান ডাঙৰ ঘৰটোত? মানুহজনো যদি ইয়াতে থাকেহি, তেনে-হ'লে এই মাটি, এই ঘৰ সকলো কোঁচ খাই এটা সৰু কোঠালি হৈ পৰিব। সিহঁতৰ ঘৰৰ ওচৰৰ যিটো ঘৰত মানুহজন আছিল, সেইটো ঘৰৰ যিটো কোঠালিত মানুহজনে ভাত খাইছিল, সেইটো কোঠালিৰ সমান ঘৰ এটা হ'লেই তাইৰ হৈ যায়।

অথচ কি ভয়ংকৰ সেই কোঠালিটো!

বাপেকে, ককায়েকে তাইক হুকুম দিয়ে, তাই হাকিমৰ কাৰণে ভাত লৈ যায়; মানুহজনে ভাত খালে তাই অলপ দূৰত ভয় আৰু ভক্তিৰ ভৰত দোঁ খাই থিয় হৈ থাকে। মানুহজনে হুকুম দিয়ে—"চাওঁ, এইখিনিলৈ আহাচোন। বহা।"

এজাক চেঁচা বতাহ হঠাতে গাটোৰ ওপৰেদি বৈ গ'লে যেনেকুৱা হয়; —যোগমায়া জিকাৰ খাই উঠিল।

কি ভয়ংকৰ হুকুম!

এতিয়াও মনত পৰে—যোগমায়াই গাটোৰ মাজতে গছক পৰা কেঁচুৰ নিচিনাকৈ ধৰফৰাইছিল। কেঁচু! হয়, তাই কেঁচুৰেই হয়।

মাত্ৰ এদিন তাই মূৰ তুলি মানুহজনক সুধিছিল, "মই শিৰত সেন্দূৰ লমনে?"

মানুহজন বহুত সময় মনে-মনে খিড়্কীখনত দীঘল দি পৰি আছিল আৰু চুৱা কাঁহী-বাটিখিনি হাতত লৈ যোগমায়া থিয় হৈ আছিল। বহুত সময়ৰ মূৰত মানুহজনে সুধিছিল,—"হুঁ? সেন্দূৰ?"

আৰু কিছু সময় মনে মনে থাকি তেওঁ কৈছিল, "লবা।" তাৰ পাছত তেওঁ বাগৰ সলাইছিল।

যোগমায়াই দীঘলকৈ উশাহ এটা লৈ বুকুখন ভৰাই ললে। ক'ৰবাত কেক-কেককৈ কিবা এটা প্ৰাণীয়ে মাতিলে। যোগমায়াই সেইটো কিহৰ মাত চিনি নাপালে।

অলপ পাছতে লক্ষেশ্বৰ উভতি আহিল। সি ক'লে—অলপ দূৰতে দুঘৰমান মানুহ আছে, এখন দোকানো আছে; তাৰ সিফালে আকৌ আন্ধাৰ। বাটটোকে মনিব নোৱাৰি। সি ভিতৰলৈ সোমাই গ'ল। যোগমায়া বহিয়েই থাকিল। তাই আকৌ ভাবিলে,—কলৈ যে আহিল। তাই বাৰু আহিল, এতিয়া মানুহজন আহিবনে? কেতিয়া আহিব?

দিনত ভালকৈ শুইছিল কাৰণেই নেকি, বহু ৰাতিলৈকে যোগমায়াৰ টোপনি নাহিল। এইবাৰ তাই বিছনাখনত যেনেকৈ শুব লাগে তেনেকৈ শুইছিল। এটা গাৰুৰে অকণৰ গাৰ সিফালে ভেটা মাৰি লৈছিল। প্ৰকাণ্ড বিছনা; অকণ বাগৰি পৰাৰ কোনো ভয় নাই; তথাপি।

কেইদিনমানৰ পাছত এদিন লক্ষেশ্বৰে যোগমায়াক ক'লে,—সিতো ঘৰলৈ যাব লাগিছিল।

যোগমায়াই ক'লে, "থাকচোন আৰু কেইদিনমান। ঘৰলৈ গৈ নো কি কৰিবি?"

ঘৰত লক্ষেশ্বৰৰ তেনেকুৱা জৰুৰী কাম নাই। সি বেপাৰ কৰিবলৈ লৈছে। তামোল, এলুমিনিয়ামৰ বাচন, মলা থপাত,—যেতিয়া যিহৰে সুবিধা হয় তাৰে বেপাৰ। বস্তু-বাহানিৰ যোগাৰ নহ'লে কেতিয়াবা এমাহ-দুমাহ বহিও থাকে। এতিয়া সি বহি থাকিব পাৰে; তাৰ যোগমায়াক এৰি থৈ যোৱাৰ মনো নাই; —কিন্তু ইয়াৰ পাছত কি হ'ব, দিনবোৰ এনেকৈয়ে গৈ থাকিবনে;—সেই চিন্তাটো মনলৈ অহাৰ কাৰণে সি কথাটো উলিয়ালে।

যোগমায়াৰ মনত আছে,—গোলোকেশ্বৰ নামৰ মণ্ডল কাম কৰা মানুহজনে তাইৰ খবৰ কৰাৰ কথা আছিল। সেই মানুহজন অহা হ'লেও!

গোলোকেশ্বৰ মণ্ডলৰ কথা গুলাও'তে অনন্তও বিবুধিত পৰিল। মানুহটোৱেতো ঘৰটো সাজিবলৈ লোৱাৰ পৰাই অহা-যোৱা কৰিয়েই আছে! ঘৰটো গুলোৱাৰ পাছতো মাহে-মাহে খা-খবৰ লৈয়েই আছে। শেষৰ বাৰ গৰুগাড়ী এখনত পাগঘৰৰ লাগতিয়াল এটাইবোৰ বস্তু আনি অনন্তৰ হাতত দি গৈছেহি। তাৰ পাছত মানুহটো একেবাৰে নোহোৱা হ'ল! যোগমায়াইতো নহা হ'লেতো অনন্ত নিজেই বিপদত পৰিলহেঁতেন!

বাট চোৱাৰ বাহিৰে,—ঘনশ্যাম চৌধুৰী,—অন্ততঃ গোলোকেশ্বৰ মণ্ডললৈ বাট চোৱাৰ বাহিৰে যোগমায়াইঁতৰ আৰু কোনো উপায় নাথাকিল।

লক্ষেশ্বৰে এই গোটেই অঞ্চলটো ঘূৰি-পকি চালে, কেইবাদিনো দূৰৰ চহৰ-খনলৈও গ'ল ; অকণলৈ কিবাকিবি কিনিও আনিলে। তাৰ নিজলৈ, যোগমায়ালৈ আৰু অনন্তলৈও কিবাকিবি কিনিবৰ মন গৈছিল ; কিন্তু যোগমায়াৰ হাতত থকা পইচাখিনি কমাবলৈ তাৰ মন নাছিল। তাৰ নিজৰ পইচা বুলিবলৈ একো নাছিল।

অকণক অনন্তই এখন ধনু সাজি দিছিল আৰু কেইডালমান কাঁড় চাঁচি দিছিল। সেই ধনু-কাঁড় লৈ সি হাবিখনৰ বহু মাজলৈকে সোমাই গৈছিল। তাৰ কাঁড় কেইডাল সদায় হেৰাইছিল আৰু পাছদিনা অনন্তই নতুন কাঁড় চাঁচি দিছিল। যোগমায়াই প্ৰায়েই হাবিলৈ গৈ তাক ওভোতাই আনিছিল। হাবিখনৰ সিফালেদি পূবৰ পৰা পশ্চিমলৈ দুখন আৰু পশ্চিমৰ পৰা পূবলৈ দুখন—মুঠতে চাৰিখন ৰেলে অহা-যোৱা কৰিছিল। দূৰত ৰেলৰ শব্দ শুনিলেই অকণে 'আহিল আহিল' কৈ জপিয়াইছিল, আৰু লক্ষেশ্বৰ বা অনন্তই তাক ৰেল দেখুৱাবলৈ লৈ যাব লাগিছিল। পাছলৈ আবেলিৰ ৰেলখন দেখুউৱাৰ ভাৰ যোগমায়াই নিজে লৈছিল। অকণক অলপমান আগলৈ পঠিয়াই দি তাই শকত চেগুন গছ এজোপাৰ আঁৰৰ পৰা একেথৰে ৰেলখনলৈ চাই আছিল। ৰেলখন পাৰ হৈ যোৱাৰ পাছত অকণে আৰু অকণমান আগবাঢ়ি গৈ শেষৰ ডবাটো আঁৰ নোহোৱালৈকে চাই আছিল।

উভতি আহোঁতে যোগমায়াই লাহে-লাহে গছবোৰ চাই-চাই আহিছিল। কিবা গুটি পৰি থকা পালে কিহৰ গুটি চিনি পাবলৈ চেষ্টা কৰিছিল ; নখেৰে চিকুটি চাইছিল ; শুঙি চাইছিল। অকণে কেতিয়াবা কিবা গুটি এটা মুখলৈ নিব খুজিছিল ; যোগমায়াই মানা কৰিছিল।

ইতিমধ্যে হাবিখনৰ মাজেদি কেইবাটাও লুৰঙুৰীয়া বাট হৈছিল। সাধন কছাৰীৰ ঘৰলৈ অহা-যোৱা কৰিবলৈ এটা বাট অনন্তই উলিয়াই লৈছিল। সাধন কছাৰীৰ লগত আলোচনা কৰি অনন্তই যোগমায়াক বাইটি বুলি মাতিবলৈ লৈছিল। সম্বোধনটো শুনি যোগমায়াই প্ৰথমতে হাঁহিছিল।

এদিন আবেলি চেগুন গছ জোপাৰ আঁৰত থিয় হৈ যোগমায়াই ৰেল চাই আছে ; ইঞ্জিনটো পাৰ হৈ গ'ল, এটা ডবা, দুটা ডবা, তিনিটা ডবা ;—অকণে এহাতে ধনুখন লৈ ইহাতে কাঁড় ডাল জোকাৰি আছে ;—এনেতে চাৰি নম্বৰ ডবাটোৰ খিৰিকি এখনত মুখ এখন দেখি যোগমায়া জিকাৰ খাই উঠিল। সেইখন খিৰিকিৰ লগে-লগে তাইৰ দৃষ্টি ঘূৰিবলৈ ধৰিলে। ঘনশ্যাম চৌধুৰী। হয় নে নহয়? উত্তেজনাৰ কোবত যোগমায়াৰ গাটো চেগুন গছৰ আঁৰৰ পৰা ওলাই আহিল। হয়, হ'বই লাগিব। যোগমায়াৰ ভুল হ'বই নোৱাৰে।

ক'লৈ গৈছে মানুহজন? নিশ্চয় ইয়ালৈকে আহিছে। ষ্টেছনত নামিবলৈ।

যোগমায়া প্ৰায় দৌৰাৰ নিচিনাকৈ ঘৰলৈ উভতিল। এবাৰ ভাই উভতি চালে—অকণো আহিছেনে? আহিছে। সিও দৌৰিছে।

আগফালৰ বাৰান্দাৰ চাৰিটা খিৰিৰ মাজ এটাত যোগমায়াৰ ভৰি পৰিল। লৰ মাৰি ভিতৰ সোমায়েই তাই লক্ষেশ্বৰক চিঞৰিলে। তাইৰ চিঞৰৰ ধৰণ শুনি পিছ চোতালৰ পৰা লক্ষেশ্বৰ উধাতু খাই মূল ঘৰটোলৈ সোমাই আহিল। কি হ'ল?

"তে—তেখেত আহিছে হ'বলা।"—যোগমায়াৰ মাত সুস্থিৰভাৱে ওলাবই নুখুজিলে।

"তই কেনেকৈ জানিলি?"

'মই নিজে দেখিছোঁ। ৰেলত আহিছে।"

অনন্তও দুৱাৰমুখত থিয় হৈছিলহি। যোগমায়াই তাকো কথাষাৰ আকৌ ক'লে, "মই ঠিকেই ভাবি আছিলো। এই কেইদিনতে চাহাব নিশ্চয় ওলাবহি।"

"ৰেলখন একেবাৰে ষ্টেছনতহে ৰবগৈ?" যোগমায়াই বেঙীৰ নিচিনাকৈ সুধিলে। কোনেও একো উত্তৰ দিয়াৰ আগতেই তাই লক্ষেশ্বৰক সুধিলে, "তই ষ্টেছনলৈ আগবাঢ়ি যাবি নে কি?"

"এতিয়া গ'লে কিটো হ'ব? মই গৈ পাওঁ মানে তেখেত ষ্টেছনৰ পৰা আহিবই। মই বা কোন বাটে যাওঁ, তেখেত বা কোন বাটে আহে!"—লক্ষেশ্বৰে ক'লে।

"হয়তো। মইতো ৰেলখন যোৱা শুনিছোঁৱেই। ছিগনেল দিয়া আছে যদি এতিয়ামানে ৰেল ষ্টেছন পালেগৈয়ে চাগৈ।"—অনন্তই ক'লে।

যোগমায়াই অকণৰ হাতৰ পৰা ধনু-কাঁড়যোৰ কাঢ়ি লৈ তাক গা-ধোৱা ঘৰটোৰ ফালে টানি-টানি লৈ গ'ল। অস্থিৰ হাতেৰে তাই তাৰ হাত-ভৰি-মুখ ধুৱাই আকৌ এখন হাতত ধৰি টানি-টানি মূল ঘৰটোলৈ লৈ আহিল। অকণে চিঞৰিলে,—"ইমান জোৰে ধৰিছ কিয়? এৰি দেচোন।"

ভিতৰত যোগমায়াই অকণক অইন এযোৰ চাফা কাপোৰ পিন্ধালে; মজিয়াত আঁঠু কাঢ়ি লৈ মাজেদি সেওঁতা ফালি তাৰ চুলিখিনি আঁচুৰি দিলে। চুলি আঁচুৰি থাকোঁতে ক'লে, "আকৌ হাত-ভৰি লেতেৰা নকৰিবি। ভিতৰতে বহি থাক।"

তাৰ পাছত যোগমায়াই ইফালৰ পৰা সিফালে দৌৰাদৌৰি কৰি ঘৰখনৰ বস্তু-বাহানিবোৰ চিজিল কৰাত লাগিল। অকণে গোটোৱা

হৰেক-ৰকমৰ বস্তু তাই আওহতীয়া সকু কোঠালিটোত সুমুৱাই থলে ; বিছনা-চাদৰখন সলালে ; গাৰুকেইটা থুকুচি, হাত ফুৰাই সমান কৰিলে ; লৰালৰিকৈ আটাইকেইটা কোঠালি আকৌ এবাৰ সৰাব নাম কৰিলে ; তাৰ পাছত তাই গা ধুলে।

অনন্তই পাগঘৰৰ বাৰান্দাত লেমকেইটাৰ চিমনি মচিছিল ; গা-ধোৱা ঘৰৰ পৰা ওলাই যোগমায়াই তাক সুধিলে, "ষ্টেছনৰ পৰা এইখিনি পাবলৈ কিমান সময় লাগে ?"

"জানো ! কিহত বা আহে ! খোজ কাঢ়ি আহিলে এঘণ্টামান লাগিব।"

চাফা কাপোৰ এযোৰ পিন্ধি যোগমায়াই গোটেই ঘৰটোত, পদুলি মুখলৈকে ধুনা দিলে। অনন্তই কোঠালিয়ে-কোঠালিয়ে জ্বলোৱা লেম-কেইটা থৈ গ'ল।

"ৰেলখন যোৱা এঘণ্টামান হ'ল চাগে। নাই হোৱা নে ?"—যোগমায়াই এবাৰ লক্ষেশ্বৰক সুধিলে।

লক্ষেশ্বৰে চুৰিয়াখন দুজাপকৈ কঁকালত মেৰিয়াই থৈছিল ; সেইখনকে ইতিমধ্যে পোন্ধ মাৰি ভালকৈ পিন্ধি লৈছিল। সি মুখৰ ভিতৰতে কোৱাদি ক'লে, "হ'ল চাগে।"

গধূলি হ'লে যিখন চকীত লক্ষেশ্বৰৰ আপোনা-আপুনি হাত পৰা হৈ গৈছে, সেই চকীখন আনি সি আগফালৰ চোতালৰ সেই একে ঠাইতে বহিল। দিনৰ পোহৰ গ'ল, কিন্তু চাৰিওফালখন আন্ধাৰ নহ'ল। গছ-বোৰৰ মাজে-মাজে জোনাক সিঁচৰতি হৈ পৰিছিল। বাটেদি অহা মানুহ দূৰত থাকোঁতেই মনিব পৰা হৈ আছিল। এটা মানুহ আহে, ওচৰ চাপে ; —নহয়, অইন কোনোবাহে। কোনোবা এটাই গান গাই-গাই আহে। মানুহটো দেখাৰ আগতেই তাৰ গান শুনি ;—'শ্যামৰ ক'ঠত পিন্ধায় মালা ৰাধা বিনোদিনী।'

যোগমায়াই এসময়ত চকীখনৰ পিঠিৰ কাঠডালত ধৰি থিয় হৈছিলহি। এবাৰ লক্ষেশ্বৰে সুধিলে, "তই কিজানি অইন কাৰোবাকহে দেখিলি।"

যোগমায়াই অলপ সময়লৈ একো নক'লে। তাইৰনো ভুল হ'ব নে ? এই পৃথিৱীখনত তৎক্ষণাত চিনি পাবলৈ তাইৰ মানুহ থাকিল কেইজন ? এজন। সেই মানুহজনক চিনি পোৱাতো তাই ভুল কৰিব নে ?

জোনটো প্ৰায় মূৰৰ ওপৰ পাইছেহি। যোগমায়াই চোতালত পৰা তাইৰ চুটি ছাঁটোলৈ চাই ৰ'ল। ভুল নাই হোৱা বুলি ক'বলৈ তাইৰ সাহ নহ'ল। অলপ পাছত তাই সুধিলে, "ৰেলখন এইটো ষ্টেছনৰ পৰা কলৈ যায়গৈ ?"

লক্ষেশ্বৰে নাজানে। অলপ পৰৰ পাছত সি সামান্য বিৰক্ত সুৰেৰে ক'লে, "আৰু দুদিনমান চাওঁ। তাৰ পাছত এপাক ঘৰৰ পৰা আহিবগৈ

লাগিব।" কথাষাৰ কৈ সি বাটটোৰ ঘিখিনিলৈকে মনিব পাৰি, সেইখিনিলৈ চাই ৰ'ল।

এটা মানুহ বাটটোৰেদি আগবাঢ়ি আহিল। ওচৰ পাওঁতে দেখা গ'ল—মানুহটো চুটি-চাপৰ। যোগমায়াহঁতৰ ঘৰটোৰ পদুলিমুখ পাই মানুহটো ৰ'ল; তাৰ পাছত সি চুচুক-চামাক কৰিবলৈ ধৰিলে। অকণমান সময় মানুহটোলৈ চাই থাকি লক্ষেশ্বৰ উঠি পদুলিমুখলৈ গ'ল। মানুহটোৰ হাতত এটা ছুটকেছ। তাক একো সুধিবলৈ নাপাওঁতেই লক্ষেশ্বৰে দেখিলে,—দূৰত এজন ওখ-পাখ মানুহ,—লাহে-লাহে আহি আছে। যোগমায়াও আগবাঢ়ি আহিছিল। এক মুহূৰ্ত থমক খাই বৈ তাই ভিতৰলৈ দৌৰ মাৰিলে আৰু পাছ মুহূৰ্ততে লেম এটা লৈ ওলাই আহিল। ছিৰিকেইটা নামিয়েই তাই বৈ গ'ল।

মানুহটোৰ হাতৰ পৰা ছুটকেছটো অনন্তই ললে। ঘনশ্যাম চৌধুৰীয়ে পইচাকেইটামান লৈ থকা বাওঁ হাতখন মানুহটোৰ ফালে আগবঢ়াইছিল; কিবা এটা মনত পৰাৰ নিচিনাকৈ তেওঁ হঠাতে পইচাকেইটা সোঁ হাতলৈ ললে। পইচাকেইটা মানুহটোক দি তেওঁ ক'লে, "যাগৈ যা।"

মাজ চোতালৰ চকীখনৰ ওচৰত বৈ ঘনশ্যাম চৌধুৰীয়ে ঘৰটোৰ ফালে চালে, তাৰ পাছত ছিৰিৰ ফালে আগুৱাই গ'ল। যোগমায়াই লেমটো বাওঁ হাতেৰে ওলোমাই লৈ আছিল। তাইৰ মুখত জোনৰ পোহৰহে পৰিছিল।

চৌধুৰীয়ে তাইৰ সন্মুখত থিয় হৈ সুধিলে, "ভালে আছা?"

যোগমায়াই লেমটো থৈ, আঁঠু কাঢ়ি চৌধুৰীৰ জোতাৰ ওপৰত কপালখন থলে। কিছু সময়লৈ তাইৰ উঠাৰ কোনো লক্ষণ দেখা নগ'ল। অলপ সময় নিথৰ হৈ বৈ থাকি চৌধুৰীয়ে ক'লে, "হ'ব। উঠা।"

যোগমায়াই সাউৎকৈ উঠি চৌধুৰীৰ পিছফাললৈ গ'ল—যাতে তাইৰ মুখখন চৌধুৰীয়ে দেখা নাপায়। লক্ষেশ্বৰে লেমটো তুলি লৈ বাৰান্দালৈ উঠি গ'ল। পিছে-পিছে চৌধুৰী।

ভিতৰ সোমাই চৌধুৰীয়ে বহু বছৰৰ মূৰত নিজৰ ঘৰলৈ অহা মানুহৰ নিচিনা কৰিলে। মাজৰ কোঠালিৰ চকী এখনত তেওঁ আলহীৰ নিচিনাকৈ বহিল আৰু লক্ষেশ্বৰক সিহঁত কেতিয়া আহিল, কেনেকৈ আহিল, সিহঁতৰ কিবা অসুবিধা হৈছে নে কি—সেইবোৰ সুধিলে। লক্ষেশ্বৰে আগতে ঘনশ্যাম চৌধুৰীৰ লগত বেছি কথা-বতৰা পাতি পোৱা নাই। সিও ভাবি আছিল—চৌধুৰী এতিয়া ক'ৰ পৰা আহিল, কেতিয়া যাত্ৰা আৰম্ভ কৰিছিল, বাটত কিবা অসুবিধা হৈছিল নে কি—সেইবোৰকে সুধিব; কিন্তু চৌধুৰীৰ প্ৰশ্নবোৰ শুনি, সেইবোৰৰ চুটি-চুটিকৈ উত্তৰ দি সি মনে-মনে থাকিল। অলপ পাছত অনন্ত দুৱাৰমুখত থিয় হ'লহি।

ভেতিয়াহে যেন লক্ষেশ্বৰে কথা ক'বলৈ সুবিধা পালে। সি চৌধুৰীলৈ চাই ক'লে, "হাত-মুখ—"

চৌধুৰীয়েও যেন সাৰ পালে। জোতাৰ ফিটা খুলি-খুলি তেওঁ হঠাতে তেওঁৰ গলগলীয়া মাতটো উলিয়াই ক'লে, "বুইছ অনন্ত, ই যে গোলোকেশ্বৰ, —গোলোকেশ্বৰ মণ্ডল—"

"হয় চাহাব—"

"সি মৰিল।"—জোতাপাত ভৰিৰ পৰা উলিয়াই চৌধুৰীয়ে ক'লে, "মই ষ্টেছনত নামিয়েই বাহিৰে-বাহিৰে ৰবিলাল হাকিমৰ ওচৰলৈ গৈছিলো। তেওঁ ক'লে।"

অলপ সময়লৈ চৌধুৰীয়ে ইপাত জোতাৰ ফিটা খোলাৰ সৰু-সৰু শব্দৰ বাহিৰে একো শব্দ শুনা নগ'ল। শোৱা কোঠালিত পালেঙৰ চুক এটাত ধৰি যোগমায়া থিয় হৈ আছিল—কেতিয়া চৌধুৰী এইটো কোঠালিলৈ সোমাই আহে তাৰে কথা ভাবি। তায়ো যেন চক খাই উঠিল। গোলোকেশ্বৰ মণ্ডল মৰিল!

ক'ৰ গোলোকেশ্বৰ মণ্ডল, কেতিয়াও দেখাও নাই, কোনো যোগাযোগো নাই, তথাপি যোগমায়াৰ বেয়া লাগিল। মানুহটোৱে যোগমায়াহঁতৰ খবৰ কৰাৰ কথা আছিল, প্ৰয়োজন হ'লে সিহঁতক সহায় কৰাৰ কথা আছিল। সেই মানুহটো মৰি থাকিল।

সেই যে কাৰো মাত-কথা নোহোৱা হ'ল, পাছৰ বহু সময় তেনেকৈয়ে পাৰ হ'ল। শব্দৰ ভিতৰত চৌধুৰীয়ে ছুটকেছ খোলাৰ শব্দ হ'ল, গা-ধোৱা ঘৰত ঘটি-বাল্টিৰ শব্দ হ'ল, পাগঘৰত চেন-চেন খুটুং-খাটাং শব্দ হ'ল।

পায়জামা-পাঞ্জাবী পিন্ধি লৈ চৌধুৰীয়ে বাহিৰে-বাহিৰে এপাক ঘূৰি ঘৰটো চালে, আৰু দুৱাৰমুখত থিয় হৈ পাগঘৰটোৰ ভিতৰলৈও ভুমুকিয়ালে। সেইখিনি সময়ত, ওচৰত অনন্ত আছে কাৰণেই নে কি, যোগমায়াই কপালৰ আগলৈকে ওৰণি লৈ থাকিল। তাৰ পাছত চৌধুৰীয়ে ৰেলৰ আলিৰ ফালে থকা বেৰাগুনৰ কাষলৈ গৈ, হাবিখনৰ ফালে চাই বহু সময় থিয় হৈ থাকিল।

নিজৰ ফালৰ পৰা কওঁ বুলি চৌধুৰীয়ে কথা ক'লে খাই-বৈ উঠি শোৱা কোঠালিত সোমোৱাৰ পাছত। কোঠাটোৰ খিৰিকি দুখনলৈ চাই তেওঁ সুধিলে, "ইয়াত পৰ্দা লগোৱা নাই?"

যোগমায়াই অপৰাধীৰ সুৰত ক'লে, "লগাম বুলি ভাবিছিলো—"

চৌধুৰীয়ে তাইৰ কথাৰ ওপৰতে ক'লে, "মইতো গোলোকেশ্বৰক পৰ্দাৰ কথাও কৈছিলো! সি পৰ্দা দি যোৱা নাছিল নে কি?"

নাছিল। গোলোকেশ্বৰ মৰি গ'ল। মৰি যোৱা মানুহটোৱে কি নকৰিলে সেই কথা বহলাবলৈ চৌধুৰীৰ মন নগ'ল।

"কিবা কাপোৰ-চাপোৰ খিৰিকি দুখনত মেলি দিব নোৱাৰিনে?"—কথাষাৰ কৈয়েই চৌধুৰীয়ে আলনাডালত থকা যোগমায়াৰ কাপোৰত হাত দিলে। যোগমায়াই দৌৰি গৈ তেওঁৰ হাতখন তাইৰ কাপোৰৰ পৰা আঁতৰাই দিলে। লক্ষেশ্বৰৰ এৰি-কাপোৰ এখন তাইৰ বাকচতে আছিল; সেইখনকে চৌধুৰীয়ে কায়দা-কিট্টিপ কৰি দুয়োখন খিৰিকি চকাকৈ আঁৰি দিলে। এবাৰ তেওঁ ভাবিছিল—গজাল-হাতুৰী বিচাৰি অনন্তক মাতিব নে কি? নামাতিলে।

এসময়ত লেমৰ চিমনিটো বেলি দুবাৰ পাছৰ পশ্চিমৰ ভাৱৰীয়া আকাশৰ নিচিনা হ'ল। তাৰ অদৃশ্য হওঁ-হওঁ শিখাটোৰ পোহৰ কোঠালিটোৰ চুকৰ বেৰৰ অকণমান ঠাইতে বন্ধ হৈ থাকিল।

অকণ বিছনাখনত বেৰৰ ফালে শুই আছিল। মাজত যোগমায়াৰ কাৰণে ঠাই এৰি ঘনশ্যাম চৌধুৰী চিৎ হৈ বিছনাত পৰি ৰ'ল। তেওঁৰ ভৰিৰ ওচৰত অকণমান খালী ঠাই আছিল, তাতে যোগমায়া কোনোমতে বহি ৰ'ল। ভালেমান সময় পাৰ হৈ যোৱাৰ পাছত চৌধুৰীয়ে সুধিলে, "নোশোৱা?"

যোগমায়াই আৰু বেছি তলমূৰ কৰিলে। আৰু অলপ সময় বহি থাকি তাই আলফুলকৈ চৌধুৰীৰ ভৰি এখন দুই হাতেৰে কপালত লগালে, আৰু তাৰ পাছত বিছনাখনৰ মাজৰ ঠাইডোখৰলৈ উঠি গ'ল। তাতো তাই আঁঠু ভাঁজ খুৱাই বহি থাকিল।

এসময়ত চৌধুৰীয়ে তাইৰ সোঁহাতখন টানি আনি নিজৰ বুকুৰ ওপৰত থলে আৰু লাহে-লাহে হাতখন মোহাৰি থাকিল।

"কিবা অসুখ-বিসুখ হৈছিল নে কি?" যোগমায়াই সৰু মাতেৰে সুধিলে। তাইৰ কথাৰ সুৰতে চৌধুৰীয়ে বুজিলে—সেই শেষবাৰ লগ পোৱাৰ পাছৰ পৰা এতিয়ালৈকে—তাই এইখিনি সময়ৰ ভিতৰত অসুখ-বিসুখ হোৱাৰ কথা সুধিছে।

"অসুখ-বিসখনো কি? সেইবোৰতো এৰা দিয়া বস্তু নহয়!"

"কি হৈছিল?" যোগমায়াই অলপ উদ্বিগ্ন হৈ সুধিলে।

"নাই তেনেকৈ একো হোৱা নাই। এই সৰু-সুৰা ইটো-সিটো—"

"ঘৰত সকলোৰে ভাল?"

"ভাল।"

কিছু সময় মনে মনে পাৰ হৈ গ'ল। তাৰ পাছত যোগমায়াই সুধিলে, "কিমান দিন থাকিব?"

"জানো! বেছিদিন থাকিব নোৱাৰিম। কাম আছে।"

মাজতে চৌধুৰীৰ হাতখন অলপ বৈ গৈছিল; এইবাৰ তেওঁ মৰমেৰে যোগমায়াৰ হাতত হাত ফুৰাবলৈ ধৰিলে। এবাৰ যোগমায়াৰ গাকত

মূৰ থবলৈ মন গ'ল, কিন্তু তাই নথলে। আজি আগতে কথা পাতি লবলৈ তাইৰ বেছি মন গ'ল। অলপ পাছত তাই সুধিলে, "মই অকলে থাকিম নে আৰু কোনোবা ইয়াত থাকিবলৈ আহিব ?"

"আৰু কোনোবা মানে ?"

"আপোনালোকৰ ঘৰৰ কোনোবা ?"

চৌধুৰীৰ হাতখন আকৌ বৈ গ'ল।

এইবাৰ যোগমায়াই চৌধুৰীৰ আঙুলিকেইটা পিটিকিবলৈ ললে। তাই ক'লে, "আপোনালোকৰ ঘৰৰ কথা ইমান দিনে একোকে নাজানিলো। জানিবলৈ মোৰ বৰ মন যায়। কোন-কোন আছে ঘৰত ?"

চৌধুৰীয়ে চকু মুদিলে। তেওঁৰ মুখলৈ যেন বহু দীঘলীয়া ভ্ৰমণৰ ভাগৰ নামি আহিল। তেওঁৰ কথা কোৱাৰ কোনো লক্ষণ দেখা নগ'ল। যোগমায়াই কিছু সময় তেওঁৰ মুখলৈ চাই ৰ'ল। লাহে-লাহে তাইৰ ভয় লাগি আহিল। মানুহজনে এইবোৰ কথা নুসুধিবলৈ কৈছিল। এতিয়া তাইৰ মুখেদি আকৌ সেইবোৰ কথাই ওলাই গ'ল কাৰণে মানুহজনৰ খং উঠিল নে কি ? যোগমায়াই উপযাচি কৈফিয়ৎ দিয়াৰ সুৰেৰে ক'লে, "নহয়, মানে, মই কৈছিলো কি,---ইমান ডাঙৰ ঘৰ ;---আপুনি আপোনাৰ ঘৰৰ মানুহৰ লগত থাকিব লাগে ;---সেই কাৰণে কৈছিলো---তেওঁলোকো যদি ইয়াতে থাকে, তেনেহ'লে আপুনিওতো ইয়াতে থাকিব ! মোৰ কাৰণেতো কাৰো অসুবিধা নহয় ! কিন্তু এনেকৈ অকলে থাকিবলৈহে মোৰ অসুবিধা হয়।"

চৌধুৰীয়ে চকু নেমেলিলে। এবাৰ যোগমায়াৰ সন্দেহেই হ'ল--মানুহজনৰ টোপনি গ'ল নে কি ?

নাই যোৱা। বহুত সময়ৰ মূৰত চৌধুৰীয়ে সৰু শব্দ এটা কৰি এটা নিশাহ এৰিলে। তাৰ পাছত তেওঁ অস্ফুট কন্ঠেৰে উচ্চাৰণ কৰিলে, "ভুল হ'ল বুইছা ?"

অলপ পৰৰ পাছত তেওঁ চকু মেলি ক'লে, "নোশোৱা ? ৰাতি বহুত হ'ল। শোৱা।"

যোগমায়াই গাৰুত মূৰ থলে, কিন্তু তাইৰ টোপনি নাহিল। চৌধুৰী একে ভংগীতে পৰি থাকিল।

কিমান ৰাতি যোগমায়াই ধৰিব নোৱাৰিলে,---চৌধুৰী লাহে-লাহে বিছনাৰ পৰা উঠিল, আৰু শব্দ নোহোৱাকৈ কোঠালিটোৰ দুৱাৰখন খুলি ওলাই গ'ল।

যিমান সময়লৈকে বাট চাব পাৰি, যোগমায়াই তাতকৈ বহু বেছি সময় বাট চালে। বাট চাই থাকোঁতে এবাৰ তাইৰ চিলমিলকৈ টোপনিও আহিল। সেই টোপনি আঁতৰোতেই তাই তৎক্ষণাত উঠি বহিল ;

বিছনাখনৰ খালী ঠাইডোখৰলৈ চালে আৰু লবালৰিকৈ নামি কোঠালিটোৰ পৰা ওলাই গ'ল।

মাজৰ কোঠালিৰ দুৱাৰখন খোলা। বাহিৰত আন্ধাৰ। জোনটো হাবিখনৰ সিফাললৈ গ'লগৈ। যোগমায়া ভয়ে-ভয়ে বাৰান্দালৈ ওলাল। ছিৰিত ভৰি দি তাই দেখিলে—চোতালৰ মাজত চকী এখনত চৌধুৰী বহি আছে। লক্ষেশ্বৰ বহা চকীখন অনন্তই মাজুৰ কোঠালৈ সুমুৱাই থৈছিল, সেইখনকে চাগে মানুহজনে আকৌ নি পাৰি লৈছে।

যোগমায়া লাহে-লাহে চৌধুৰীৰ ওচৰলৈ গ'ল। মানুহজনৰ মূৰটোত হাতখন থবলৈ তাইৰ মন গ'ল, কিন্তু তাইৰ ভয় লাগিল। তাই সুধিলে, "কি হ'ল আপোনাৰ?"

চৌধুৰী উচপ খাই উঠিল। তেওঁ টোপনিৰ সমান গভীৰ চিন্তাত ডুবি আছিল।

"কিয় ইয়াত এনেকৈ বহি আছেহি?"

চৌধুৰীয়ে আকৌ যোগমায়াৰ হাত এখন ধৰিলে, অলপ পৰ ধৰি থাকি হাতৰ তলুৱাখন তেওঁৰ ওঁঠত লগালে।

"ভুল হ'ল বুইছা?" তেওঁ আকৌ বিৰবিৰকৈ ক'লে।

অলপ পাছত তেওঁ হঠাতে খোলা মাতেৰে ক'লে, "বলা, শুই থাকোঁগৈ বলা।"

কোৱাৰ লগে-লগে তেওঁ খপকৈ থিয় হ'ল, বাওঁহাতখনেৰে যোগমায়াক বাহুৰ ওপৰেদি মেৰিয়াই ধৰিলে, আৰু "বলা" বুলি কৈ তাইক ভিতৰলৈ লৈ গ'ল।

বিছনাত এসময়ত তেওঁ ক্ষীণ মাতেৰে যোগমায়াক সুধিলে, "তুমি মোক বেয়া পাইছা নে কি?"

যোগমায়াই একো উত্তৰ নিদিলে। অলপ পাছতে তাইৰ উশাহ-নিশাহত টোপনি মিহলি হৈ পৰিল।

এসময়ত সাধন কছাৰীৰ ঘৰৰ কুকুৰা এটাই ডাক দিলে। বাগৰ সলাই চৌধুৰীয়ে টোপনি অনাৰ আয়োজন কৰিলে।

চৌধুৰীৰ টোপনি ভাগিল ন মান বজাৰ পাছত। গা-পা ধুই, চাহ-জলপান খাই তেওঁ লক্ষেশ্বৰৰ লগ লাগি ঘৰটোৰ দুৱাৰ-খিৰিকিবোৰৰ জোখ ললে, আৰু সেই কামটো কৰোঁতে গোলোকেশ্বৰ মণ্ডল কেনেকৈ মৰিল তাৰ বৰ্ণনা দি থাকিল। বহুত দিনৰ আগৰে পৰাই সি পেটৰ

বিষ-পেটৰ বিষ বুলি কৈ আছিল। সেইদিনা সি এঘৰত বিয়াৰ জলপান খালে, মাজ ৰাতি খাহীৰ মাংসৰে ভাত খালে, তাৰ পাছত শেষ ৰাতি হুমাইন্স খোজ কাঢ়ি ঘৰলৈ গ'ল, ঘৰ পোৱাৰ পাছতে শৌচ, বমি ; দুপৰীয়ালৈ চাফা।

ওলাই যাবৰ সময়ত চৌধুৰীয়ে অনন্তক কৈ গ'ল,—"এটাই কেইখন দুৱাৰ-খিৰিকিৰ জোখত কামি চাঁচি থবি।"

দুইমান বজাত এটোপোলা কাপোৰ লৈ চৌধুৰী ঘৰলৈ উভতিল। অনন্তই আবেলি সময়ত পৰ্দা লগোৱা কাম শেষ কৰিলে। সেউজীয়া ৰঙৰ পৰ্দা। গোটেই ঘৰটো দৰাকইনা থকা কোঠালিৰ নিচিনা আবুৰ হৈ পৰিল।

গধূলিৰ আগে-আগে লক্ষেশ্বৰক ওচৰত লৈ চৌধুৰী চোতালত বহিল।

"তুমি ঘৰলৈ যোৱাৰ কথা ভাবিছা নে কি?"—চৌধুৰীয়ে লক্ষেশ্বৰক সুধিলে, কিন্তু তাৰ উত্তৰলৈ বাট নাচাই তেওঁ কৈ গ'ল, "ঘৰলৈ গৈ নো কি কৰিবা? বেপাৰ? ঠিক আছে। ভাল কথা। কৰা বেপাৰ। কিন্তু ইয়াতে নকৰা কিয়? তোমালোকৰ সেইখন ঠাইতকৈ এইখন ঠাই দহগুণে ডাঙৰ। আৰু দহ বছৰৰ পাছত চাবা—বিছ গুণে ডাঙৰ হ'ব। দহ পইচা উপাৰ্জন কৰিবলৈ তাত তুমি যিমান কষ্ট কৰিব লাগিব, ইয়াত তাৰ আধা কষ্ট কৰিলেই হ'ব। বুইছা নে নাই?"

"বুজিছোঁ।" লক্ষেশ্বৰে স্কুলীয়া ল'ৰাৰ নিচিনাকৈ ক'লে।

চৌধুৰীৰ মাত লাহে-লাহে ডাঙৰ হৈ আহিল।—"কেৱল তুমি ঠিক কৰি লব লাগিব—কিহৰ ব্যৱসায় কৰিবা। আৰু কৰিবাতো কৰিবা,—এদিন এই ব্যৱসায় প্ৰকাণ্ড হ'বগৈ বুলি ধৰি লৈ কৰিবা। মই কি ভাবিছোঁ জানা?"

লক্ষেশ্বৰে চৌধুৰীৰ চকুলৈ চালে।

"এই কেইবছৰে এইফালে ঘূৰি-পকি মই কি বুজিলো জানা? কাঠৰ ব্যৱসায় কৰা। খুটা, তক্তা, বাতাম। মিস্ত্ৰি ৰাখা, গছ কটোৱা, তক্তা-বাতাম ফলোৱা,—বাচ—বাকীখিনি নিজে শিকি গৈ থাকিবা। এইখিনিতে এখন চালি দি তাৰ তলত তক্তা-বাতাম জাপি-জাপি থৈ দিবা, যাক লাগে ইয়াৰ পৰাই লৈ যাবহি। বাচ।"

চৌধুৰীয়ে বাওঁ হাতেৰে তেওঁৰ মোচৰ আগ এটা জোঙা কৰিবলৈ ধৰিলে। অলপ পাছতে তেওঁৰ ডেনভাৰ্ছ চাহাবলৈ মনত পৰিল। কিবা বিশেষ কথা এটা মনত পৰি তেওঁ এবাৰ মিচিকিয়াই হাঁহিলে, আৰু তাৰ পাছত লক্ষেশ্বৰক চাহাবহঁতৰ কাহিনী ক'বলৈ আৰম্ভ কৰিলে। মাজতে এবাৰ তেওঁ নিজৰ কথাত নিজেই হাঃ হাঃ কৈ প্ৰাণ খুলি হাঁহিলে। সেই হাঁহিৰ শব্দ জোনাকে আবৰা নিৰ্জন হাবিখনৰ বহু দূৰলৈ সোমাই গ'ল। ওচৰতে ওখ পীৰা এখনত বহি থকা অফণে অবাক হৈ চৌধুৰীৰ মুখলৈ

চালে। দেউতাকৰ হাঁহি থকা মুখখনলৈ চাই থাকোঁতে তাৰ মুখখনো অকণমান হঁহাৰ নিচিনা হৈ গ'ল।

হাঁহি সামৰি চৌধুৰীয়ে অকণৰ ফালে চালে, আৰু তাক কোলাত বহুৱাই ললে।

যোগমায়াই ভাত খাবলৈ মাতিবলৈ অহাৰ আগলৈকে চৌধুৰীয়ে অকণক বহুত কথা ক'লে। কাৰ-কাৰ কিমান ডাঙৰ মোচ আছিল, কোন ফকীৰৰ ডাড়ি কিমান দীঘল আছিল, কোন সন্ন্যাসিনীৰ মূৰৰ জটা কিমান দীঘল আছিল, হিমালয় পৰ্বতৰ ওপৰত কি কি থাকে, বৰফ কিমান চেঁচা,—বহুত কথা।

শেষলৈকে অকণৰ চকু দুটা ডাঙৰ-ডাঙৰকৈ মেল খাই আছিল। তাৰ টোপনি ধৰাৰ কোনো লক্ষণ দেখা যোৱা নাছিল।

পাছদিনা পুৱা ঘনশ্যাম চৌধুৰীয়ে সাৰ পাই ইফালে-সিফালে চালে। কোনো নাই। অকণো উঠি গৈছে। অলপ সময় চিৎ হৈ পৰি থাকি তেওঁ প্ৰথমে গুণগুণকৈ, তাৰ পাছত খোলা মাতেৰে এটা গান গাবলৈ ধৰিলে। ফাগুন মাহত ৰাম বনবাসলৈ গ'ল, আৰু ৰাৱণে সীতাক হৰি নিলে। গানটোৰ কথা- সিমানেই। তাকে লুটিয়াই-বগৰাই চৌধুৰীয়ে ওস্তাদী কায়দাৰে গাবলৈ ধৰিলে। যোগমায়াই পাকঘৰত অকণক জলপান খুৱাই আছিল ;—তাই লৰালৰিকৈ ওলাই আহি মূল ঘৰটোৰ বাৰান্দাত উঠিলহি। অকণমান সময় তাতে বৈ তাই ধৰিব পাৰিলে—নহয়, অইন একো নহয় ; সেয়া চৌধুৰীয়ে গান গাইছে। তাই মিচিকিকৈ হাঁহিলে।

গানটো আচম্বিতে শেষ কৰি চৌধুৰী পেট পেলাই অলপ সময় বিছনাতে পৰি ৰ'ল ; তাৰ পাছত তেওঁ জাপ মাৰি মাটিলৈ নামিল ; হাত দুখন মেলি, ওপৰলৈ তুলি, দুয়োহাতৰ বুঢ়া আঙুলি বাহুত লগাই ছুবাৰমান ব্যায়াম কৰিলে, তাৰ পাছত কোঠালিটোৰ পৰা ওলাই গ'ল। কিছু সময়ৰ পাছত গা-ধোৱা ঘৰটোৰ পৰা আকৌ তেওঁৰ গেৰগেৰীয়া কণ্ঠৰ ৰাম-ৰাৱণৰ গান শুনা গ'ল।

তাৰ কিছু সময়ৰ পাছত, বেলেগ পায়জামা-পাঞ্জাবী এযোৰ পিন্ধি চৌধুৰী পাকঘৰত উপস্থিত হ'ল। "চাওঁ কি ৰান্ধিছা, কি ভাজিছা ?"—বুলি তেওঁ চৌকাটোৰ ফালে আগুৱাই গ'ল। যোগমায়াই অবাক হৈ তেওঁৰ ভঙ্গিৰ ফালে চালে। চৌধুৰীয়ে সৰু ল'ৰাৰ নিচিনাকৈ দৌৰ এটা মাৰি দুৱাৰডলিৰ বাহিৰলৈ ওলাল, ছেণ্ডেলযোৰ খুলিলে, তাৰ পাছত আকৌ দৌৰ মাৰি চৌকাৰ ওচৰ পালেগৈ।

"কণী আছে? কণী?"

"আছে।"—যোগমায়াই লাহেকৈ ক'লে।

"দিয়া।"

ওখ পীৰা এখনত বহি লৈ চৌধুৰীয়ে হিউবার্ট চাহাবে কেনেকৈ কণীৰে অমলেট ভাজিছিল সেই কথা সবিস্তাৰে যোগমায়াক কৈ গ'ল আৰু লগে-লগে কামবোৰ কৰি গ'ল। শেষত যিটো বস্তু কেৰাহীটোত উৎপন্ন হ'ল, সেইটোলৈ চাই চৌধুৰীয়ে ক'লে,—"নাই নহ'ল। প্ৰেকটিছ লাগে বুইছা? আৰু তোমাৰো যে বাচন! এইবোৰ বাচনত অমলেট ভাজিব পাৰি নে কি!"

অনন্তই ভাজিলে যেনেকুৱা হ'ব, তেনেকুৱাই কণীভজা, তিনিটা মালভোগ কল আৰু এগিলাছ গাখীৰ খাই চৌধুৰীয়ে চিঞৰিলে—"অ'ই অকণ, ব'ল।"

যোগমায়াই সুধিলে, "কোনফালে যায়?"

"চিকাৰলৈ। অকণ, ল, তোৰ ধনু, কাঁড় কি ক'ত আছে ল।"

ভৰ দুপৰীয়ালৈকে চৌধুৰীয়ে অকণক লগত লৈ হাবিখনতে সোমাই থাকিল। কেতিয়াবা অকণক ধৰি-ধৰি গছত উঠিবলৈ শিকালে, কেতিয়াবা তাৰ পৰা ধনু-কাঁড় যোৰ লৈ ওচৰৰে শকত গছ এজোপাৰ গাত কাঁড়ডাল লগাব পাৰে নে নোৱাৰে পৰীক্ষা কৰিলে; এবাৰ হঠাতে ওপৰলৈ চাই চিঞৰিলে,—"হাঁ! পনিয়ল!"

তাৰ পাছত চৌধুৰীয়ে দলি-ফৰ্মুটি যোগাৰ কৰিলে; কেইবাৰমান দলিয়াই-ফৰ্মুটিয়াই পনিয়ল কেইটামান পাৰিলে। গছজোপাৰ তলতে মুকলি ঠাই এডোখৰ বিচাৰি লৈ তেওঁ বহিল; অকণকো ওচৰতে বহুৱাই ললে; তাৰ পাছত বৰ ফূৰ্তিৰে, বৰ ডাঙৰ কাম এটা কৰাৰ নিচিনাকৈ পনিয়ল পিটিকিবলৈ ধৰিলে।

"আগতে পনিয়ল খাইছ নে নাই?"—চৌধুৰীয়ে অকণক সুধিলে।

"নাই খোৱা।"

"কিয় নাই খোৱা? ইমানবোৰ পনিয়ল লাগি আছে!"

"আমি এইফালে নাহোঁ।"—অকণে ক'লে।

"কিয় নাহ?"

"হাবি।"

"হাবি হ'ল কি হ'ল? হাবিৰ মাজে-মাজে ঘূৰি ফুৰিবি। হোঁ, এইটো খাই চাচোন।"—চৌধুৰীয়ে কোমল হোৱা পনিয়ল এটা অকণক দিলে।

"মই অনন্তক কম বাৰু। সি এই ঠাইবোৰ চাফা কৰি দিব। গোটেইখনতে ঘূৰি ফুৰিবি। এই গোটেইখন হাবি তোৰ বুইছ?"

চৌধুৰীয়ে নিজেও এটা পনিয়ল খাই ললে। একান্ত মনেৰে আৰু

এটা পনিয়ল পিটিকি-পিটিকি তেওঁ অলপ পাছত সুধিলে, "তই পঢ়া-শুনা কৰিবি নে নকৰ?"

অৰুণে চৌধুৰীৰ মুখলৈ চালে।

"ক-খ? ক-খ পঢ়িবি নে নপঢ়?"

"পঢ়িম।"

"ওঁ পঢ়িবি। ভালকৈ পঢ়িবি। মোমায়েৰক মই কৈ যাম। তেওঁ তোক স্কুলত নাম লগাই দিব।"

এসময়ত অনন্তই চাহ, পিঠা আৰু পানী হাবিৰ মাজলৈকে লৈ আহিল। চৌধুৰীয়ে চিঞৰিলে,—"ভেৰি গুড।"

এসময়ত অৰুণ ঘৰলৈ গুচি গ'ল। গছ এজোপাৰ তলত চৌধুৰী অকলে-অকলে বহু সময় বহি ৰ'ল।

ভাত খাই উঠি, এঘণ্টামান বিছনাত পৰি থাকি চৌধুৰী বজাৰলৈ যাবলৈ ওলাল। লক্ষেশ্বৰক তেওঁ ক'লে—"ব'লা, তুমিও ব'লা।"

গধূলিৰ আগে-আগে দুয়ো হাতে হেপোৰ-তেপোৰকৈ টানি-টোপোলা লৈ চৌধুৰী আৰু লক্ষেশ্বৰ ঘৰলৈ উভতিল। কাপোৰ-কানি, ক-খ কিতাপ, চিলঠ, মাটি-পেনচিল, দোৱাত-কলম, চিয়াঁহী, হিউবার্ট চাহাবে কণী ভাজিব পৰা বাচন, হাবি কাটিব পৰা দীঘল দা, খাহী মাংস, লং-ইলাচী,— ঢেৰ বস্তু।

ৰাতি যোগমায়া আৰু অনন্তই খাহী মাংস ৰন্ধাৰ সময়ত চৌধুৰীয়ে ওচৰতে ওখ পীৰাখনত বহি ললে আৰু মুখত লং এটা সুমুৱাই লৈ নানা ধৰণৰ পৰামৰ্শ দি থাকিল। শেষৰ ফালে সৰু বাটি এটাত মাংস এটুকুৰা লৈ তেওঁ খাই চালে; ওপৰলৈ চাই এক মনে অলপ সময় চোবাই ক'লে,— "আৰু অলপ পৰ সিজোৱা। জুইকুৰা বঢ়াই দিয়া।"

লক্ষেশ্বৰ, অনন্ত, অৰুণ সকলোৱে টোপনি যোৱাৰ পাছত চৌধুৰী বিছনাত উঠিল। কাগজেৰে মেৰিউৱা বাণ্ডিল এটা যোগমায়াৰ ফালে আগবঢ়াই দি তেওঁ ক'লে, "ইয়াতে দুহেজাৰ টকা আছে"। অলপ পৰ মনে-মনে থাকি তেওঁ ক'লে, "কাইলৈ পুৱাই মই যামগৈ।"

গাৰুত মূৰ থৈ তেওঁ আকৌ অলপ সময় মনে-মনে ৰ'ল; তাৰ পাছত ক'লে, "লক্ষেশ্বৰে যদি ব্যৱসায় কৰোঁ বুলি কয়, যি বিচাৰে দিবা।"

যোগমায়াৰ পাছনিশা অলপ সময়ৰ কাৰণে টোপনি আহিছিল। সেই-কণ টোপনি ভগাৰ পাছত তাই থৰ লাগি পৰি থাকিল। এসময়ত চৌধুৰীয়ে সাৰ পোৱা গম পাই তাই সুধিলে, "আকৌ কেতিয়াকৈ আহিব?"

"জানো! চাওঁচোন।"—চৌধুৰীয়ে যোগমায়াৰ ফালে বাগৰ সলালে। পোহৰ হৈছে, ৰ'দ ওলোৱা নাই, এনে সময়তে চৌধুৰী ষ্টেচনলৈ

যাবলৈ ওলাল। লগত ওলাল লক্ষেশ্বৰ, আৰু ছুটকেছটো হাতত লৈ অনন্ত। আগফালৰ চোতালত কি কওঁ, কি নকওঁকৈ চৌধুৰীয়ে অলপ সময় হাবিখনৰ ফালে চাই থিয় হৈ ৰ'ল। তাৰ পাছত হঠাতে তেওঁ লক্ষেশ্বৰহঁতক ক'লে, "ব'লা। অ' হেৰি নহয় লক্ষেশ্বৰ, তুমি সম্বন্ধত মোতকৈ ডাঙৰ। তোমাক তুমি বুলি মাতোঁ, নাম কাঢ়ি মাতোঁ;—বেয়া পোৱা নে কি? নাপাবা। বেয়া-চেয়া নাপাবা। ব'লা।"

যোগমায়াৰ ফালে চাই তেওঁ ক'লে, "থাকিবা।" তাৰ পাছত অকণৰ পিঠিত চকা এটা মাৰি ক'লে, "কালি কি কৈছিলো মনত আছে? পঢ়িবি। ভালকৈ পঢ়িবি।"

তাৰ পাছত তেওঁ কাৰো ফালে নাচাই গপগপকৈ বাটলৈ ওলাল আৰু দীঘল-দীঘলকৈ খোজ পেলাই আগুৱাই গ'ল। অনন্তক তেওঁৰ পিছে-পিছে টুকটুককৈ দৌৰাৰ নিচিনাই দেখা গ'ল।

ক'ব নোৱৰাকৈয়ে যোগমায়া পদুলিমুখৰ পৰা বহুদূৰ আগুৱাই গ'ল। দৌৰি-দৌৰি অকণ তাইতকৈও আগবাঢ়িল। কেঁকুৰিটোত চৌধুৰীহঁত অদৃশ্য হোৱাৰ পাছত অকণ এঠাইত জলকা লাগি থিয় হৈ থাকিল। চৌধুৰীয়ে এবাৰ উভতি চায় নে কি—তাকে আশা কৰি যোগমায়া এঠাইত ৰৈ গৈছিল। চৌধুৰীয়ে নাচালে। অকণৰ বাহুত হাতখন থৈ যোগমায়া লাহে-লাহে উভতি আহিল। খালী ঘৰটোত অকণমান সময়, এনেয়ে থিয়া-থিয়ি কৰি থাকি এসময়ত তাই অকণক লৈ হাবিখনলৈ গ'ল আৰু সেই চেগুনজোপাৰ গুৰিত বহি থাকিল।

চৌধুৰী ডবাটোৰ দুৱাৰমুখত থিয় হৈ আহিছিল। তেওঁ অপলক দৃষ্টিৰে যোগমায়া আৰু অকণৰ ফালে চাই-চাই গুচি গ'ল। তেওঁৰ মুখত এটা মিচিকিয়া হাঁহি স্থিৰ হৈ লাগি আছিল।

অকণে ৰেলৰ গৰ্জন তল পেলাই চিঞৰিবলৈ চেষ্টা কৰিলে,—দেউতা! দেউতা!

যোগমায়াই দুয়োখন হাত লগ লগাই পৰম ভক্তিৰে চৌধুৰীক প্ৰণাম জনালে।

# তিনি

এইবাৰ ঘনশ্যাম চৌধুৰীক লগ পোৱাৰ সময়খিনিৰ কথাই যোগমায়াক নিবিড়ভাৱে মেৰিয়াই ধৰি থাকিল। কেইবাদিনলৈকে কাম কৰোঁতে, খাওঁতে, বিছনাত পৰি থাকোঁতে মাজে-মাজে তাই অকলে-অকলে নিঃশব্দে হাঁহি থাকিল।

কালি গৈছেহে, পৰহি গৈছেহে, যোৱা এঘাৰ দিন হৈছেহে,——এনেকৈ যোগমায়াই চৌধুৰী যোৱাৰ হিচাপকে কৰি থাকিল। মানুহজন আকৌ কেতিয়া আহিব, তাৰ খবৰ লোৱাৰ কথা বহুদিনলৈ তাইৰ মনলৈকে নাহিল।

হাবিখনৰ ভালেমান গছৰ পাত হালধীয়া হৈ আহিল। একো-একোজোপা ওখ গছৰ আগৰ পৰা একোটা পাত সৰে; ঘূৰি-ঘূৰি, অ'ত-ত'ত খুন্দা খাই-খাই, অকোৱা-পকোৱা বাটেদি পাৰ্ডটো মাটিত পৰেহি; কেতিয়াবা মাজতে ক'ৰবাত লাগি ধৰে। লাহে-লাহে গোটেই হাবিখনৰ তলখন শুকান পাতেৰে ভৰি পৰিল। অকণে হাবিৰ মাজে-মাজে দৌৰি ফুৰিলে যোগমায়াই ঘৰৰ পৰাই শুকান পাতৰ শব্দ শুনা হ'ল।

ঘনশ্যাম চৌধুৰী যোৱা কিমান দিন হ'ল, তাৰ সঠিক হিচাপটো লাহে-লাহে দুৰ্বল হৈ আহিছিল। এনেতে এদিন যোগমায়া ভয়, আনন্দ, চিন্তাত অস্থিৰ হৈ উঠিল। কথাটো তাই কাক ক'ব? কেনেকৈ ক'ব? তাইৰ বৰ অকলশৰীয়া লাগিল। অকণ গাত থকাৰ সময়খিনিৰ নিচিনাকৈ বাৰে-বাৰে তাইৰ মাকলৈ মনত পৰিল।

সাধন কছাৰীৰ ঘৈণীয়েক খুপুকী দুদিনমানৰ মূৰে-মূৰে কণী দিবলৈ আহে; কেতিয়াবা তাই অলপ সময় বহেও; যোগমায়াৰ লগত ইটো-সিটো কথা পাতে। কেতিয়াবা তাই পিঠাগুড়ি খুন্দি দিবলৈ যোগমায়াৰ পৰা চাউল লৈ যায়।

তাইকে ক'ব নে কি?

কেইদিনমান ভাবি-চিন্তি থাকি এদিন যোগমায়াই তাকে কবিলে। খুপুকীৰ পাঁচটা ল'ৰা-ছোৱালী। ইটোতকৈ সিটো ডেৰ বছৰমানৰ সৰু-ডাঙৰ। যোগমায়াহঁতৰ ঘৰলৈ আহিলে আটাইতকৈ সৰু ছোৱালী-জনী তাই প্ৰায়েই কোলাত লৈ আহে।

যোগমায়াই কথাটো কৈছিল তেনেই সৰু মাতেৰে, লাজ-লাজকৈ। খুপুকীয়ে শুনিয়েই প্ৰায় চিঞৰিয়েই ক'লে, "এৰা! এয়াহে ভাল কথা! আগৰটোতো ভেকা হ'বৰে হ'ল! তাৰ পাঁচ বছৰমান নহ'ল জানো?"

"হ'ল।"

"তেনেহ'লে? এনেকৈ ঘৰখন নিমাও-মাও হৈ থাকিব লাগে নে কি? ভাল হৈছে। বৰ ভাল কথা হৈছে।"

সেই দিনাৰ পৰা থুপুকীয়ে কণী নোলালেও যোগমায়াৰ ওচৰলৈ ঘনাই আহি-গৈ থাকিবলৈ ললে। কেঁচুৱাটো হ'বৰ আগে-আগে যোগমায়া ঘৰলৈ যাবগৈনে? নে কোনোবা ইয়াত থাকিবলৈ আহিব? আহিব পৰা মানুহ কোন-কোন আছে? —থুপুকীয়ে সকলো খবৰ ললে। যোগমায়াই ঘূৰাই-পকাই কথাবোৰ কৈ বুজালে,—তাইৰ যাবলৈও ঠাই নাই, ইয়ালৈ আহি এনেকুৱা সময়ত তাইক সহায় কৰিবলৈ মানুহো কোনো নাই।

এদিন থুপুকীৰ লগত তাইৰ ডাঙৰ ছোৱালী অম্বা যোগমায়াৰ ওচৰলৈ আহিল। তাই যোগমায়াৰ লগে-লগে ফুৰিবলৈ ধৰিলে। লাহে-লাহে তাই যেন ক'ব নোৱৰাকৈয়ে, যোগমায়াই একো নোকোৱাকৈয়ে, ঘৰখনৰ ইটো-সিটো কামত হাত দিলে। এদিন বেলি পৰাৰ পাছত থুপুকীৰ ডাঙৰ ল'ৰা গণেশে তাইক নিবলৈ আহিল। মাকে তাইক বেলি পৰাৰ পাছত হাবিখনৰ মাজেদি অহা-যোৱা কৰিবলৈ নিদিয়ে। সেই দিনাৰ পৰা গণেশ যোগমায়াহঁতৰ ঘৰলৈ মাজে-মাজে আহিয়েই থাকিল। এদিন তাৰ লগতে ভায়েক কাতিকো আহিল। কেইদিনমানৰ ভিতৰতে কাতিক অকণৰ খেলাৰ লগ হ'ল। অনন্তই কাতিককো এখন ধনু সাজি দিলে।

ইয়াতে থাকি কাঠৰ বেপাৰ কৰাৰ কথাটো লক্ষেশ্বৰৰ মনত লাগিছিল। ঘনশ্যাম চৌধুৰী যোৱাৰ কেইদিনমান পাছতে সি এবাৰ ঘৰৰ পৰা আহি-লগৈ। যোৱাৰ আগতে সি অনন্তক সুধিছিল,—পাৰিবনে সি দুৰাতিমান অকলে ঘৰখন ৰখিব? অনন্তই কৈছিল,—কিয় নোৱাৰিম!

সেই কেইৰাতি সি কোটোহা বাঁহৰ চাৰিহতীয়া লাঠি এডাল গাৰ কাষতে লৈ মূল ঘৰটোৰ আগফালৰ বাৰান্দাতে শুইছিল।

ঘৰৰ পৰা আহোঁতে লক্ষেশ্বৰে তাৰ নিজৰ বুলিবলৈ যি আছিল,—তাৰে যিমানখিনি আনিব পাৰি,—সেই সকলো বস্তু-বাহানি লৈ আহিল। ঘনশ্যাম চৌধুৰীয়ে চিনাকি কৰি দি যোৱা মানুহ এটা লগত লৈ সি কেইদিন-মান ঘূৰি-পকি টাউনখনৰ কেইবাটাও কাঠৰ বেপাৰীৰ লগত কথা পাতিলে; তাৰ পাছত অনন্তৰ লগত হাবিখনৰ মাজে-মাজে খোজ কাঢ়ি ব্যৱসায়টো কেনেকৈ আৰম্ভ কৰা যায়, সেই বিষয়ে আলোচনা কৰিলে। প্ৰথমতে ইয়াৰে গছকেইজোপামান কটাব লাগিব; তাৰে খুটা-বাতাম উলিয়াই কাঠ থোৱা চালি এখন সজাব লাগিব; শকত-শকত শুবিব ফালৰ টুকুৰা-বোৰ ভঙ্গা ফলাব লাগিব।

সিহঁত দুটাই মিলি তিনি জোপা গছ বাছি উলিয়ালেও। এই কেইজোপাবেই আৰম্ভ কৰিব লাগিব। এই ঘৰটো সজাৰ সময়ত গোলোকেশ্বৰ মণ্ডলে যিকেইটা মিস্ত্রি লগাইছিল, তাৰে তিনিটা কোচবেহাৰলৈ গ'লগৈ; এটা ইয়াতে থাকি গ'ল। অনন্তই জানে—সি ক'ত থাকে। তাৰ লগ ধৰি লক্ষেশ্বৰে আলোচনা কৰিলে—কাঠফলা মিস্ত্রি দুটা ক'ত পোৱা যায়। মানুহটোৱে ক'লে,—এটা সি নিজে আছেই; আৰু এটাৰ ব্যৱস্থা হৈ যাব।

জাৰ দিনে-দিনে বাঢ়ি আহিছিল। দিন চুটি হৈ আহিছিল। যোগমায়াই অম্বাৰ হতুৰাই আৰু কিবা এটা কৰাব খোজে, কিন্তু অম্বাৰ যোৱাৰ সময় হয়েই। গণেশ বা কার্তিকৰ লগত অম্বা গছৰ মাজে-মাজে দৌৰেঁাতে শুকান পাতৰ শব্দবোৰ বৰ ভাওৰকৈ হয়। সিহঁত বহুত দূৰ পোৱালৈকে শব্দবোৰ শুনি থাকি। বহু গছৰ তলবোৰ ভৰিছে, আগবোৰ উদং হৈছে।

লক্ষেশ্বৰে কেতিয়াবা গধূলিৰ পাছত অকণক ওচৰত বহুৱাই লৈ ক-খ লিখিব-পঢ়িবলৈ শিকায়; কেতিয়াবা পিছ চোতালৰ বেৰাখনৰ অলপ আঁতৰত শুকান গছপাত এসোপা গোটাই লৈ জুই একুৰা ধৰে। বাঁহৰ চেকনী এডালেৰে সি মাজে-মাজে ওচৰৰ দ'মটোৰ পৰা দুই-চাৰিটাকৈ শুকান পাত জুইকুৰাৰ মাজলৈ ঠেলি দি থাকে। কেতিয়াবা অকণে এসোপামান পাত একেলগে জাপি দিব খোজে; লক্ষেশ্বৰে মানা কৰে। কেতিয়াবা পলমকৈ, অকণ ভিতৰলৈ যোৱাৰ পাছত,—অনন্ত ওচৰত বহেহি আৰু জুইকুৰাত পাত দি থকাৰ দায়িত্ব লয়।

এদিন জুই পুৱাই থাকোঁতে লক্ষেশ্বৰে নিজকে কোৱাৰ নিচিনাকৈ ক'লে, "চৌধুৰী এবাৰ অহা হ'লে ভাল আছিল। তাইৰ এনেকুৱা সময়ত—"

অনন্তই অলপ পাছত ক'লে, "এৰা।"

"খবৰ এটা দিব পৰা হ'লেও!" —লক্ষেশ্বৰেও অলপ সময় মনে-মনে থাকি ক'লে।

অনন্তই ক'লে, "মণ্ডল বাবুটোও মৰি থাকিল। তেওঁ আ-খবৰ দিয়াৰ কিবা এটা উপায় কৰিব পাৰিলেহেঁতেন।"

তাৰ পাছত সিহঁত দুটা এনেকৈ বহি থাকিল যেন গোলোকেশ্বৰ মণ্ডল মৰি যোৱাৰ পাছত ঘনশ্যাম চৌধুৰীৰ লগত যোগাযোগ কৰাৰ আৰু কোনো উপায় নাই। জুইকুৰাৰ পৰা জিৰ-জিৰ-থুপ-থাপ নানা ধৰণৰ শব্দ ওলাই থাকিল।

এদিন কোচবেহাৰৰ শম্ভু নামৰ মিস্ত্রিটোৱে লগত তিনিটা মানুহ লৈ লক্ষেশ্বৰৰ ওচৰত উপস্থিত হ'লহি। মানুহ তিনিটাৰ এটা নতিক,—সি কাঠফলা মিস্ত্রি; বাকী দুটাৰ হাতত কুঠাৰ, সিহঁতে গছ কাটিব।

সেইদিনাখনেই হাবিখনৰ পশ্চিম কাষৰ, পাঁচ হাতমান ঘেৰৰ গছ এজোপাৰ গুৰিত দুটা মউহা মানুহৰ কুঠাৰৰ কোব পৰিল। সেই জোপা,

আৰু ওচৰৰ ইবোৰ গছৰ আগত নানা ধৰণৰ চৰায়ে মাতিয়েই থাকিল।

প্ৰথম গছ কটা চাবলৈ যোগমায়াও ওলাই আহিছিল। অলপ দূৰৰ গছ এজোপাৰ গাত হাত থৈ তাই একান্তমনে কুঠাৰৰ কোববোৰলৈ চাই থাকিল। এবাৰ তাইৰ মনলৈ আহিল,---মানুহজন থকা হ'লে! তাইৰ এনেকুৱা লাগিল,---এইটো যেন এটা বৰ ডাঙৰ ঘটনা ঘটিছে;---এনেকুৱা ঘটনাৰ সময়ত ঘৰখনৰ মূল মানুহজন থাকিব লাগিছিল।

অলপ পাছতে যোগমায়াৰ মূৰটো বেয়া লাগিল। কুঠাৰৰ শব্দ-বোৰেই যেন তাইৰ মূৰত ধৰিলে। "অকণ আহ"---বুলি মাতিব লাগে কাৰণেই যেন এবাৰ মাতি তাই অকলে ঘৰলৈ উভতিল।

দুপৰীয়া খাই-বৈ যোগমায়া নিৰ্জন ঘৰটোৰ বিছনাত পৰিল। খোৱা-বোৱাৰ কাৰণে গছ কটা মানুহ কেইটায়ো কাম বন্ধ কৰিছিল নে কি,---মাজতে কিছু সময় চৰাই-চিৰিকতিৰ মাতৰ বাহিৰে একো শব্দ নাছিল। তাৰ পাছত হঠাতে শুনা গ'ল---বাগি কুঠাৰৰ শব্দ। ঘুপ-ঘুপ, ঘুপ-ঘুপ। এবাৰ যোগমায়াৰ এনেকুৱা লাগিল যেন এই ঘৰটোও কুঠাৰৰ কোবৰ লগে-লগে কঁপি-কঁপি উঠিছে।

এনেয়ে এনেকুৱা সময়ত যোগমায়াৰ অকণমান সময়ৰ কাৰণে টোপনি যায়, আজি নগ'ল।

মানুহজন কেতিয়া আহিব? যোৱাতো বহু দিন হ'ল! এতিয়াতো এবাৰ আহিবৰ হ'ল! আহিব চাগৈ।

এইবাৰ আহিলে মানুহজনক কি-কি ক'ব,---যোগমায়াই সেইবোৰ কথা ভাবিবলৈ ধৰিলে। বাপেকে তাইক এদিন কৈছিল,---যি হ'ল হ'ল; এতিয়া,---পাছত হ'লেও---বিয়াখন পাতি পেলাব লাগিছিল। বুঢ়া বিয়া। হোম-চোম পুৰি নিয়মটো কৰি পেলাব লাগিছিল।

হয়তো। এইবাৰ তেখেতক কথাটো ক'ব লাগিব। কিন্তু মানুহ-জন আহিব কেতিয়া?

লাহে-লাহে যোগমায়াৰ গা-মন গধুৰ হৈ আহিল। পেটড সন্তানটোৱে ধপ-ধপ কৰে; লগে-লগে তাইৰ বুকুখনেও ধপ-ধপ কৰে।

শম্ভু আৰু লতিফে গছৰ শকত-শকত টুকুৰাবোৰ দুটা খুটাৰ মাজৰ কাঠ এডালত হেলনীয়াকৈ পেলাই লৈ প্ৰকাণ্ড কৰতেৰে ফালিবলৈ আৰম্ভ কৰিছে। শম্ভু ওপৰৰ চাঙত, লতিফ মাটিত। এটাই কৰতখন ঠেলে, এটাই টানে। কেতিয়াবা লতিফ চাঙত, শম্ভু মাটিত।

টুল এখনত বহি লক্ষেশ্বৰে সিহঁতৰ কাম চাই থাকে। কাম মানে---একে ধৰণে, একে গতিত, একে সুৰত কৰতখনে অহা-যোৱা কৰি থাকে; কাঠৰ গুড়িবোৰ সৰি-সৰি পৰে; লতিফ-শম্ভুৰ কোনোবা এটাই ঘাম মচে;

সেই সময়ত ইটোৱে তত্তাখন আৰু বাকী কাঠটুকুৰাৰ মাজত সুমুৱাই থোৱা শালডালত দুটামান কোৰ মাৰে।

লক্ষেশ্বৰ তাত বহি থাকোঁতেই উজনিৰ ফালৰ দুয়োখন বেল পাৰ হৈ যায়। এই বেল দুখন চাবলৈ এসময়ত যোগমায়া সদায় ওলাই আহিছিল; পাছলৈ তাই অকণক পঠাইছিল; এসময়ত অকণক তাই একো নোকোৱাও হ'ল, নোসোধাও হ'ল। আবেলিৰ বেলখনৰ শব্দটো তাই শুনে, গধূলিলৈকে পদুলিটোৰ ওপৰত চকু ৰাখে, তাৰ পাছত মনে-মনে ঘৰৰ কাম কৰে। এদিন গধূলি,—যিটো সময়ত এদিন চৌধুৰী ওলাইছিলহি,—সেইটো সময় পাৰ হৈ যোৱাৰ পাছত তাই প্ৰথমতে ফেকুৰি-ফেকুৰি, তাৰ পাছত হাও-হাওকৈ কান্দিছিল। আজিকালি আবেলিৰ বেলখন চাবলৈ লক্ষেশ্বৰ আগুৱাই যায়। কেতিয়াবা অনন্তও।

এদিন কাঠফলা চাই থাকোঁতে অনন্তই লক্ষেশ্বৰক ক'লে, "ময়ে নহ'লে এবাৰ যাওঁ।"

"কলৈ?"

"ডিব্ৰুগড়লৈ।"

"তই গৈ কি কৰিবি?"

"মানুহক সুধি-সুধি চাহাবৰক বিচাৰি উলিয়াম।"

বহুত সময় মনে-মনে থাকি লক্ষেশ্বৰে ক'লে, "নালাগে।"

পাঁচটা ল'ৰা-ছোৱালীৰ মাক খুপুকীয়ে যোগমায়াক সদায় অভয় দিছিল; কিন্তু দিন চাপি অহাৰ লগে-লগে তাইৰ নিজৰে ভয় লাগিল। তাইৰ কথাও বেলেগ, হাকিম চাহাবৰ ঘৈণীয়েকৰ কথাও বেলেগ। গিৰিয়েকৰ হতুৱাই খবৰ দি তাই তাইৰ মাকক মতাই আনিলে। মাক নামতহে বুঢ়ী হৈছে, কিন্তু খোজে-কাটলে, মাতে-কথাই মানুহজনী একেবাৰে টকটকীয়া হৈ আছে। দুৰাতিমান বুঢ়ী জীয়েকৰ ঘৰত থাকিল, তাৰ পাছত তেওঁ যোগমায়াৰ শোৱনি কোঠাটোৰ ওচৰৰ কোঠাটোৰ মাটিতে বিছনা এখন পাৰি ললে। অনন্তই বোলে—খাট এখন—? বুঢ়ীয়ে বোলে—নালাগে। খাটতকৈ মাটিৰ বিছনাত শুইহে বুঢ়ীৰ বেছি সুখ লাগে।

লক্ষেশ্বৰ ভিতৰি-ভিতৰি বৰ অস্থিৰ হৈছিল। বেয়া কথা। বৰ বেয়া কথা। ইমান জনা-বুজা মানুহ হৈ তেওঁ এনেকুৱা কৰিব লাগেনে? ঘনশ্যাম চৌধুৰী মানুহটোৰ ওপৰত এসময়ত লক্ষেশ্বৰৰ বৰ খং উঠিছিল। নিজৰ ঘৰ-সংসাৰৰ কথা লুকুৱাই মানুহটোৱে যোগমায়াক নষ্ট কৰিলে। কিন্তু শেষৰবাৰ লগ পাওঁতে মানুহটোক ভাব বৰ ভাল লাগিছিল। ভাল

মানুহ। তেনেহ'লে? ইমান ভাল মানুহ হৈ তেওঁ আজি ইমান দিনে এবাৰো নাহিল! হঠাতে লক্ষেশ্বৰৰ মনত খেলালে—অনন্ত ডিব্ৰুগড়লৈ যাব নালাগে; কিন্তু ইয়াৰ অফিছতোতো এটা খবৰ কৰিব পৰা যায়। চৌধুৰী যে গৈছিল অফিছটোলৈ—সেই অফিছটোত!

এদিন লক্ষেশ্বৰে ঘৰত কাকো একো নোকোৱাকৈ সেই অফিছটোলৈ গ'ল। ঘনশ্যাম চৌধুৰী কাৰ কি হয়, সেইবোৰ একো নোকোৱাকৈ সি অফিছটোত ডাঙৰ চাকৰি কৰা মানুহ এজনক চৌধুৰীৰ খবৰ সুধিলে।
—"তেখেতৰ কিবা খবৰ পায়নে?"

পায়। ছমাহমান হৈ গ'ল,—ঘনশ্যাম চৌধুৰী চুকাল। চাহ-বাগানৰ মাটি চাবলৈ যাওঁতে হঠাতে তেওঁৰ বুকুখন তাহ মাৰি ধৰিছিল। তাৰ পাছ দিনাই তেওঁ চুকাল।

লক্ষেশ্বৰ সেইদিনা বহু পলমকৈ ঘৰলৈ উভতিল। বাটতে এঠাইত বহি বহু সময় সি বহু কথা চিন্তা কৰিলে।

তাৰ পাছৰ দিনবিলাক সি শম্ভুহঁতৰ কাম চোৱা কমাই দিলে। লগত অহা মটহা মানুহ দুটাৰ লগ লাগি শম্ভুহঁতে তক্তা থবলৈ এখন আহল-বহল চালি সাজিছিল,—যোগমায়াহঁতৰ ঘৰটো থকা মাটি বিঘাৰ বাহিৰত, কিন্তু ওচৰতে। লক্ষেশ্বৰ সেই চালিখনৰ তলতে গ্ৰাহকলৈ বাট চাই থকা দোকানীৰ নিচিনাকৈ বহি থকা কৰিলে।

থুপুকী আৰু থুপুকীৰ মাকৰ হাতত এদিন যোগমায়াৰ ছোৱালী এজনীৰ জন্ম হ'ল। সেই দুটামান দিন লক্ষেশ্বৰতকৈ সাধন কছাৰীয়ে বহু বেছি লৰা-ঢপৰা কৰিলে। লক্ষেশ্বৰে যিমান পাৰে অকণৰ আলপৈচান ধৰিলে।

যোগমায়াৰ ছোৱালীজনীৰ বয়স যেতিয়া, ডেৰ মাহমান হ'ল, যোগমায়াই যেতিয়া অলপ নাহিলেও অসুবিধা নোপোৱা হ'ল, তেতিয়া এদিন লক্ষেশ্বৰে তাইক ক'লে,—"ঘনশ্যাম চৌধুৰী আৰু নাহে।"

লক্ষেশ্বৰে কি ক'লে—প্ৰথমতে যোগমায়াই বুজাই নাছিল। তাই কিছু সময়লৈ—"কি কৈছ ভালকৈ ক'চোন"—এনেকুৱা ধৰণৰ কথা কৈ আছিল। যেতিয়া বুজিলে তেতিয়া তাইৰ মাত বন্ধ হ'ল। তাৰ পাছত তাই বৈ-বৈ কান্দিলে। বহু সময় মনে-মনে থাকে, তাৰ পাছত অলপ সময় কুঁ-কুঁ কৈ কান্দে। মাজতে কোনোবা এবাৰ হঠাতে কান্দোনৰ শব্দটো ডাঙৰকৈ ওলায়।

লক্ষেশ্বৰ, অনন্ত, থুপুকী, সাধন কছাৰী কোনেও তাইক কান্দিবলৈ মানা নকৰিলে। কেৱল মাজে-মাজে অকণে কৈ থাকিল,—"নাকান্দিবি।"

লক্ষেশ্বৰে এবাৰ অকণক ক'লে, "তই কাৰ্তিকহঁতৰ লগত খেলি থাককৈ যা।"

যোগমায়াই ক'লে,—"নালাগে।" তাই অকণক ওচৰতে থাকিবলৈ ক'লে আৰু বাৰে-বাৰে তাক মৰম কৰিবলৈ ধৰিলে। অনন্ত, ধুপুকী আৰু লক্ষেশ্বৰে নতুন কেঁচুৱাটোক কোলাত লৈ আঁতৰাই নিয়ে; যোগমায়াই কয়,—"ভাইক মোক দে।"

লক্ষেশ্বৰে ভাবিছিল—খবৰটো পোৱাৰ পাছত যোগমায়াই চিঞৰি-চিঞৰি কান্দিব, মজিয়াত বাগৰি-বাগৰি আউলী-বাউলী হ'ব। কিন্তু এতিয়া তাইক দেখি অলপ সকাহ পালে।

তাৰ বেয়াও লাগিল। গিৰিয়েক মৰা বুঢ়ী একোজনীয়ে কেনেকৈ দুদিন-তিনিদিনলৈ হিয়ালি-জিয়ালিকৈ কান্দে—সি দেখিছে। তেনেকৈ কান্দিবলৈ বুঢ়াক বুঢ়ীয়ে বহু দিন ধৰি পাব লাগিব; তেহে! কি আছিল, কি নাইকিয়া হ'ল সেইটো বুজিব পাৰিব লাগিব; তেহে! খালী-খালী লাগিব লাগিব; তেহে! যোগমায়াৰ কিজানি তেনেকুৱা লগাই নাই! ঘনশ্যাম চৌধুৰীক নো তাই পাইছিল কেইদিন!

লক্ষেশ্বৰ তক্তা থোৱা চালিখনৰ তলত বহু সময় অকলে বহি থাকিল। কাৰ ওপৰত সি নিজেই ঠিক কৰিব নোৱাৰিলে,—কিন্তু তাৰ এটা খং উঠি থাকিল।

আবেলি সময়ত যোগমায়াই তাক সুধিলে, "তই খবৰটো কেতিয়া পালি?"

"হ'ল দুমাহমান।"

"দুমাহমান? তই কোৱা নাছিলি কিয়?" লক্ষেশ্বৰে দুখলৈ চাই সৰু অথচ গোঙোৱা মাতেৰে ক'লে, "কেঁচুৱাটো ভালে-ভালে হওক বুলি।"

"সেই বুলি—"

"কি সেই বুলি?"—লক্ষেশ্বৰে যোগমায়াৰ চকুলৈ চালে।

"মইতো জানিব লাগিছিল। নিয়ম-কাৰণ মতে চলিব লাগিছিল!"

"হ'ব দে। চুকাল ছমাহৰ আগতে; মই খবৰ পালো চুকুৱাৰ চাৰি মাহৰ পাছত। সেই চাৰি মাহ নিয়ম-নীতি নপলাকৈয়ে গ'ল যেতিয়া আৰু দুমাহ তেনেকৈ গ'লে নো কি ভাল হ'ল? চুকুৱাৰ লগে-লগে খবৰ পালি, পায়ো একো এটা নকৰিলি,—তেতিয়াও কিবা এটা ক'বলৈ থাকে। কেতিয়া কি হ'ল একো খবৰেই নাই,—এতিয়া ক'বলৈ কিটো আছে!"

এনেকুৱা সময়ত যোগমায়াক টান কথা ক'ব নালাগে; কিন্তু লক্ষেশ্বৰৰ মাতটো সি ইচ্ছা নকৰাকৈয়ে টান হৈ আহিল।"

কি কৰিব লাগে কওঁতাও কোনো নাই; যোগমায়াই নিজেও বেছি একো নাজানে; সেইকাৰণে তাই যি দেখিছিল, মাক মৰোঁতে ঘৰখনত

কোনে কি কৰিছিল সেইবোৰকে মনত পেলালে। তাই নিজেই ঠিক কৰিলে, আজি খবৰ পাইছে যেতিয়া মানুহটো আজি চুকাল। অনন্তৰ হতুৱাই মাৰ্কিন কাপোৰ কিনাই অনাই তাকে তাই অকণক চুৰিয়াৰ নিচিনাকৈ পিন্ধালে; এটা মূৰ গাত মেৰিয়াই দিলে। হাতত কটাৰী এখন দিলে; সেইখন হাতৰ পৰা আঁতৰ নকৰিবলৈ ক'লে।

অকণৰ গাত কাপোৰখন ঠিক হৈ নাথাকিল। গণেশ আৰু কাতিকে বাৰে-বাৰে তাক এঠাইত থিয় কৰাই লৈ কাপোৰখন ঠিককৈ দিবলৈ চেষ্টা কৰি থাকিল। কটাৰীখন সি মাজে-মাজে ক'ৰবাত এৰিলে; সিহঁত দুটাই বৰ ভাওৰ ঘটনা ঘটাৰ নিচিনাকৈ তাক ক'লে,—"এইখন কিয় তাত থৈছিলি? লৈ থাক।"

অনন্তই বিচাৰি-বিচাৰি ওচৰৰ গাঁও এখনৰ পৰা এজন পুৰোহিত মাতি আনিলে। লক্ষেশ্বৰে অনন্তক কৈ দিছিল—"বাপুদেৱে কি ক'ত কৰিবলৈ কয় তুমি কৰি থাকিবা। শম্ভুহঁত আছে, সিহঁতকো কিবা কৰিবলগীয়া থাকিলে ক'বা। পইচা-পাতি যি লাগে, মোক ক'বা। অইন কথাত মোক নাটানিবা।"

এদিন বাপুদেৱে অকণৰ ন-পুৰুষৰ নাম সুধিছিল; লক্ষেশ্বৰে অলপ পৰ তভক মাৰি থাকি কৈছিল,—"মানুহটোৱে সেই সকলৰ নাম ক'বলৈ সময়েই নাপালে। নিজৰ নামটো যে কৈছিল, সেয়ে বহুত। তেওঁৰ ফালৰ ন-পুৰুষৰ নাম নোহোৱাকৈ যি পাৰে কৰক।"

লক্ষেশ্বৰে জোৰ দিছিল ভোজটোৰ ওপৰত। মাতা; যিমানৰ লগত চা-চিনাকি হৈছে সকলোকে মাতা। থুপুকীৰ মাকক যেনে-তেনে অনোৱা। নিজৰ অওহী-বওহী বুলিবলৈ ইয়াত কোনো নাই; অহাৰ ভিতৰত ঘৰৰ পৰা বাপেক আহিছে; গতিকে সাধন কছাৰীৰ লগা-ভগা, চা-চিনাকি যিমান আছে সকলোকে মাতা। সকলোৱে হেঁপাহ পলুৱাই খাওক।

সাধনে আগদিনাই দুটা খাহী ছাগলী আনি অনন্তৰ জুপুৰীটোৰ ওচৰত বান্ধি থৈ কঠালপাত এসোপা খাবলৈ দিলে। ভোজৰ দিনা লগৰ এটাৰ লগত গৈ দোকমোকালিতে ঘাটৰ পৰা বৰালি মাছ এটা কিনি আনিলে। সিহঁত দুয়োটাই ডাং এডালৰ মাজতে মাছটো ওলোমাই ভাৰ কৰি লৈ আহিছিল। চাৰিমাইল বাটৰ ওৰে বাটটোৱে মাছটোৰ ফিছাডাল মাটিত চুঁচৰি আহিছিল।

ভোজ ৰান্ধিলে সাধন কছাৰীৰ শহুৰেকৰ গাঁৱৰ চাৰিজন মদগজ আদহীয়া মানুহে, তদাৰক কৰিলে অনওই। যোগমায়াই মাজতে এবাৰ বাপেকক সুধিলে, "তোৰ কাৰণে ভিতৰতে ৰান্ধি দিওঁ নে কি?"

বাপেকে ক'লে, "নালাগে দে। লগে-ভাগে খাম।"

মানুহবিলাকে খাই-বৈ, লগত অনা চৌ-চৰিয়া-বাটিত খাই লৈয়

কৰিব নোৱৰাখিনি, লগতে নতুন ভাত-তৰকাৰী খি পালে ভৰাই লৈ স্বেতিয়া ঘৰাঘৰি যাবলৈ ওলাল, তেতিয়া উজনিৰ ফালৰ আবেলিৰ ৰেলখন আহিলেই।

অলপ পাছতে ঘৰখন নিজম পৰিল। মানুহবোৰ যেন ৰেলখনতহে গ'লগৈ।

গধূলিৰ পাছত লক্ষেশ্বৰ আৰু বাপেক আগফালৰ চোতালৰ চকী দুখনত বহু সময় মনে-মনে বহি ৰ'ল।

সকামখন হৈ যোৱাৰ পাছতহে যোগমায়াৰ বাৰ দিনৰ আগতে খিধৰা হোৱা মানুহৰ নিৰ্চিনা লাগিছিল। এফালে অৰুণ আৰু ইফালে ছোৱালী-জনীক লৈ তাই গধূলিতে বিছনাত পৰিল।

লক্ষেশ্বৰৰ বাপেকে এসময়ত গামোছাখনেৰে ভৰি দুখন কোবাই মহ খেদিলে ; তাৰ পাছত পুতেকক সুধিলে, "এতিয়া কি কৰিম বুলি ভাবিছ ?"

"মই ইয়াতে থাকোঁ। ঘৰখন চলাওঁ। তাই ল'ৰা-ছোৱালীহাল মানুহ কৰক।"—লক্ষেশ্বৰে ক'লে।

"ঘৰখন চলাবলৈওতো এটা উপায় লাগিল। তোৰোতো এটা দিহা লাগিব লাগিব। তাকে সুধিছোঁ—কি কৰিম বুলি ভাবিছ ?"

"চাওঁচোন। থকাৰ ভিতৰত এই এঘাৰ-বাৰ পুৰা মাটিৰ হাবিখন আছে, আমি মানুহকেইটা আছোঁ। ইয়াৰেই কিবা এটা উপায় উলিয়াব লাগিব।"

তাৰ পাছত কিছু সময় দুয়ো আকৌ মনে-মনে থাকিল। ৰেলৰ আলিৰ ফালে গছৰ আঁৰত ঘনে-ঘনে বিজুলী মাৰিছিল। এটা গুমগুমনি মাৰ নৌ যাওঁতেই আৰু এটা গুমগুমনি উঠিছিল। বুঢ়াই এবাৰ আকাশৰ ফালে চালে। তৰাবোৰ চাক খাইছে।

"মানুহটোৰ ঘৰৰ খা-খবৰ লোৱাৰ কথা কিবা ভাবিছ নে কি ?"—বুঢ়াই কিছু সময়ৰ পাছত সুধিলে।

"কাৰ ? হাকিমৰ ?"

"ওঁ"

লক্ষেশ্বৰ মনে-মনে থাকিল। অলপ পাছত, গামোছাখনৰ আগটো ঘূৰাই অলপ বতাহ লৈ বুঢ়াই সৰু মাতেৰে ক'লে, "নেলাগে দে। মানুহ-টোৱে এইবোৰ লুকুৱাই লুকুৱাই কৰিছিল। তেওঁলোকৰ পৰিয়ালৰ মানুহ কোনেও এইবোৰৰ গমকে নাপায়। নহ'লেনো ছমাহ-সাতমাহেও খবৰ এটা আহিব নাপায়নে ? এতিয়া মানুহটো মৰি থাকিল। এতিয়া আৰু এইবিলাক খা-খবৰ লবলৈ গলে অশান্তিহে বাঢ়িব। সেইটো পৰিয়ালৰ কোনেনো এতিয়া যোগক বুকুত সুমুৱাই লব ? নালাগে দে। তেওঁৰ আগৰজনী মানুহে ইমান দিনে তেওঁৰ লগতে ঘৰ-সংসাৰ কৰি

এতিয়া বিধবা হ'ল। এতিয়ানো সেইজনী মানুহক এইবোৰ কথা জানিবলৈ দি কিয় কষ্ট দিওঁ? থাকক, তেওঁলোক তেওঁলোকৰ ভাগে থাকক, তহঁত তহঁতৰ ভাগে থাক।"

বুঢ়া অলপ পৰ মনে-মনে ৰ'ল; তাৰ পাছত তেওঁ আৰু সৰু মাতেৰে ক'লে, "হওঁতে হয়; এইজনী এই বয়সতে জ্বলা জুইত পৰিল। তাইক চাই থকাটোও জানো কম কথা? মানুহটোৰ দোষতে এনেকুৱা হ'বলৈ পালে। পিছে সেই বুলি অইন এজনী মানুহক জুইত পেলাই দিলে এইকুৱা জুই নুমাবনে? নালাগে দে। ক'ৰ মানুহ, কি কথা, কি বতৰা, সেইবোৰ খবৰ লোৱাৰ কথা নাভাবিবি। নাম নহ'লেও ধৰ্ম হ'ব। যি হ'ল হ'ল। নিজৰ কপালকে দুষি ৰাস্তা এটা উলিয়াই ল'। আগলৈ যাতে আৰু দুখ পাব নালাগে, সেই মতে কাম কৰ।"

এটোপ-দুটোপ বৰষুণ পৰিল। বুঢ়াই ক'লে. "ব'ল। ভিতৰলৈ ব'ল।"

বাপেক যোৱাৰ দিনা যোগমায়াই বৰকৈ কান্দিলে। তাই এবাৰ ক'লে, "তয়ো নহ'লে ইয়াতে থাক।"

বুঢ়াই সেমেকা হাঁহি এটা মাৰিলে; ক'লে, "সেইখন ঘৰো ৰখিব লাগে নহয়। সেইখন জানো তহঁতৰ মাৰৰ ঘৰ নহয়?"

# চাৰি

তাৰ পাছত যোগমায়াৰ দিনবোৰ নাযায়-নুপুৰায় যেন লাগিছিল; কিন্তু আচলতে দিনবোৰ বৰ বেগেৰে পাৰ হৈ গৈছিল।

লক্ষেশ্বৰে এদিন অনন্তক ক'লে,—"সেই বাপুদেউক সুধিবাচোন, এই ল'ৰা-ছোৱালীহালৰ কোষ্ঠী দুখন লিখি দিব পাৰিবনে?"

এদিন বাপুদেউ আহিল। তেওঁ ল'ৰা-ছোৱালী দুয়োটাৰে জন্মৰ মাহ-দিন-ক্ষণ বিচাৰিলে। যোগমায়াই কৈ গ'ল—ফাগুন, বুধবাৰ, ৰাতি; বহাগ, বৃহস্পতিবাৰ, আবেলি। বাপুদেৱে বোলে—'ৰাতি-আবেলি বুলিলেতো নহ'ব; কেই বাজি কেই মিনিট—"

লক্ষেশ্বৰে হাতযোৰ কৰি ক'লে, "বাপুদেউ, সেইবোৰ খেনৰ কথা আমি ক'ব নোৱাৰিম। মোটামুটিকৈ কাগজ দুখন কৰি দিয়ক;—তাত কেৱল এটা কথা ভালকৈ লিখা থাকিব লাগে—ইহঁত ডিব্রুগড়ৰ শ্রীযুক্ত ঘনশ্যাম চৌধুৰীৰ ল'ৰা-ছোৱালী। বাদ-বাকী যি লিখে সেয়া আপোনাৰ কথা।"

দুদিনমানৰ পাছত বাপুদেৱে দুখন কাগজ দিলে। লক্ষেশ্বৰে সেই দুখন যোগমায়াৰ হাতত দি ক'লে, "ভালকৈ থৈ দে।" বাপুদেৱে যোগমায়াৰ ছোৱালীজনীৰ নাম থলে—ৰাধা।

এদিন গধূলি লক্ষেশ্বৰে অনন্তক ওচৰত বহুৱাই লৈ ক'লে, "মই এটা কথা ভাবিছোঁ ককাই। তুমি আৰু কলৈকো যাব নালাগে। আমাৰ লগতে থাকা। মই কাঠৰ কাৰবাৰটো ডাঙৰ কৰিব খুজিছোঁ। তুমি নহ'লে মোৰ অসুবিধা হ'ব।"

অনন্তই অলপ সময় ভাবি ক'লে, "আপুনিতো জানেই বাবু, চাহাবে পঠোৱা পইচা কেতিয়াবাই ছুকাল। আপোনালোকৰে খাই-বৈ আছোঁ। এই বয়সত মই ক'ৰবালৈ গৈ কিবা এটা কৰি খাম, তাৰো উপায় নাই। গৌৰীপুৰত ল'ৰাটো থাকে; তাৰ ওচৰলৈকে যাবলৈ মন যায়; কিন্তু সি মোক খুৱাব কি,—তাৰ নিজৰে খাবলৈ নাই।"

"সি কি কৰে?"

"এই মোৰে নিচিনা। আৰু-তাৰ ঘৰত কাম-বন ওলালে কৰে।"

লক্ষেশ্বৰে ক'লে, "এবাৰ তুমি যোৱা। তাকো ইয়ালৈকে লৈ আহাগৈ।"

এদিন অনন্তই গৌৰীপুৰৰ পৰা পুতেক ৰামনাথ, বোৱাৰীয়েক সৰজা আৰু সিহঁতৰ ল'ৰা দুটা—গোপাল আৰু ৰেণুকাক লৈ আহিলগৈ।

লক্ষেশ্বৰে অনন্তক ক'লে, "তোমাৰ সেইটো জুপুৰীত ইমানসোপা মানুহ কেনেকৈ থাকিবা? সেইখিনিতে ঘৰ এটা সাজি লোৱা।"

হাবিৰ কাঠ, সাধন কছাৰীৰ বাৰীৰ বাঁহ আৰু লক্ষেশ্বৰৰ পইচাৰে অনন্ত আৰু ৰামনাথে এই এবিঘা মাটিৰ চৌহদৰ বাহিৰত এটা ঘৰ সাজি ললে। অনন্তৰ আগৰ জুপুৰী ঘৰটো তুলি নি সিহঁতে নতুন ঘৰটোৰ পাগঘৰ কৰিলে। ঘৰটোৰ কাৰণে ঠাই উলিয়াওঁতে এজোপা ডাঙৰ গছ কটা পৰিল। শম্ভুহঁতে সেই জোপাৰ পৰাও খুঁটা আৰু তক্তা উলিয়ালে। ৰামনাথে তক্তা কঢ়িওৱা, জাপি থোৱাৰ কামত হাত দিলে।

দিনবোৰ বৰ বেগেৰে পাৰ হৈছিল।

মাজে-মাজে হাবিখনৰ একোজোপা গছ হুৰ-হুৰকৈ বাগৰি পৰিছিল; চৰায়ে কোৰ্হাল কৰিছিল; ৰাতিপুৱাৰ পৰা গধূলিলৈকে কুঠাৰ আৰু কৰতৰ শব্দই হাবিখন জিনি আছিল। চালিখনৰ তলত তক্তা-বাতাম দ'ম খাইছিল। কেতিয়াবা তিনি-চাৰিখন গৰুগাড়ীয়ে সেইবোৰ কঢ়িয়াই দুদিনতে চালিৰ তল উদং কৰিছিল। কেতিয়াবা সেইবোৰ গৰু-গাড়ীয়েই লক্ষেশ্বৰে অইন বেপাৰীৰ পৰা কিনি লোৱা কাঠৰ টুকুৰা কঢ়িয়াই আনি শম্ভুহঁতৰ হাতত জমা দিছিল।

এদিন লক্ষেশ্বৰে সাধন কছাৰীক ক'লে, "শুনা। ইয়াৰ---অৰুণৰ বাপেকে কৈছিল---অৰুণক স্কুলত পঢ়ুৱাব লাগে। স্কুলখন বহুত দূৰত। সি ইমান দূৰলৈ অহা-যোৱা কৰিব নালাগে। তাক এতিয়া মেয়ে পঢ়ুৱাম। কিন্তু সিনো অকলে কিয় পঢ়িব লাগিছে? ইহঁত---গণেশ-কাৰ্তিকহঁতে দিনৰ দিনটো কি কৰে? সিহঁতকো পঠিয়াই দিবা।"

তাৰ পাছত লক্ষেশ্বৰে তক্তা-বাতাম থকা চালিখনৰ এমূৰে অৰুণ, গণেশ, কাৰ্তিক আৰু গোপালক বহুৱাই লৈ পঢ়াবলৈ ললে। সকলোৰে বাবে কিতাপ, চিলেঠ, পেনছিলৰ ব্যৱস্থা সিয়েই কৰিলে।

এদিন দুপৰীয়া থুনুক-থানাককৈ খোজ কাঢ়ি, অকলে, লক্ষেশ্বৰৰ স্কুলত উপস্থিত হ'লহি ৰাধা। "তয়ো পঢ়িবি নে কি? আহ"---বুলি লক্ষেশ্বৰে তাইক কোলাত বহুৱাই ললে।

তক্তা-বাতামৰ টনা-টনি, শম্ভু-লতিফহঁতৰ চিঞৰ-বাখৰত এদিন লক্ষেশ্বৰৰ বিৰক্তি জন্মিল। সি ৰামনাথ আৰু শম্ভুহঁতৰ লগৰ বনুৱা দুটাক ক'লে,---"সৌখিনিতে বেলেগে এটা স্কুলঘৰ সাজ।"

তেতিয়া লক্ষেশ্বৰৰ ছাত্ৰ বাৰটা। সাধন কছাৰীৰ ঘৰৰ ওচৰৰ পৰা আহে পাঁচটা, তাৰ শহুৰেকৰ গাঁৱৰ পৰা আহে পাঁচটা। এই বাৰটাৰ ভিতৰৰে পাঁচটাৰ পুৰণৰ নেওঁতা নৰ ডাগলৈকে মুখস্থ হৈছে।

এদিন অনন্তই লক্ষেশ্বৰক ক'লে, "বাইটিয়ে মোক কৈ থাকে---"

বাইদেউটিয়ে মানে যোগমায়াই। কি কৈ থাকে? লক্ষেশ্বৰৰ বিয়াৰ কথা। তাৰ বয়স হৈছে; যোগমায়াকো লগ এজনী লাগে।

এইটো যেন একো ভাবিবলগীয়া কথাই নহয়, তেনেকুৱা সুৰত লক্ষেশ্বৰে ক'লে, "ও", পাতিব লাগে। সোনকালে পাতিব লাগে। ছোৱালী এজনী বিচাৰা। ঠিক-ঠাক কৰা।"

সেই সকামৰ সময়তে সাধন কছাৰীৰ শহুৰেকৰ গাঁৱৰ পৰা খুঁপুকীৰ মাকহঁতৰ লগত তৰা নামৰ ছোৱালী এজনী আহিছিল। পাট-গাভৰু ছোৱালী। গা-গাৰি আটিল, ওষ্ঠ-পাখ, চুলি কোচা দীঘল, গাল দুখন ৰঙচুৱা, মাত-কথা বৰ মৰম লগা। যোগমায়াই ভাবিছিল—সকামৰ কাম-বনত তাইৰ ঘাই সাৰথি হ'ব অম্বা; কিন্তু অম্বা ক'ৰবাতে থাকিল, তৰাই এফালৰ পৰা কৰিব পৰা কামবোৰ চাফা কৰি নিলে। সেই দুদিন যোগমায়াই তাইক অকণমান সময়ো এনেয়ে বহি থকা নেদেখিলে। তাৰ পাছতো ছোৱালীজনী কেইবাদিনো যোগমায়াহঁতৰ ঘৰলৈ ফুৰিবলৈ আহিছে।

যোগমায়াই লক্ষেশ্বৰক এদিন সুধিলে, "তৰাক দেখিছ নহয়? সেই যে—"

"দেখিছোঁ।"

"আকৌ এবাৰ চাবি নে কি? চাব যদি মাতি পঠিয়াওঁ। মই পিছে ছোৱালীজনী বৰ ভাল দেখিছোঁ।"

"ভাল দেখিছ যদি আকৌ কিয় মাতি পঠিয়াব লাগিছে? কথা-বতৰা পাত। পিতাইহঁতকো সোধ।"

পিতায়েকহঁতক সুধিবলৈ বুলি যোগমায়া নিজে দুদিনৰ কাৰণে ঘৰলৈ গ'ল। পিতায়েকে চমুকৈ ক'লে, "তই ভাল দেখিছ, সি ভাল দেখিছে, ইয়াত আৰু ক'বলৈ একো নাই।"

যোগমায়াই উভতি আহি লক্ষেশ্বৰক ক'লে, "পিতায়ে মত দিছে। ডাঙৰ ককাইটিয়ে হাঁ-না একো কোৱা নাই। নবৌৱেহে খালী আপত্তি কৰিছে—ক'ৰ ছোৱালী, গুৰি-গোষ্ঠী—"

লক্ষেশ্বৰে বিচনাত দীঘল দি পৰি যোগমায়াৰ কথা শুনি আছিল; তাই শেষ কৰিবলৈ নাপাওঁতেই সি জাপ মাৰি বহিল; বহি ক'লে, "মই এনেয়ে বহাগৰ কথা ভাবি আছিলোঁ; কিন্তু নবৌৱে আপত্তি কৰিছে যেতিয়া মাঘতে দিন-বাৰ চা। সিহঁতকো সোধ।"

তৰাহঁতৰ ঘৰৰ পৰা খবৰ আহিবলৈ মাত্ৰ এদিন লাগিল। খুঁপুকী যেন বায়ুবেগেৰে গ'ল, বায়ুবেগেৰে আহিল। তৰাৰ মাক-বাপেকে এই-বিলাক নেদেখাজনৰ কৃপা বুলি চকু মুদি ওপৰলৈ হাতযোৰ কৰিলে, আৰু দৌৰ মাৰি ভিতৰৰ কোঠালি এটাৰ চুকত সোমাই গুলাব নোখোজা তৰাক

থুপুকীয়ে চিঞৰি-চিঞৰি কৈ আহিল,—"ইঁয়ে লুকাইছ কিয়? মই দবাটো নহওঁ নহয়, মাহীয়েৰহে। বাৰু কেইদিন লুকাব চাওঁ।"

মাঘত লক্ষেশ্বৰ-তৰাৰ বিয়া হৈ গ'ল।

সময়বোৰ বৰ বেগেৰে পাৰ হৈছিল।

আজিকালি উজনিৰ পৰা নামনিলৈ দুখন, নামনিৰ পৰা উজনিলৈ দুখন ৰেল যায়। মাজে-মাজে মালগাড়ীও যায়।

এসময়ত লক্ষেশ্বৰৰ স্কুলখন টাউনৰ অফিছে স্কুল বুলি স্বীকাৰ কৰিলে। কিন্তু অফিছে ক'লে—স্কুলখনৰ নাম এটা লাগিব। লক্ষেশ্বৰে স্কুলৰ নাম দিলে যোগমায়া পাঠশালা। সি এখন ছাইনব'ৰ্ডো লিখাই অনালে। যোগমায়াই সুধিলে, "কিয় সেইটো নাম দিলি?"

লক্ষেশ্বৰে ক'লে, "এইবোৰ সকলো তোৰ সম্পত্তি। মাটি-বাৰী, ঘৰ-দুৱাৰ সকলো। সেইকাৰণে সেইটো নাম দিছোঁ।"

ভেতিয়া স্কুলখনত ল'ৰা-ছোৱালী আঠাইছটা। অকণ, গণেশ, কাৰ্তিকহঁতে সেইবাৰ বৃত্তি পৰীক্ষা দিব। ক-শ্ৰেণীৰ ল'ৰা-ছোৱালী-কেইটাক ৰামনাথৰ ঘৈণীয়েক সৰলাই পঢ়ায়। ছোৱালী মানে অকল ৰাধা। যোগমায়াৰ জীয়েক। সৰলাই নিজে প্ৰথম শ্ৰেণীলৈকে পঢ়িছিল। শম্ভু আৰু লতিফে লক্ষেশ্বৰৰ হুকুমমতে ৰেলৰ আলিৰ ফালে দ্লগালগিকৈ দুটা ঘৰ সাজি লৈছিল। কিছুদিনৰ পাছত সিহঁতে ঘৈণীয়েক, ল'ৰা-ছোৱালীহঁতকো ইয়াত থাকিবলৈ নৈ আহিছিল। শম্ভুৰ ঘৈণীয়েকজনী ৰেমাৰী আছিল। তাইৰ কেঁচুৱাটোৱে ৰাতি চিঞৰি-চিঞৰি কান্দিছিল।

সময়বোৰ বৰ বেগেৰে পাৰ হৈছিল।

ৰাধাই যিবাৰ বৃত্তি পৰীক্ষা দিছিল, সেই বছৰেই যোগমায়াহঁতৰ বাপেক ঢুকাইছিল। সেই বছৰেই যোগমায়াই লক্ষেশ্বৰক এটা গোসাঁইঘৰ সজাই দিবলৈ কৈছিল। তাই সৰু কাঠ-বাঁহৰ গোসাঁইঘৰৰ কথা কৈছিল, কিন্তু লক্ষেশ্বৰে টুপ থকা পকী গোসাঁইঘৰ এটাৰ আয়োজন কৰিলে। সেই সময়ত তাৰ হাতত পইচা কম আছিল। যোগমায়াৰ অনুমতি লৈ সি লগৰ কাঠৰ বেপাৰী এটাক হাবিখনৰ পূব ফালৰ এবিঘা মাটি তিনিশ ষাঠি টকাত বেচি দিলে। টাউনখন লাহে-লাহে এইফালে আগুৱাই আহিছিল। মাটিৰ দাম বহুত বাঢ়ি গৈছিল।

হাবিখনৰ ডাঙৰ-ডাঙৰ গছবোৰ নাইকিয়া হৈছিল। শম্ভুহঁতে বেছি

ভাগ সময় লোকৰ পৰা কিনি অনা কাঠ ফালিছিল। অকণে সকলোকে কৈ দিছিল—"পনিয়ল গছজোপা কোনেও নাকাটিবা।"

সি তেতিয়া মেট্ৰিক পাছ কৰি কলেজত নাম লগাইছিল।

তাৰ পাছত যোগমায়াইহঁতে মাটি বেচিয়েই থাকিল। গোসাঁইঘৰটো সজাবলৈ কৈছিল যোগমায়াই, কিন্তু সেইটোত বেছি সময় সোমাই থাকিল লক্ষেশ্বৰ। আদ বয়সতে তাৰ সংসাৰখন অসাৰ-অসাৰ লাগিল। তৰাই কেতিয়াবা যোগমায়াৰ আগত আপত্তি কৰে—কেনেকুৱা মানুহটো হঠাতে কেনেকুৱা হৈ গ'ল।

যোগমায়াই লক্ষেশ্বৰক সোধে, "তই দেখোন কাৰবাৰৰ ফালে পিঠিয়েই দিলি। কিয় ?"

লক্ষেশ্বৰে কয়, "কি হ'ব অ' কাৰবাৰ কৰি ? টকাহে পাম, আৰু কিটো পাম ? তোৰ এই ইমান সোপা মাটি,—সেইসোপা বেচিলেওতো টকা পাবি। সেই সোপা ৰাখি থৈ কি লাভ ? চলি থাক দে এনেকৈয়ে। ই অকণে জকল কিবা ডাঙৰ কাম কৰিব। নকৰালেকে এনেকৈয়ে চলি থাক।"

অলপ সময় মনে-মনে থাকি সি সুধিলে, "তোৰ মাটি বেচি খাইছোঁ কাৰণে বেয়া পাইছ নে কি ?"

যোগমায়াই অলপ সময় লক্ষেশ্বৰৰ মুখলৈ চাই ৰ'ল। তাৰ পাছত তাই ক'লে, "সেইষাৰ কথা মুখলৈ আনিবলৈ তই বেয়া পাব লাগিছিল।"

অলপ সময়লৈ কোনেও কথা নক'লে। ৰাধাই শব্দ কৰি কৰি ইংৰাজী ব্যাকৰণ পঢ়িছিল। সেইখিনি সময় তাইৰ মাতটোৱেই ঠাই-ডোখৰত বিয়পি থাকিল।

"তয়ে বাৰু ক'চোন"—অলপ পাছত লক্ষেশ্বৰে হাঁহি এটা মাৰি সুধিলে, "তোক কিয় গোসাঁইঘৰটো লগা হৈছিল ?"

যোগমায়াই একো নক'লে।

"তোক যদি গোসাঁইঘৰটো হ'লেই হয়, তেনেহ'লে ইমান সোপা মাটি কি কৰিবলৈ লাগিছে ? মাটি-ঘৰ দি অনন্ত ককাইক পাতিছিলো নহয়, এতিয়া অনন্ত ককাই ক'ত আছে ? এইবোৰ একো ভাল নালাগে বুইছ।"

তিনি বছৰ হ'ল, অনন্তই চকুৰে নেদেখা হ'ল। বাস্তিপুৱাই গোপাল বা কৈলাশে হাতত ধৰি আনি বুঢ়াক গোসাঁইঘৰটোৰ আগৰ মুকলি ঠাই-ডোখৰৰ পকী খুঁটা এটাৰ ওচৰত বহুৱাই থৈ যায়; দিনৰ দিনটো বুঢ়া তাতে বহি থাকে। স্কুললৈ যোৱাৰ আগতে সৰলাই কাঁহী এখনত ভাত-ভৰকাৰী বাঢ়ি আনি ওচৰতে থৈ বুঢ়াৰ হাতখন কাঁহীখনৰ কিনাৰত লগাই দি যায়; তাৰ পাছত যোগমায়া বা তৰাই কাউৰী খেদি খেদি ওচৰতে বৈ থাকে।

এদিন বুঢ়াই ভগা ভগা মাতেৰে যোগমায়াক ক'লে, "বাইটি, তোমাৰ ভৱিখন চাওঁ।"

যোগমায়াই আচৰিত হৈ সুধিলে, "কিয় ?"

"সেৱা এটা কৰোঁ।"

সেইদিনা মাজনিশা বুঢ়া ঢুকাল।

"সেৱা এটা কৰোঁ।"—যোগমায়াৰ কাণত কেইবাদিনলৈকে অনন্ত বুঢ়াৰ কথাষাৰ বাজি থাকিল। গোসাঁইঘৰৰ বাৰান্দাৰ মজিয়াত যে বুঢ়াই যোগমায়াৰ ভৰিখন বিচাৰি খেপিয়াইছিল, সেই দৃশ্যটো মনত পৰি থাকিল।

কোনে কাক সেৱা এটা কৰে! ক'ৰ মানুহে ক'ত কাৰ ভৰি খেপিয়ায়!

হাবিৰ মাজত অকলশৰে যোগমায়াৰ কাৰণে ঘনশ্যাম চৌধুৰীৰ ঘৰটো ৰখি থকা মানুহটো—! যোগমায়াৰ আধাদুখৰীয়া সংসাৰখন পাতি দিয়া মানুহটো—! এইটো ঘৰত ঘনশ্যাম চৌধুৰীক ৰান্ধি-বাঢ়ি খুউৱা প্ৰথম মানুহটো—!

যোগমায়াৰ হাবিখনৰ আটাইতকৈ পুৰণি গছজোপা নাইকিয়া হৈ যোৱা যেন লাগিল।

কোনোবা আপোন মানুহ মৰাৰ কাৰণে অকণে বুকুৰ ভিতৰৰ শোকৰ কাৰণে আজিলৈকে কান্দি পোৱা নাছিল; এইবাৰ সি কান্দিলে। ৰাম-নাথতকৈও বেছিকৈ। যোগমায়াৰ চকু যেতিয়াই-তেতিয়াই, কোনো হিচাপ নোহোৱাকৈ চলচলীয়া হৈ থাকিল।

অনন্ত বুঢ়াৰ শ্ৰাদ্ধ ঘনশ্যাম চৌধুৰীৰ শ্ৰাদ্ধতকৈ ডাঙৰকৈ পতা হ'ল। সাধন কছাৰীৰ গাৰ বল পৰি গৈছিল; তথাপি শ্ৰাদ্ধৰ সকলো কামৰ গুৰি তেৱেঁই ধৰিলে। যোগমায়াহঁতৰ গোসাঁইঘৰৰ বাৰান্দাৰ পৰা ৰাম-নাথহঁতৰ ঘৰ-চোতাল দেখি থাকি। তাতে বহি সাধন কছাৰীয়ে হুকুম দি থাকিল—এইটো কৰ, সেইটো কৰ।

মাজে-মাজে তেওঁ খুঁটা-এটাত আউজি চকু মুদি মনে-মনে বহি ৰ'ল। ৰেলৰ আলিটোৰ ইপাৰৰ পৰা তেওঁৰ ঘৰলৈ যোৱা প্ৰথম মানুহটো আছিল অনন্ত। কথা পাতিবলৈ মানুহ বিচাৰি অনন্ত এদিন তেওঁৰ চোতালত থিয় হৈছিলগৈ। তাৰ পাছত কণী বিচাৰি।

বুঢ়া ঢুকোৱাৰ পাছদিনাৰে পৰা লক্ষেশ্বৰে ভাড়ি খুৱাবলৈ এৰিছিল। দহাৰ দিনা ৰামনাথে ভাড়ি-চুলি খুৱালে, লক্ষেশ্বৰে নুখুৱালে। গাল আৰু খুতৰিত হাত ফুৰাই ফুৰাই সি এবাৰ তৰাক সুধিলে, "ভাড়ি ৰাখি দিওঁ দিয়া। কেনে হ'ব ?"

তবাই নম্ৰ সুৰেৰে ক'লে, "ম্ই ভাল দেখে কৰিয়েই আছে দেখোন! মোক নো আকৌ কিয় সুধিছে?"

লক্ষেশ্বৰহঁতৰ সৰু পুতেক নবীনে কথাটো শুনি ক'লে,—"ভাল হ'ব। দেউতাই ভাড়ি ৰাখিলে দেখিবলৈ বৰ ভাল হ'ব।"

মাজু পুতেক তিলকে ক'লে—"বেয়া হ'ব।"

ডাঙৰ জীয়েক গৌৰীয়ে মুখখন ওফোন্দাই ক'লে, "ডটীয়া ভকত হ'বলৈ ওলাইছে!"

লক্ষেশ্বৰে নিজৰ থুতৰিটোত মৰম কৰাৰ নিচিনাকৈ হাত বুলাই আপোন মনে মিচিক-মিচিককৈ হাঁহিলে।

অনন্ত বুঢ়াৰ শ্ৰাদ্ধৰ কেইদিনমানৰ পাছত এদিন গধূলি ৰামনাথ গোসাঁইঘৰৰ বাৰান্দাত লক্ষেশ্বৰৰ ওচৰত বহিলহি। লক্ষেশ্বৰে সাধন কছাৰী আহিলে পুথি পঢ়িব বুলি অকলে বহি আছিল।

অলপ সময় মনে-মনে বহি থাকি ৰামনাথে ক'লে, "এটা কথা কওঁ ককাইটি।" শম্ভু, লতিফ, ৰামনাথ, সিহঁতৰ যৈণীয়েক কেইজনী সকলোৱে পাছলৈ লক্ষেশ্বৰক ককাইটি আৰু যোগমায়াক বাইটি বুলি মাতিছিল।

"ক।"

"বাবাই আমাক ইয়ালৈ মাতি আনিলে। আপোনাৰ লগতে কাম-বন কৰি আমি খাই-বৈ আছোঁ। এতিয়া বাবা মৰি গ'ল, আমাৰ বা কি হয়!"

"হ'বলৈ আৰু কিটো আছে? কাম কৰ, কামাই কৰ, খাই-বৈ ভালেৰে থাক।"

"কামটো কৰিমেই। আপুনিতো দেখিয়েই আছে। কামলৈ মই ভয় নকৰোঁ। গোপালো ডাঙৰ হৈছে, তাকো কামত লগাব পাৰিম। মই কোনো উপায়েৰে পেটৰ ভাত-মুঠি যোকলাব পাৰিম। কিন্তু নিজৰ বুলিবলৈ মাটি অকণ, ঘৰ এটা—"

লক্ষেশ্বৰে চকু মুদি কথাবোৰ শুনি আছিল, এইবাৰ সি চকু মেলি ৰামনাথলৈ চালে। —'মাটি অকণ ঘৰ এটা?' —সি নুবুজাৰ নিচিনাকৈ সুধিলে।

"ওঁ।" —ৰামনাথে লাহেকৈ ক'লে।

"কিয়, তই এতিয়া ঘৰত থকা নাই জানো?"

"আছোঁ। আপোনালোকৰ দয়াতেই, ভাল ঘৰতেই আছোঁ। এনেকুৱা ঘৰত আমাৰ বাবাৰো থাকিবলৈ পোৱা নাছিল, আমিও থাকিবলৈ পোৱা নাছিলো।"

"তেনেহ'লে?"

"ঘৰটো ভাগিলে আমি ঠিক-ঠাক কৰি লব পাৰিম, কিন্তু মাটিতোখৰৰ

দাম দিবলৈতো উপায় কৰিব নোৱাৰিম!" —ৰামনাথে করুণ দৃষ্টিৰে লক্ষেশ্বৰৰ চকুলৈ চালে।

"তহঁতক মাটিৰ দাম কোনে খুজিছে?" লক্ষেশ্বৰে ডাবি দিয়াৰ সুৰেৰে সুধিলে।

"কোনেও নাই খোজা। কিন্তু আমাৰ নিজৰোতো এটা বিবেচনা আছে! আমাৰ সিফালৰ মাটিডোখৰ যে কিনিছে হৰিশংকৰ নামৰ মানুহজন, তেওঁ কালি জেওৰা দিয়াবলৈ আহোঁতে ক'লে,—আপোনালোকে যদি বেচে, তেনেহ'লে আমি থকা মাটিখিনিও বোলে তেওঁ কিনি লব। তেতিয়া বোলে তেওঁৰ সুবিধা হ'ব।"

"হয় নে কি?" লক্ষেশ্বৰে আকৌ চকু মুদিলে। অলপ পৰৰ পাছত সি ক'লে, "কাইলৈ জগত মণ্ডলক মই মাতিছোঁ বুলি কবিগৈ। অফিছটো চিনি পাৱ নহয়?"

"পাওঁ।"

"যা। তই এতিয়া যা।"

ৰাতি ভাত খোৱাৰ সময়ত লক্ষেশ্বৰে যোগমায়াৰ লগত ৰামনাথহঁত থকা মাটিখিনিৰ কথা উলিয়ালে। যোগমায়াই আচৰিত হৈ সুধিলে, "কিয়? সেইখিনি জানো এতিয়া সিহঁতৰে মাটি নহয়?"

লক্ষেশ্বৰে অকণক সুধিলে, "তই কিবা কবি নেকি অ' অকণ?"

"ওহোঁ।" —ভাতগৰাহ গিলি লৈ সি ক'লে, "এইবিলাক মাটি-বাৰীৰ কথা মই একো নাজানোও, মোক একো নুসুধিবও। মোক খালী স্কুল-খন ঠিক কৰি দিয়ক। এইখন সোনকালে এম ই স্কুল হ'ব লাগে, তাৰ পাছত হাইস্কুল হ'ব লাগে। তাৰ কাৰণে যদি মাটি বেচিব লাগে, বেচি দিয়ক।"

তাৰ পাছত, অকণৰ ভাত খাই শেষ নোহোৱালৈকে কোনেও কথা নক'লে। অকণ উঠি যোৱাৰ পাছত লক্ষেশ্বৰে যোগমায়াক ক'লে, "তাক কথাটো কিয় সুধিলো জান? সি ডাওৰ হৈছে নহয়; এতিয়া কামবোৰ কৰোঁতে তাকো সুধি-পুছি কৰা ভাল।"

যোগমায়াই অলপ টান মাতেৰে ক'লে, "তই আজিকালি কথাবোৰত বৰ পাক লগাৱ।"

লক্ষেশ্বৰে হাঁহি এটা মাৰি ক'লে, "ক'ৰ পাক লগালো অ'? পাক খুলিছোঁ হে! মই এতিয়া পাকৰ পৰা ওলাবৰ হ'ল নহয়! নাই হোৱা জানো?"

"তোক মই তেনেকুৱা কথা ক'বলৈ মানা কৰিছিলো নহয়!" —যোগমায়াই আক টান মাতেৰে ক'লে।

লক্ষেশ্বৰে আকৌ হাঁহি এটা মাৰি খোৱাপাতৰ পৰা উঠি গ'ল। অলপ

পাছত তাৰ কাঁহীখনতে তৰা ভাত খাবলৈ বহিল। যোগমায়াই বাধাই খাই যোৱা কাঁহীখনতে নিজলৈ ভাত বাঢ়ি ললে। খাই থাকোঁতে তাই তৰাক ক'লে, "তুমিও ককাইটিক ক'বা, সি আজিকালি মাজে-মাজে পৰ-পৰ ভাবত কথাবোৰ কয়। মই বৰ দুখ পাওঁ। সিয়েই মূল মানুহ; সিয়েই ঘৰখন চলাব লাগে। সি এনেকুৱা কৰিলে—"

যোগমায়াই কথাষাৰ শেষ কৰিব নোৱাৰিলে। কিবা এটাই ডিঙিত সোপা মাৰি ধৰা যেন পালে।

সিটো কোঠালিত গৌৰী, তিলক আৰু নবীনৰ টোপনি যোৱাৰ পাছত তৰাই লক্ষেশ্বৰক ক'লে—যোগমায়াই তাইক কি কি কৈছিল। হাত দুখনৰ ওপৰত মূৰ থৈ লক্ষেশ্বৰ চিত হৈ পৰি আছিল। অলপ সময় তেনেকৈয়ে পৰি থাকি সি মাতিলে, "তৰা!"

তৰাই ওঁ-আঁ একো নকৰিলে। তাইৰ নাকৰ পানী উজুউৱাৰ সৰু শব্দ এটা হ'ল। তাইৰ চকুলৈ পানী আহিছিল। লক্ষেশ্বৰে নাকৰ শব্দটোতে বুজিলে—তাই কান্দিব খুজিছে। এনেকুৱা তাই কেইবাদিনো কৰিছে।

লক্ষেশ্বৰ কিছুসময় মনে-মনে ৰ'ল; তাৰ পাছত সি গধুৰ মাতেৰে, লাহে-লাহে ক'লে, "তাই কৈছে,—মই মূল মানুহ। কিন্তু তুমিয়েই কোৱা-চোন,—মই কিয় এইখন ঘৰৰ মূল মানুহ হ'ব লাগিছিল? এইখন ঘৰৰ মূল মানুহ হ'বলৈ মোৰ দুখ নালাগেনে?"

লক্ষেশ্বৰ অলপ ৰ'ল। তাৰ পাছত সি ক'লে, "তাইতো তোমাতকৈ বয়সত অলপহে ডাঙৰ! আজি এই চৈধ্য-পোন্ধৰ বছৰে আমি কিমান আনন্দ কৰিলোঁ মনত পেলোৱাচোন। আৰু—দুখন বেৰৰ সিফালে তাই কেনেকৈ দিন কটালে ভাবাচোন। আগ নাই গুৰি নাই—ক'ৰ এটা মানুহ,—ভুটুংকৈ ওলালহি; —মাটিয়ে-সম্পত্তিয়ে এইখন ঘৰ পাতিলে; তাৰ পাছত নাই। তাইৰ ঘৰ-সংসাৰ ৰখিবলৈ আহি মই সুখ কৰিছোঁ; —কথাটো মনলৈ আহিলেই মোৰ বৰ বেয়া লাগে বুইছা। ঘৰ-মাটি-সম্পত্তিহে ৰখিব পাৰি, তাইৰ বয়সৰ মানুহ এজনীক ৰখিব নোৱাৰি নহয়।"

লক্ষেশ্বৰ আকৌ অলপ সময় মনে-মনে ৰ'ল। তাৰ পাছত সামান্য বিৰক্তিৰ সুৰেৰে সি ক'লে, "সেই কাৰণে এইবোৰ একো ভাল নলগা হৈছে বুইছা। একো নাই এইখন সংসাৰত। মিছা।"

লক্ষেশ্বৰে তৰাৰ ফালে কাতি হ'ল। তৰাৰ মূৰত লাহে-লাহে হাত বুলাই সি ক'লে, "তুমি দুখ পোৱা বুলিহে! নহ'লে—"

নহ'লে লক্ষেশ্বৰে কি কৰিলেহেঁতেন সেইটো ফুটাই ক'বলৈ তাৰো মন নগ'ল, শুনিবৰ কাৰণে তৰাৰো কাণ সজাগ হৈ নাছিল। কিছু সময়ৰ আগৰে পৰা তাই এক মনে বাধা আৰু যোগমায়া শুই থকা বিছনা-

ধনৰ কথা ভাবিবলৈ লৈছিল। লাহে-লাহে তাইৰ চকুৰ আগলৈ যোগমায়া মানুহজনী উঠি আহিল। গায়ে-গাৰিয়ে, ৰঙে-চঙে ধুনীয়া মানুহজনী— । মেখেলাচাদৰযোৰহে বুঢ়ী হৈছে।

অলপ সময়ৰ পাছত আকৌ তৰাই নাকৰ পানী উজুউৱাৰ শব্দ শুনা গ'ল। লক্ষেশ্বৰে তাইৰ চকুযোৰ খেপিয়াই চালে,—পানী ওলাইছে নে কি। ওলাইছে।

পাছদিনাৰ পাছদিনা ৰাতিপুৱাই জগত মণ্ডল আহিল। লক্ষেশ্বৰে তেওঁক প্ৰথমতে ৰামনাথৰ ঘৰলৈ লৈ গ'ল। ৰামনাথ, সৰলা, গোপাল, কৈলাশ, আৰু এইটো ঘৰত জন্ম হোৱা গীতা,—এটাইমখা ওলাই আহিল। লক্ষেশ্বৰে হুকুম দিয়াৰ সুৰেৰে ডাঙৰ-ডাঙৰকৈ ক'লে, "মণ্ডল, এইটো ঘৰক মাজত লৈ, আমাৰ সীমাকে এটা সীমা ধৰি, দুকঠা মাটি জুখি উলিয়াওক। একেবাৰে খুঁটা পুতি তিনিওটা সীমা ঠিক কৰি দিব। হৰিশংকৰক বেচা মাটিখিনিৰো এইফালৰ সীমাটো ঠিক কৰি দিব। ইয়াৰ—ৰাম- নাথৰ মাটি আৰু হৰিশংকৰৰ মাটিৰ মাজেদি ভিতৰলৈ যোৱা বাট এটা ওলাব লাগিব।"

তাৰ পাছত মণ্ডলক লগত লৈ লক্ষেশ্বৰ শম্ভু আৰু লতিফৰ ঘৰ পালেগৈ। শম্ভু ঘৰত নাছিল। দীঘলকৈ ওৰণি লৈ তাৰ ঘৈণীয়েক দুৱাৰমুখলৈ ওলাই আহিল। লতিফো আহিল। লক্ষেশ্বৰে সকলোকে বুজাই দিলে—মণ্ডলে শম্ভু আৰু লতিফক একঠা-একঠা মাটি জুখি দিব; শম্ভুহঁতে সেই মতে সীমা চমজি লৈ বঙালী এৰাৰে নিজৰ নিজৰ মাটি বেৰি লব। সেই মাটি সিহঁতৰ। সিহঁতৰ নামত মাটিখিনি নামজাৰি কৰাৰ ব্যৱস্থা মণ্ডলে কৰি দিব। আৰু এইযে কাঠ টনাটনি কৰা মানুহকেইটা, সিহঁতে স্কুলৰ ওচৰৰ পৰা সিহঁত থকা চালিখন তুলি আনি লতিফৰ ঘৰৰ ওচৰতে পাতি লব। সিহঁত তিনিওটাৰে নামত মুঠতে একঠা মাটি ধৰি থোৱা হ'ল; কিন্তু এই কঠা মাটিৰ নামজাৰি সিহঁতৰ নামত নহ'ব।

তাৰ পাছত লক্ষেশ্বৰে জগত মণ্ডলক যোগমায়া পাঠশালাৰ ওচৰলৈ আনিলে।

"ইয়াত এখন ডাঙৰ স্কুল হ'ব। প্ৰথমতে মাইনৰ, পাছলৈ হাইস্কুল। তিনি বিঘা মাটি জুখি উলিয়াই দিয়ক। ইহঁত—এই লতিফহঁতে খুঁটি মাৰি সীমাটো ঠিক কৰি দিব। যেতিয়া স্থিৰ হয় হ'ব, সীমা এতিয়াই ঠিক হ'ব লাগে।"

জগত মণ্ডলে সেইদিনা দুপৰীয়া লক্ষেশ্বৰহঁতৰ ঘৰতে ভাত খালে। পাছদিনা তেওঁ লগৰ মানুহ-দুনুহ আনি সীমাৰ কামবোৰ শেষ কৰি দিলে।

# পাঁচ

যোগমায়া পাঠশালাত ল'ৰা-ছোৱালীৰ সংখ্যা এশৰ ওচৰা-উচৰি হৈছিল। লক্ষেশ্বৰহঁতে বেচা মাটিত বহা মানুহৰ ঘৰৰ ল'ৰা-ছোৱালীয়েই হ'ল সাতটা। এসময়ৰ এই হাবিখনৰ টাউনৰ কাষে থকা চৰণীয়া পথাৰ, খেতিৰ পথাৰ, হাবিতলীয়া মাটি আদিত বহুতো ঘৰ হৈছিল। সেইবোৰ ঘৰৰ পৰা যোগমায়া পাঠশালালৈ অইন স্কুলতকৈ ওচৰ হৈছিল। সিফালৰ পৰাও টাউনলৈ চাকৰি কৰিবলৈ যোৱা কিছুমান মানুহে হাইস্কুলৰ আগত-পিছত বহুৱাই আনি পুতেকহঁতক এইখন স্কুলত নমাই থৈ গৈছিল। বেলৰ আলিৰ সিপাৰেও, সাধন কছাৰীৰ ঘৰৰ চাৰিওফালে ঘৰেই ঘৰ হৈছিল। লক্ষেশ্বৰহঁতৰ হাবিখনৰ মাজৰ লুংলুঙীয়া বাটকেইটা এতিয়া বহল হৈ পৰিছিল।

সাধন কছাৰীৰ ল'ৰা গণেশে হাইস্কুলত অকণৰ সমানে-সমানে গৈ আছিল; কিন্তু সি মেট্ৰিক পৰীক্ষাত ফেল হ'ল। বাপেক, লক্ষেশ্বৰ, যোগমায়া সকলোকে সি ক'লে,—সি আৰু নপঢ়ে। কথাবোৰ ৰব টান। সি আৰু সেইবোৰৰ লগত যুদ্ধ নকৰে। লক্ষেশ্বৰে ক'লে,—পঢ় নপঢ় সেইটো ঠিক কৰিবলৈ সময় আছে। এতিয়া তই আমাৰ স্কুলত মাষ্টৰ হ। তেতিয়াৰ পৰা গণেশে লক্ষেশ্বৰ আৰু সৰলাৰ লগত যোগমায়া পাঠশালাত ল'ৰা পঢ়াই আছে।

লক্ষেশ্বৰে বেলৰ আলিৰ কাষে আৰু পাঁচ বিঘা মাটি পাঁচজন মানুহক বেচি দিলে। ৰামনাথ আৰু হৰিশংকৰৰ ঘৰৰ মাজেদি সেই মাটিলৈ যোৱা বাট উলিয়াই দিলে। সেইখিনি মাটি বেচা পইচাৰ অলপমান লক্ষেশ্বৰে কাঠৰ ব্যৱসায়ত লগালে, বাকীখিনিৰে নতুনকৈ এটা স্কুলঘৰ সাজিবলৈ ললে। আগৰ ঘৰটো থাকিব, তাৰ ওচৰৰ পৰাই দীঘলকৈ ইটো ঘৰ হ'ব। শাভাম, টিনপাত লগোৱা পকা ডেটিৰ ঘৰ। এতিয়া মাইনৰ স্কুলৰ জোখাৰে হ'ব; পাছত এনে পেটাৰ্ন কৰি ইফালৰ সাজিলেই হাইস্কুলটো চলিব পৰা হ'ব।

কিন্তু সাজিবলৈ আৰম্ভ কৰাৰ পাছত লক্ষেশ্বৰৰ ঘৰটো একেবাৰে হাইস্কুলৰ জোখাৰে সাজি শেষ কৰি পেলাবলৈ মন গ'ল। হাতৰ পইচা-খিনিৰে সিমানলৈকে কুলোৱা টান আছিল; কিন্তু সেই সময়ত লক্ষেশ্বৰহঁতৰ মাটি কিনিবলৈ নতুন-নতুন মানুহ মনে-প্ৰাণে আহি আছিল। এসময়ত লক্ষেশ্বৰে যি হয় হ'ব বুলি আকৌ মাটি বেচিবলৈ আৰম্ভ কৰিলে আৰু

স্কুলঘৰৰ ভেটি বঢ়াই নিবলৈ ধৰিলে। পাঠশালা স্কুলটোত ল'ৰা পঢ়োৱাৰ মাজে-মাজে বাৰান্দালৈ আহি সি মিস্ত্ৰিৰ কাম চাই থকা কৰিলে।

তেতিয়া তাৰ ভাঙিৰ আগে বুকুখন চুই থাকে।

এই স্কুলঘৰৰ কাম আগবঢ়াৰ লগে-লগে ঠাইডোখৰত আৰু কেই-বাটাও ঘৰৰ কাম আগবাঢ়িল। আগতে মাটি কিনি বহা মানুহ কেইঘৰে কাঠ-বাঁহৰ খুটা, বাঁহৰ বেৰৰ খেৰী ঘৰ সজাইছিল; কিন্তু নতুন মানুহ কেইঘৰে পকীঘৰ সজাবলৈ ললে। দুজনে দুটা দুমহলীয়া ঘৰৰো ভেটি বন্ধালে। জগমোহন নামৰ এজনে এটা আহল-বহল গুদাম ঘৰ সজাবলৈ ললে। মাটি খান্দোতে তেওঁৰ বনুৱাই কোমোৰাৰ নিচিনা এটা দীঘল, ঘূৰণীয়া নিমজ শিল পালে। জগমোহনে শিলটোক সাত-সেৱা কৰিলে। তেওঁৰ মাটিতে থকা গছ এজোপাৰ গুৰিত পকা ভেটি এটা কৰোৱাই তাতে তেওঁ শিলটো থিয়কৈ বহুৱালে, আৰু বনুৱাহঁতক পুৱা-গধূলি তাৰ গাত পানী ছটিয়াই গুৰিত ফুল কেইপাহমান থবলৈ ক'লে। তিনি বছৰ মানৰ আগতে বহা মনোৰঞ্জন দাস নামৰ মানুহ এজনে তেওঁৰ খেৰী ঘৰটোৰ আনফালে থকা খালী ঠাইত এখন ফুলনি কৰিছিল। জগমোহনৰ বনুৱাহঁতক তেওঁ অলপ-অলপ ফুল দিলে আৰু সাৱধান কৰি দিলে,—মই নিজে ছিঙি দিম; তহঁতে কেতিয়াও ফুলত হাত নিদিবি।

জগমোহনে কিছুদিনৰ পাছতে শিল থকা ভেটিটোৰ ওপৰত এখন চালি সজাই দিলে, আৰু চালিখনৰ চাৰিওফালে ৰঙা জবাৰ ডালকেইটা-মান ৰোৱাই দিলে।

সেই জবা গছত যেতিয়া ফুল ফুলিল, তেতিয়া লক্ষেশ্বৰৰ স্কুলঘৰ সজা শেষ হৈছে। এটা দুমহলীয়া ঘৰ গৃহস্থই আধা সজোৱাকৈ এৰিলে, এটা সম্পূৰ্ণ হ'ল। সেইটোৰ ওপৰ মহলাত পৰিয়াল লৈ মালিক থাকে, তলৰ মহলাত ছটা কাবুলী থাকে। জগমোহনৰ গুদামলৈ ঘোঁৰাগাড়ীত ৰাণীমাৰ্কা কেৰাছিন তেলৰ টিন আহে। লতিফৰ পুতেকেও এখন ঘোঁৰাগাড়ী লৈছিল। সিও কেৰাছিন তেলৰ টিন কঢ়িয়াবলৈ ললে। সন্ধিয়া সি ঘোঁৰাটোৰ আগ-ঠেং দুটা সাঙুৰি বান্ধি এৰি দিয়ে। ঘোঁৰা-টোৱে চুবুৰীৰ ঘৰবোৰৰ মাজে-মাজে হোৱা কেঁচা বাস্তাকেইটাইদি জঁপিয়াই-জঁপিয়াই ঘূৰি ফুৰে, আৰু প্ৰায়েই জগমোহনৰ গুদামৰ আগৰ খালী ঠাই ডোখৰত জলকা লাগি থিয় হৈ থাকে।

লক্ষেশ্বৰে যোগমায়াৰ হুকুম মতে নিজৰ ল'ৰা-ছোৱালী তিনিটাৰ কাৰণে সিহঁতৰ ঘৰটোৰ দক্ষিণফালে দুটা কোঠালি বঢ়ালে।

অৰুণে বি, এ, পাছ কৰাৰ পাছত লক্ষেশ্বৰে তাক সুধিছিল,—'এতিয়া কি কৰ? তইতো বিচাৰিলেই ডাঙৰ চাকৰি পাবি!'

অকণে কৈছিল—সি আইন চাকৰি নকৰে; স্কুলখনতে লাগি থাকিব। যোমায়েকে মন কৰিলে অলপ জিৰণি লব পাবে।

ৰামনাথৰ ডাঙৰ পুতেক গোপালে নাইনৰ পৰা স্কুল এৰিছিল, সৰু পুতেক কৈলাশে মেট্ৰিক পাছ কৰিছিল। অকণে দুয়োটাকে মাষ্টৰ হ'বলৈ ধৰিছিল। কৈলাশ ৰাজী হ'ল, কিন্তু গোপাল নহ'ল। সি সিহঁতৰ ঘৰৰ আগফালে এচলীয়া ঘৰ এটা সাজি গেলামালৰ দোকান এখন আৰম্ভ কৰিছিল; এতিয়া সি মাল জোখা ল'ৰা এটা ৰাখিব পৰা হৈছে।

সাধন কছাৰীৰ শহুৰেকৰ পাঁচৰ তিনিটা ল'ৰাই অলপ যৈ-বৈ হ'লেও আই-এ পাছ কৰিছিল; অকণে সিহঁতৰ দুটাক স্কুলখনলৈ মাতি আনিলে। ৰাধা কলেজ পাইছিলগৈ। তাই অকণক সুধিছিল,—"ময়ো স্কুলতে সোমাওঁ নে কি? তলৰ ক্লাছকেইটাত ভালকৈ পঢ়াব পাৰিম।" অকণে ক'লে,—নালাগে।

এদিন অকণে নিজে অৰ্ডাৰ দি এখন আঠফুট-তিনিফুট ছাইজৰ ছাইন-ব'ৰ্ড লিখাই অনালে। নীলা ৰঙৰ ওপৰত বগা আখৰ,—যোগমায়া মিডল ইংলিছ স্কুল। দুটা সোণাৰু খুঁটাত ছাইনব'ৰ্ডখন লগোৱাৰ পাছদিনাই শিক্ষা বিভাগৰ ডেপুটি ছাব ইন্সপেক্টৰে স্কুলখন চাই গ'লহি।

তাৰ পাছত, এদিন অকণে বাৰফুট-তিনিফুট ছাইজৰ এখন ছাইনব'ৰ্ড লিখাই অনালে।—যোগমায়া হাই ইংলিছ স্কুল।

যোগমায়াৰ দিনবোৰ নাবায়-নুপুৰায় লাগিছিল, কিন্তু আচলতে সময়বোৰ বৰ বেগেৰে গৈ আছিল।

গোলোকেশ্বৰ মণ্ডলে দি থৈ যোৱা বাচন-বৰ্তনবোৰৰ কিছুমান ভাগি-ছিগি গৈছিল, কিছুমান ক্ষয় গৈ-গৈ নিমজ হৈ পৰিছিল, কিছুমানত গোটোকা পৰিছিল। যোগমায়াই নিজে পঢ়াই লোৱা গোসাঁইঘৰৰ চাকি থোৱা গছাটো তেল-ধোঁৱাৰে ক'লা হৈ গৈছিল। নাদটোৰ পানী শাওনত কিমানলৈ উঠে, চ'তত কিমানলৈ নামে, কোন মাহত পানী কিমানত থাকে,—সেইবোৰ যোগমায়াৰ মনত বৈ গৈছিল। তাইৰ কিমান যেজী যে হেৰাই-ছিল, কিমান বেজী যে ভাগিছিল!

এদিন চুলি আচোঁৰোতে তাই এডাল পকা চুলি পাইছিল। মুখৰ খজুৰতি এটাই মাজে-মাজে তাইক আমনি কৰিছিল।

এদিন মাটি কিনিবলৈ অহা মানুহ এজনেও তাইক আমনি কৰিব খুজিছিল। পাঁচ দিন যোগমায়াক লগ ধৰি মানুহটোৱে যিখিনি কথা কৈছিল, তাৰ সাৰাংশ হ'ল: অকণাক দেখিলে ইমান ডাঙৰ-ডাঙৰ ল'ৰা-ছোৱালী আছে বুলি ধৰিবই নোৱাৰি। মই সকলো শুনিছোঁ।

ৰৰ কষ্ট। মোৰো তেনেকুৱাই। সুখৰ মুখ দেখিলো কি নেদেখিলো,—সংসাৰৰ এফাল শেষেই হ'ল। সেই কাৰণে ভাবিছোঁ—ইয়াতে সৰুকৈ হ'লেও ঘৰ এটা সাজি আপোনাৰ ওচৰতে থাকিবলৈ পালে ভালেই পাম।

মানুহটোক যোগমায়াই সদায় লক্ষেশ্বৰক লগ ধৰিবলৈ কৈছিল, কিন্তু সি সদায় লক্ষেশ্বৰ ঘৰত নথকা সময়ত আহিছিল। সেই কেইদিন যোগমায়াৰ মাজে-মাজে গোটেই গাটো জিকাৰ খাই উঠা যেন লাগিছিল। ৰাতি বাৰে-বাৰে তাইৰ টোপনি ভাগি গৈছিল। শেষ ৰাতিও তাই ঘামিছিল। মানুহটো আকৌ আহে বুলি তাই ভয় খাইছিল, আৰু ভয়ে-ভয়ে বাটলৈ চাইছিল। আৰু যেতিয়া মানুহটো আহিছিল, তেতিয়া তাই বহক বুলি কৈ শিলৰ নিচিনাকৈ থিয় হৈ আছিল।

শেষত এদিন তাই লক্ষেশ্বৰক কৈ দিছিল,—সেই মানুহটোক যেন সি মাটি নেবেচে।

যিবোৰ মানুহে ঘৰ সাজি ইয়াত থাকিবলৈ লৈছিল, সেই সকলোৱে যোগমায়াক দেখিলে কপালত হাত লগাই প্ৰণাম কৰিছিল। কাবুলীকেইটাই দুয়োখন হাত লগ লগাই প্ৰণাম কৰিছিল।

অৰুণ আৰু ৰাধাই মাকক মাজে-মাজে চহৰৰ মাজ ভাগলৈ ফুৰাবলৈ নিছিল। যোগমায়াই কেতিয়াবা দোকানৰ পৰা ৰাধা-গৌৰীহঁতৰ কাৰণে কিবাকিবি কিনিছিলো।

এদিন ৰাধাই মাকক এখন পাৰ্কলৈ লৈ গৈছিল। পাৰ্কখনত ল'ৰা-ছোৱালী কিছুমানে খেলি আছিল, আৰু ডাঙৰ মানুহবোৰে ইফাল-সিফাল কৰি আছিল। কিছুমানে বহি কথাও পাতি আছিল।

কেইদিনমানৰ পাছত, এদিন আবেলি যোগমায়াই লক্ষেশ্বৰ আৰু অৰুণক লগত লৈ চুবুৰীটোৰ পশ্চিম ফাললৈ খোজ কাঢ়িলে। যাওঁতে তাই কৈ গ'ল,—বহুত মাটি বেচা গ'ল; বাকীখিনিও এদিন বেচা যাবই। সেই কাৰণে—

মাটিখিনিৰ পশ্চিম সীমাত থিয় হৈ যোগমায়াই ক'লে, "এইখিনিৰ পৰা বেলৰ আলিলৈকে—এই গোটেইখিনি মাটি কিমান হ'ব? চাৰি বিঘামান হ'ব নে?"

"পাঁচ বিঘামানেই হ'ব।"—লক্ষেশ্বৰে ক'লে।

"এইখিনি বেচিব নালাগে। এইখিনি এখন পাৰ্কৰ কাৰণে এৰি থ।"

পাছদিনাই লক্ষেশ্বৰে মানুহ লগাই সেই মাটিখিনিৰ সীমাই-সীমাই খুঁটি পোতালে।

পূবফালৰ দুবিঘা মাটি বেচি লক্ষেশ্বৰে এসময়ত মাটিখিনিৰ চাৰিওফালে চাৰিটা ৰাস্তা ৰাখি ছফুট ওখ দেৱাল এখন সজালে।

এদিন ঠাইডোখৰৰ দুয়োফালে—এইটো ৰাস্তা আৰু ৰেলৰ আলিৰ পৰা দেখি থকাকৈ দুখন ডাঙৰ-ডাঙৰ ছাইনবৰ্ড লগোৱা হ'ল।

পাৰ্কখনৰ নামটো যোগমায়াই নিজে দিছিল।—ঘনশ্যাম চৌধুৰী উদ্যান।

# ছয়

ঘনশ্যাম চৌধুৰী উদ্যান। —প্ৰকাণ্ড ছাইনব'ৰ্ড দুখনৰ গোট-গোট আখৰবোৰ বহুদূৰৰ পৰা পঢ়িব পৰাকৈ জিলিকি থাকিল। ঠাইডোখৰৰ চেহেৰাটোৱেই সলনি হৈ গ'ল।

লক্ষেশ্বৰে প্ৰথমতে কাঠৰ খুঁটাত ছাইনবʼৰ্ড দুখন লগোৱাইছিল; কেইদিনমানৰ পাছতে কথাটো তাৰ ভাল নালাগিল। এইটো ৰাস্তা আৰু ৰেলৰ আলিৰ ফালৰ বাট দুটাত সি ডাঙৰ-ডাঙৰ পকী পিলাৰ সজালে, আৰু সেই পিলাৰৰ ওপৰত ছাইনবʼৰ্ড দুখন মজবুতকৈ লগাই দিয়ালে।

বাটেদি অহা-যোৱা কৰা মানুহে ছাইনবʼৰ্ডখনলৈ চাই যায়। কোন বা ঘনশ্যাম চৌধুৰী। কি বা উদ্যান।

লক্ষেশ্বৰৰ আধা-চিনাকি মানুহ এজনে এদিন তাক সুধিলেই,—এইখিনি মাটি কোন ঘনশ্যাম চৌধুৰীক বেচিলে? তেওঁ ইয়াত কি কৰিব? কিবা বাগিচা পাতিব নে কি?

ৰেলত উঠি অহা-যোৱা কৰা মানুহবিলাকৰ যিবিলাক এই কামে ৰহে, তেওঁলোকৰ পঢ়িব জনাখিনিয়ে ছাইনবʼৰ্ডখন পঢ়ে, আৰু প্ৰায় সকলোৱে দেৱালৰ ভিতৰত কি আছে চাবলৈ চেষ্টা কৰে।

ঘনশ্যাম চৌধুৰী উদ্যানত কি হʼব, সেইটো কোনেও ঠিক কৰি দিব-লগীয়া নহʼল। এদিন চুবুৰীটোৰ লʼৰা-ছোৱালীবোৰে দেৱালৰ মাজৰ ঠাইখিনি আবুৰ আৰু নিজঙাল কাৰণে তাত আবেলি পৰত খেলিবলৈ আহিল। সিহঁতে খেলিব কাৰণে চুবুৰীটোৰ প্ৰায় আটাইবোৰ মতা মানুহ ঠাইখিনি চফা কৰাত লাগিল। ৰামনাথ, লতিফ, শম্ভু, গণেশ, কাৰ্তিক-ইঁতৰতো কথাই নাই, জগমোহনৰ গুদামৰ বনুৱা কেইটায়ো আজৰি সময়ত কোৰ-কুঠাৰ লৈ গছ-বন কটাত লাগিল। ঠাইডোখৰৰ পূবফালে দেৱালৰ ভিতৰত পনিয়ল গছ এজোপা পৰিছিল; অকণে চকু ৰাখিলে—সেইজোপা যেন কটা নাযায়। ঠাইডোখৰৰ ভালেমান ডাঙৰ-ডাঙৰ গছ লক্ষেশ্বৰহঁতে বহুদিনৰ আগতেই কাঠৰ বেপাৰ কৰিবলৈ কাটি পেলাই-ছিল; মাজে-মাজে দুই-এজোপাহে আছিলগৈ। যোগমায়াই কʼলে,—সেই কেইজোপা থাকক।

মানুহবিলাকে কোৰ-কুঠাৰ সামৰাৰ পাছত ঠাইডোখৰত যাঁহ-বন যি থাকিল, তাৰ বহুত লʼৰা-ছোৱালীৰ ভৰিৰ খোজতে মৰিল। ইফালে আধা মাইল, সিফালে আধা মাইল দূৰৰ লʼৰা-ছোৱালী ইয়াত খেলিবলৈ

আছিল। আথা ঘণ্টা ক্রুটীত যোগমায়া হাইস্কুলৰ ল'ৰা আৰু মাইনৰ স্কুলৰ ছোৱালী কিছুমানেও ইয়াত খেলা কৰিলে। হৰিশংকৰৰ ঘৰতে সিহঁতৰ দেশৰ পৰা ক্ষুকিয়ৈ অহা দূৰসম্পৰ্কীয় ভাগিনীয়েক এটাই এই- ফালৰ গে'টখনৰ ওচৰত ভজা বুট, মটৰ, বাদামৰ দোকান খুলিছে। সি এমাহমান থাকি দেশলৈ উভতি যোৱাৰ কথা আছিল,—নাগ'ল।

পুৱাবেলা সোনকালে ঘৰৰ পৰা ওলাই অৰুণে সদায় স্কুল দুখনৰ চৌহদত এপাক মাৰে। কেতিয়াবা জলপ আওৱাই আহি সি ঘনশ্যাম চৌধুৰী উদ্যানতো সোমায় আৰু ইফালে-সিফালে চাই লাহে-লাহে ঘূৰি ফুৰে। বহুত দিনৰ আগতে কটা গছ এজোপাৰ শুকান মূঢ়া এটাৰ ওপৰত বহি থাকোঁতে এদিন তাৰ হঠাতে মনলৈ আহিল,—উদ্যানখনত মানুহ বহিব পৰাৰ এটা ব্যৱস্থা কৰিব লাগে। তিনি মাহমানৰ মূৰত কজি- কতাৰ পৰা দীঘল-দীঘল বেঞ্চৰ কাৰণে লোহাৰ ফুলকটা ফ্ৰেম আহিল। লগতে দুখন লোহাৰ গে'টো আহিল। ইয়াৰ মিস্ত্ৰিয়ে ভালবো ভাল কাঠ লগাই গছৰ তলে-তলে বেঞ্চবোৰ পাতি দিলে। চুবুৰীটোৰ বয়সীয়া মানুহবোৰো আবেলি-আবেলি সেই বেঞ্চবোৰত বহিল। লৰি-ডাপৰি খেলিবলৈ ভাল নোপোৱা মাইনৰ স্কুলৰ ওপৰ শ্ৰেণীৰ ছোৱালী চাৰিজনীয়ে সদায় এখন বেঞ্চতে বহা কৰিলে। মিঠাতেল কঢ়িওৱা যোঁৰাগাড়ীৰ গাড়োৱানে দুপৰীয়া ভাতে এঘুমটি মাৰিলে; বাকীকেইটাৰ লগত কাজিয়া লগা কাবুলী দুটাই লেপেটা কাঢ়ি বহি কৈ কিবা হিচাপ আৰু মন্ত্ৰণা কৰিলে।

এসময়ত যোগমায়া আৰু তৰাও পাৰ্কখনলৈ আহিল। এখন এমূৰীয়া বেঞ্চত বহি সিহঁত দুজনীয়ে একান্তমনে কথা পাতিলে। বাধা ইমানজনী হ'ল, গৌৰী ইমানজনী হ'ল। সিহঁতৰ বয়সত তৰাৰ বিয়াই হৈছিল। অৰুণৰ বিয়াৰ বয়স কেতিয়াবাই পাৰ হৈ গৈছে। লক্ষেশ্বৰে গোসাঁই- ঘৰটোৰ বাহিৰে, কীৰ্তন-যোৱাৰ বাহিৰে প্ৰায় সকলো এৰিছে। এৰক বাৰু; কিন্তু সি যদি ইহঁতকেইটাৰ একোটা গতি লগাই ললেহেঁতেন।

শেষত যোগমায়াই প্ৰায়েই কয়,—যি হয় হ'ব দিয়া। কিবা এটাতো হ'বই।

গোসাঁইঘৰৰ চাকি-বাতি জ্বলোৱাৰ আগলৈকে সিহঁত দুজনীয়ে পাৰ্ক- খনত এপাক ঘূৰে। সেই সময়লৈ পাৰ্কখন নিজম পৰি আহে। সিহঁত দুজনী পাৰ্কখনত সোমালেই ল'ৰা-ছোৱালীহঁতে ঘৰলৈ ওভতাৰ সময় হ'ল বুলি ভাবে।

এদিন লক্ষ্মীকৰ পুতেকক লগত লৈ যোগমায়াই পাৰ্কখনত ফুল আৰু পাতফুলৰ পুলি কৰতে আৰম্ভ কৰিলে। কামিনী, গুলঞ্চ, ভগৰ, সেৱালি, জবা—। গছ ওখ হয়, এবাৰ কাই দিলেই হৈ যায়, —সময়মতে ফুলি থাকে। লক্ষেশ্বৰৰ পুতেক তিজকে ঘূৰি-ঘূৰি তাইক বহুতো পুলি

যোগাৰ কৰি দিলে। এবাৰ সি ক'ৰবাৰ পৰা বকুল আৰু নাহৰৰ পুলি কিছুমানো আনিলে।

এই পুলিবোৰ ৰুবৰ সময়ত এসময়ৰ ডাঙৰ গছৰ মূঢ়াবোৰ খান্দি পেলোৱা হ'ল।

গছপুলিবোৰৰ আলপৈচান ধৰিবলৈ যোগমায়া ঘনাই পার্কখনলৈ আহিবলৈ ধৰিলে। তাইৰ কোনো সময়-অসময় নাই; কেৱল বেছি মানুহ পাৰ্কখনত নাথাকিলেই হ'ল।

আবেলি কেতিয়াবা তৰা ফুৰিবলৈ নাহে। ৰাধা আৰু গৌৰী আহে। সিহঁত দুজনীয়ে সৰু-সৰু মাতেৰে কথা পাতি দেৱালৰ কাষে-কাষে ঘূৰি ফুৰে, যোগমায়া অকলে এখন বেঞ্চৰ এটা মূৰত বহি থাকে। এইখিনি সময়তে প্ৰায়েই এখন ৰেল পাৰ হৈ যায়। যোগমায়াৰ ভৰিৰ তলৰ পাৰ্কখনৰ মাটিবোৰ যেন অকণ-অকণকৈ কঁপি উঠে। পাৰ হৈ কিছুদূৰ যোৱাৰ পাছত এসময়ত ৰেলখনৰ শব্দটো গলগলীয়া মাতৰ, ওখ-পাখ, স্ফূৰ্তিৱান পুৰুষ এজনৰ খোলা হাঁহিৰ শব্দৰ নিচিনা লাগে। ৰেলখনৰ শব্দ কিমান পৰলৈকে শুনি থাকি---যোগমায়াই কেতিয়াবা তাৰ পৰীক্ষা কৰে। সেয়া,---এতিয়াও শুনি আছোঁ,---সেয়া। লাহে-লাহে সন্ধিয়াৰ অন্যান্য শব্দৰ লগত শব্দটো মিহলি হৈ যায়।

কিছু সময় থৰ লাগি বহি থকাৰ পাছত যোগমায়া উঠে। "বল যাওঁ" বুলি তাই ৰাধাহঁতক মাতে। ৰেলৰ আলিটোৱেদি মানুহ-দুনুহ অহা-যোৱা কৰা নেদেখিলে সেইফালৰ গে'টখনৰ এপাতত ৰাধা উঠে, গৌৰীয়ে সেই পাতটো ঠেলি-ঠেলি চলাই দিয়ে। যোগমায়াই ভাবি দিয়ে---বুঢ়ী হ'লি, লাজ নালাগে?

আজিকালি সেইফালেদি বহুত ৰেল অহা-যোৱা কৰে।

এদিন উজনিৰ ফালৰ পৰা অহা ৰেলৰ এইফালৰ খিৰিকিৰ মুখত বহা মানুহ এজনে পাৰ্কৰ ছাইনব'ৰ্ডখনলৈ একেথৰে চাই ৰ'ল। যিমান দূৰৰ পৰা দেখি থাকি, ৰেলখন সিমান দূৰ পোৱালৈকে তেওঁ চায়েই থাকিল।

মানুহজন যিদিনা এইফালৰ পৰা উজনিলৈ উভতি গ'ল, সেইদিনাও তেওঁ ছাইনব'ৰ্ডখন চালে; দেৱালৰ ভিতৰখনলৈ চালে। ইতিমধ্যে যোগমায়াই ৰোৱা বহুত গছত ফুল ফুলিছিল।

কিছুদিনৰ পাছত মানুহজন আকৌ ৰেলত উঠি এইফালে আহিল। তেওঁ আকৌ ছাইনব'ৰ্ডখনলৈ চালে; ভিতৰৰ পাৰ্কখনলৈ চালে। তেতিয়া শেৱালি গছবোৰৰ গুৰিবোৰ সৰি পৰা ফুলেৰে বগা হৈ আছিল।

দুদিনৰ পাছত মানুহজনে এইফালে চাই-চায়েই ৰেলেৰে উভতি গ'ল।

তাৰো কিছুদিনৰ পাছত এদিন আগবেলা মানুহজন চুচুক-চামাককৈ

ঘনশ্যাম চৌধুৰী উদ্যানৰ শিলগুটি পেলোৱা ৰাস্তাটোৰ কাজৰ ছাইনবৰ্ড-খনৰ আগত থিয় হ'ল। তেওঁ ছাইনবৰ্ডখনলৈ চালে, ভিতৰখনলৈ চালে, তাৰ পাছত চুবুৰীটোৰ ঘৰবোৰলৈ চালে।

দূৰত, জগমোহনৰ গুদামৰ আগৰ শিব মন্দিৰৰ মাজিয়াত তেতিয়া এটা বনুৱাই পানী ছটিয়াই আছিল।

পাৰ্কখনৰ ভিতৰত কোনো নাছিল।

মানুহজনে এবাৰ মন্দিৰটোৰ ফালে যাবলৈ খোজ পেলালে, কিন্তু অলপ পাছতে তেওঁ থমকি ৰ'ল। তাৰ পাছত তেওঁ তলমূৰ কৰি কিবা ভাবিলে, উভতি আহিল আৰু পাৰ্কখনৰ ভিতৰলৈ সোমাই গ'ল।

মানুহজন বেঞ্চ এখনত বহিল। কিছু সময়ৰ পাছত তেওঁ লংপেন্টৰ জেপৰ পৰা লেমমাৰ্কা ছিগাৰেটৰ পেকেট এটা উলিয়ালে; ইটো জেপ সিটো জেপত দিয়াচলাইটো বিচাৰিলে; শেষত থিয় হৈ পেন্টৰ জেপত থকা ৰুমাল, কাগজ আদিৰ মাজৰ পৰা দিয়াচলাইটো উলিয়ালে। তাৰ পাছত আকৌ বহি তেওঁ ছিগাৰেটটো জ্বলালে। এসময়ত তেওঁ এখন ভৰি বেঞ্চত তুলি ললে আৰু নিৰ্বিকাৰভাৱে ছিগাৰেট হুঁপিবলৈ ধৰিলে।

অলপ পাছত তেওঁৰ গাত ৰ'দ পৰিল। ছিগাৰেটটোৰ একেবাৰে শেষৰকণ দুটা আঙুলিৰ আগেৰে ধৰি তেওঁ ঘন-ঘনকৈ তিনিটামান হোঁপা মাৰিলে, আৰু আঙুলিত ৰৈছি গৰম লগাত টুকুৰাটো পেলাই দিলে। তাৰ পাছত তেওঁ ছাঁ পৰি থকা বেঞ্চ এখনত বহিলগৈ।

এসময়ত যোগমায়া ইংলিছ হাইস্কুলৰ ড্ৰিক্‌স-ড্ৰেছেনমানত পঢ়া ল'ৰা এটা পাৰ্কখনলৈ সোমাই আহিল। স্কুল বহাৰ সময় হোৱা নাই; কিন্তু সি আগতে আহিছে। কালি ঘৰলৈ গৈ সি তাৰ পেনটো পোৱা নাই। মোমায়েকে দিয়া বাজা পে'ন। পাৰ্কত খেলোঁতে যি-যি ঠাইত দৌৰিছিল, মনত পেলাই-পেলাই সেই-সেই ঠাইত সি পে'নটো বিচাৰিবলৈ ধৰিলে। বিচাৰি-বিচাৰি এসময়ত সি আহি মানুহজনৰ ওচৰ পালেহি।

মানুহজনে মাতোঁ-নামাতোঁকৈ তাক মাতিলে, "বাপু, চাওঁ শুনাচোন।"

ল'ৰাটো মানুহজনৰ ওচৰ চাপি আহিল।

"তুমি স্কুললৈ আহিছা?"—ল'ৰাটোৰ হাতৰ কিতাপ-বহীৰ জাপটোলৈ চাই মানুহজনে সুধিলে।

"হয়।"

"কোন স্কুলত পঢ়া?"

"সেইটো। যোগমায়া হাইস্কুলত।"

তাৰ পাছত মানুহজন অলপ সময় মনে-মনে ৰ'ল। কি সুধিব, আৰু কিবা সুধিব নে নোসোধে, সেই বিষয়ে যেন তেওঁৰ খোকোজা লাগিল। ল'ৰাটোৱে আকৌ মাটিলৈ চাই খোজ পেলাব খুজিছিল, তেনেতে মানুহজনে

সুধিলে, "হেৰি নহয়, এইখন—এই পাৰ্কখনৰ নাম ঘনশ্যাম চৌধুৰী পাৰ্ক, নহয় জানো?"

"উদ্যান।"—ল'ৰাটোৱে শুধৰাই দিয়াৰ সুৰত ক'লে।

এক মুহূৰ্ত মনে-মনে থাকি মানুহজনে সুধিলে, "ঘনশ্যাম চৌধুৰী কোন জানানে?"

"আমাৰ হে'ড মাষ্টৰ ছাৰৰ দেউতাক।"

"তেওঁৰেত ক'ত থাকে?"

"কোন? আমাৰ হে'ড মাষ্টৰ ছাৰ?"

"নহয়; ঘনশ্যাম চৌধুৰী?"

"তেখেত মৰিল।"—ল'ৰাটোৱে এইবাৰ কোমল মাতেৰে ক'লে।

পাঠশালা স্কুলখন মাইনৰ স্কুল হোৱাৰ দিনৰে পৰা যোগমায়াই, যিদিনা ঘনশ্যাম চৌধুৰী ঢুকাল বুলি তাই খবৰ পাইছিল, সেই দিনটোত স্কুলৰ ল'ৰা-ছোৱালীহঁতৰ সকলোকে একোটাকৈ মালভোগ কল আৰু মিঠাই খুৱাই আহিছে; ঘৰত কেৱল নাম-কীৰ্তন আৰু মহাপ্ৰসাদৰহে ব্যৱস্থা কৰিছে। এতিয়া দুয়োখন স্কুল মিলাই ল'ৰা-ছোৱালী বহুত হ'ল, তথাপি তাই নিয়মটো ৰাখি আছে। ল'ৰা-ছোৱালীহঁতে কেতিয়াও নেদেখা ঘনশ্যাম চৌধুৰী নামৰ মানুহজনক ভাল পায়।

"কেতিয়া মৰিল?"—মানুহজনে আগ্ৰহেৰে সুধিলে।

"জানো। আমি ক'ব নোৱাৰোঁ। বহুত দিনৰ আগতে মৰিল।"

"অ', তোমালোকে তেখেতক দেখা নাই?"

"নাই দেখা।"

"তোমালোকৰ হে'ড মাষ্টৰ ক'ত থাকে?"

'সে-ই তাত। স্কুলৰ সিফালে।"

মানুহজনে ল'ৰাজনৰ মুখলৈ চাই আৰু কি সুধিব ভাবিলে, কিন্তু সেই সময়তে দূৰত—স্কুলখনত টিং টিং কৈ ঘণ্টা বজা শুনা গ'ল। ল'ৰাটো যেন উচাপ খাই উঠিল।

"সেয়া তোমালোকৰ স্কুলৰ ৱাৰ্নিং বেল পৰিল হ'বলা?"—মানুহজনে সুধিলে।

"হয়।"

"যোৱা।"

ল'ৰাটোৱে দৌৰ মাৰিলে।

মানুহজনে ল'ৰাটো যোৱাৰ ফালে চাই ৰহি ৰ'ল। অলপ পাছতে তেওঁ এখন ভৰি বেঞ্চখনলৈ তুলিলে, সেই আঁঠুটোৰ ওপৰত হাত এখন থলে, আৰু তললৈ চাই কিবা ভাবিবলৈ ধৰিলে।

ইতিমধ্যে গে'টখনৰ ওচৰত হৰিশংকৰৰ ভাগিনীয়েকে বুট-মটৰৰ

দোকানখন পাতিছিলহি। এসময়ত মানুহজন তাৰ ওচৰলৈ আহিল। তেওঁ তাৰ পৰা এপইচাৰ বাৰ-মজা কিনিলে। কাঠৰ বাঁওখনৰ সৰু-ভাওৰ খোটাজিবোৰত ঝি-ঝি আছিল, সৰুলোবে অলপ-অলপ। কাগজৰ টোপোলাটো হাতত লৈ মানুহজনে হৰিশংকৰৰ ভাগিনীয়েকক সুধিলে, "খোৱা পানী অকণমান ক'ত পাম হে?"

হৰিশংকৰৰ ভাগিনীয়েকে ক'লে,—"সৌ স্কুলত পাব। তাত পানী-কল আছে।"

মানুহজন পাৰ্কৰ ভিতৰলৈ সোমাই গ'ল। ছাঁ পৰি থকা অইন এখন বেঞ্চত দুয়োখন ভৰি তুলি বহি তেওঁ অলপ-অলপকৈ বাৰ-মজা খাবলৈ ধৰিলে। সেইখিনি শেষ হোৱাৰ পাছত তেওঁ বেঞ্চৰ হেণ্ডেলত মূৰ থৈ ভৰি দুখন মেলি দিলে। তেওঁৰ পিয়াহ লাগিছিল, কিন্তু স্কুলখনলৈ যাবলৈ সংকোচ লাগিছিল। অলপ পাছত তেওঁৰ মাজে-মাজে টিলমিলকৈ টোপনি গ'ল, আকৌ টোপনি ভাগি-ভাগি গ'ল। এবাৰ তেওঁৰ অলপ দীঘলীয়া সময়ৰ কাৰণে টোপনি গ'ল। সেইবাৰ টোপনি ভগাৰ পাছত তেওঁ আৰু ৰ'ব নোৱাৰিলে। তেওঁ স্কুলঘৰটোৰ ফালে খোজ ললে।

যোগমায়া ছাই ইংলিছ স্কুল। মানুহজনে ছাইনবৰ্ডখন পঢ়িলে।

স্কুলখনৰ ল'ৰাবিলাকে দুটা-দুটাকৈ পানী খাবলৈ ওলাই আহে। এটাই কলটো মাৰি দিয়ে, ইটোৱে কলটোৰ মুখত হাতখন পাতি দি তাৰ পৰা পানী খায়। মানুহজন লাহে-লাহে আহি সিহঁত দুটাৰ ওচৰত থিয় হ'ল। ল'ৰা দুটাই পানী খোৱা কাম শেষ কৰিছিল। সিহঁতে তিতা হাতেৰে মুখ আৰু ইটো হাত মোহাৰি-মোহাৰি, আচৰিত হোৱাৰ নিচিনাকৈ মানুহজনলৈ চালে।

মানুহজনে ক'লে, "চাওঁ বাপু, কলটো অকণমান মাৰি দিয়াচোন।"

ল'ৰা দুটা এইবাৰ সঁচাকৈয়ে আচৰিত হ'ল। ইমান ডাঙৰ মানুহেনো এনেকৈ পানী খাবনে?

পিছে খালে। মানুহজনে কলৰ আগত পাতি দিয়া হাতখনৰ পৰা দহছোক মান পানী খালে। তাৰ পাছত তেওঁ মুখখন ধুলে, চুলিত পানী সানিলে, আৰু কিলাকুটিলৈকে দুয়োখন হাত ধুই ললে। তাৰ পাছত কলটোৰ ওচৰৰ পৰা আঁতৰি আহি ল'ৰা দুটাক ক'লে, "হ'ল যোৱা।"

পেণ্টৰ জেপৰ পৰা ৰুমালখন উলিয়াই লৈ মানুহজনে হাত-মুখবোৰ মচিলে। হাত-মুখত পানী বেছি; ৰুমালখন সৰু। ইমানকৈ তিতা ৰুমালখন জেপত সুমুৱাৰ আগতে তেওঁ জেপটোৰ কাগজ-পাতিবোৰ ইটো জেপলৈ আনিলে। ৰুমালখন উলিয়াওঁতে দিয়াচলাইটোও ওলাই মাটিত পৰিছিল, সেইটো তেওঁ এতিয়াহে তুলিলে। তাৰ পাছত তেওঁ লাহে-লাহে স্কুল ঘৰৰ বাৰান্দাৰ ফালে খোজ ললে।

দীঘল বাৰান্দাখনত থিয় হৈ তেওঁ কোন ফালে যাব ভাবিলে। ওচৰৰ কোঠালিটোত মাষ্টৰ এজনে ল'ৰাহঁতক কিবা লিখিবলৈ দি অহা-যোৱা কৰি আছিল। মানুহজনৰ চকুৱে-চকুৱে পৰাত তেও বাৰান্দালৈ ওলাই আহিল।

"হে'ড মাষ্টৰক লগ পাব পাৰিম নে?" মানুহজনে সৰু মাতেৰে সুধিলে।

"জানো! তেখেত তেখেতৰ ৰুমতে আছে নে কোনোবা ক্লাছলৈকে গৈছে। সেই শেষৰটোৱেই তেখেতৰ ৰুম। চাওকগৈচোন।"—মাষ্টৰজনেও সহানুভূতিৰ সুৰেৰে ক'লে।

মানুহজন বাৰান্দাইদি আগুৱাই গ'ল। শেষৰ কোঠালিটোৰ দুৱাৰৰ ওপৰত হে'ড মাষ্টৰ বুলি ইংৰাজীতে লিখা আছে। কোঠালিটোৰ দুৱাৰখন খোলা। ভিতৰত ডাঙৰ মেজ এখনৰ পিছত বহি ডেকা ল'ৰা এজনে কিবা লিখি আছে।

দুৱাৰ মুখত মানুহজনক দেখি অকণে কলমটো থলে।

"সোমাই আহকচোন।" সি ক'লে।

মানুহজন সোমাই গ'ল।

"কাক বিচাৰিছে?"

"মই হে'ড মাষ্টৰক লগ পাব খুজিছিলো।" মানুহজনে সবিনয়ে ক'লে।

"বহক।" অকণে সমুখৰ খালী চকীখনলৈ আঙুলিয়াই দিলে।

মানুহজন বহিল।

"কওকচোন, কি কথা?" অকণে সুধিলে।

"হে'ড মাষ্টৰ—?"

"ময়েই হে'ড মাষ্টৰ।"

মানুহজনৰ মুখত আচৰিত হোৱাৰ ভাব প্ৰকাশ পালে। তেওঁ অকণৰ মুখলৈ চাই ৰ'ল। ধুনীয়া ডেকা ল'ৰা। উজ্জ্বল চকু, মিহি গোঁফ, ওভোতাই ফণিওৱা চুলি, বাওঁ ফালে এটা সৰু সেওঁতা। এয়েই হে'ড মাষ্টৰ?

অকণমান পাছত মানুহজনে নিজকে কোৱাদি ক'লে, "হয় নে কি?" মানুহজনে লগে-লগে কথা আৰম্ভ কৰিব নোৱাৰিলে। তেওঁ ইফালে-সিফালে চালে। বেৰৰ বেক এখনত মেপ কিছুমান নুৰিয়াই থোৱা আছে; এটা চুকত পৃথিৱীৰ গোলক এটা; দুটা আলমাৰী; ইটো চুকত টুল এখনৰ ওপৰত মাটি-কলহ এটা।

"কওকচোন কিয় লগ পাব খুজিছিল"—অকণে এখন হাতৰ আঙুলি ইখন হাতৰ আঙুলিৰ মাজত সুমুৱাই ক'লে।

"এই যে পাৰ্কখন,—ঘনশ্যাম চৌধুৰী উদ্যান,—ঘনশ্যাম চৌধুৰী আপোনাৰ—দেউতাক আছিল ?" মানুহজনে সুধিলে।

"হয়।"—অৰুণক মাতটো গহৰগম্ভীৰ। সি স্পষ্ট মাতেৰে উত্তৰ দিলে।

"সেইখিনিতে খবৰ লওঁতে ল'ৰা এটাৰ মুখত শুনিলো—তেখেত বোলে ঢুকাল।"

"হয়।"

"কিমান দিনৰ আগতে ঢুকাল ?"

"বিছ-একৈছ বছৰমান হ'ল।" অৰুণে ঠিক বছৰটো মনত পেলাই দ্বিতীয়বাৰ জোৰেৰে ক'লে, "একৈছ বছৰৰ আগতে।"

মানুহজন অকণমান সময় নিস্তব্ধ হৈ ৰ'ল। তাৰ পাছত তেওঁ সুধিলে, "আপোনালোকৰ ঘৰ ?"

"সৌৱা।" অৰুণে পিছফালৰ খোলা খিৰিকিখনৰ ফালে দেখুৱালে।

মানুহজনে অৰুণৰ কান্ধৰ ওপৰেদি খিৰিকিৰে দেখি থকা ঘৰবোৰলৈ চালে। তাৰ পাছত তেওঁ সুধিলে, "তেখেতৰ,—আপোনাৰ দেউতাকৰ ঘৰো ইয়াতেই আছিল নে ?"

"নাছিল।"

"ক'ত আছিল ?"

"ডিব্ৰুগড়ত।"

মানুহজনৰ গাটো এবাৰ অলপকৈ লৰিল, তাৰ পাছত একেবাৰে নিথৰ হৈ গ'ল। তেওঁ নিৰ্বাক-নিস্পন্দ হৈ অৰুণৰ চকুলৈ চাই ৰ'ল। অলপ পৰৰ পাছত তেওঁ অস্থিৰ মাতেৰে সুধিলে, "তেখেতে কি কৰিছিল বাৰু ? মানে চাকৰি—?"

"তেখেত হাকিম আছিল।"

"হাকিম আছিল ?" মানুহজনে এইবাৰ চিঞৰি দিলে।

"হয়। কিয় বাৰু কওকচোন! আপুনি দেখোন অস্থিৰ হৈছে!" —অৰুণ লাহে-লাহে আচৰিত হৈ আহিছিল।

মানুহজনে একে সুৰেৰেই ক'লে, "ওখ-পাখ মানুহ, এযোৰ শকত মোচ, মোচৰ আগ দুটা জোঙা-জোঙা, চিকাৰ কৰিবলৈ যোৱাৰ নিচিনাকৈ চেপা মৰা লং পেণ্ট পিন্ধে, গহৰগম্ভীৰ মাত,—ডাঙৰকৈ হাঁহে, ইংৰাজী কয়—"

মানুহজনে আগলৈ হাউলি প্ৰতিটো শব্দ যেন নিৰ্ভুলভাৱে অৰুণৰ কাণত সুমুৱাই দিবলৈ চেষ্টা কৰিছে। আৰু আগলৈ হাউলিব নোৱাৰি কাৰণেহে যেন এসময়ত তেওঁৰ গাটো আৰু লগে-লগে কথাও বৈ গ'ল।

মানুহজনৰ প্ৰত্যেকটো শব্দৰ বুকুত জমা দি দি যেন ঘনশ্যাম চৌধুৰী

অৰুণৰ সমুখলৈ আগুৱাই আহিল। বিছ বছৰৰ আগতে পনিয়ল গছৰ তলত বহি পনিয়ল পিটিকি থকা ঘনশ্যাম চৌধুৰী ;—ইমান সৰুতে দেখা ; তথাপি,—তথাপি মানুহজনৰ শব্দবোৰ শেষ হোৱাৰ লগে-লগে ঘনশ্যাম চৌধুৰীৰ মূৰ্তিটো অৰুণৰ সমুখত থিয় হ'লহি। তাৰ মুখেদি ওলাই গ'ল—"হয়। সৰুতে দেখা। তথাপি—হয়।"

মানুহজন কিছু সময় তেনেকৈয়ে স্থিৰ হৈ ৰ'ল। তেওঁৰ চকুৰ পতা স্থিৰ হৈ ৰ'ল। তেওঁ যেন অপলক দৃষ্টিৰে চাই থাকোঁতে লাহে-লাহে অৰুণৰ মুখত ঘনশ্যাম চৌধুৰীৰ মুখৰ সাঁচ দেখিবলৈ পালে।

অলপ পাছত "কিন্তু—কেনেকৈ ?"—বুলি তেওঁ মেজৰ পৰা বুকুখন আঁতৰাই চকীখনত আউজি বহিল। তেওঁক বৰ ক্লান্ত অথচ উত্তেজিত যেন দেখা গ'ল।

কিছু সময় মানুহজনলৈ চাই থাকি অৰুণে সুধিলে, "কি হ'ল ? কিয় সুধিছে ? কথাটো কি কওকচোন।"

মানুহজনে অৰুণৰ প্ৰশ্নৰ উত্তৰ নিদিলে। অলপ সময় স্থিৰ দৃষ্টিৰে মেজখনলৈ চাই বহি থকাৰ পাছত তেওঁ সুধিলে, "আপোনালোকৰ ঘৰত কোন-কোন আছে ?"

"মা আছে, ভনী এজনী আছে ; মোমাইদেউ আছে, মামী আছে, মোমাইদেউ-মামীৰ ল'ৰা-ছোৱালী আছে—"

দূৰত এটা পিৰিয়ড শেষ হোৱাৰ ঘণ্টা বাজিল। মানুহজনে মেজত কিলাকুটি থৈ দুয়োখন হাতেৰে মূৰটো চেপা মাৰি ধৰিলে।

গোটেই স্কুলখনত এটা গুণগুণনি উঠিল। বাৰান্দাত ভৰিৰ শব্দ শুনা গ'ল। এজন মাষ্টৰে মেপ এখন হে'ড মাষ্টৰৰ কোঠাটিৰ বেৰৰ পেৰেকখনত থৈ গ'লহি। কেৰাণীজনে অৰুণক সুধিলেহি—যদুমণি ছাৰৰ সলনি ক্লাছ হেডেনলৈ কোন যাব ? অৰুণে মেজৰ ওপৰৰ কাগজ এখন চাই ক'লে—অতুল বায়ক যাবলৈ কোৱা।

অলপ পাছত স্কুলখনৰ শব্দবোৰ মাৰ গ'ল।

তাৰ পাছতো অলপ সময় মনে-মনে থাকি মানুহজনে ক'লে, "সৰু কালতে দেখা। আপোনাৰ ভুল হ'ব পাৰে। কিন্তু মই যদি ছবি এখন লৈ আহোঁ, তেনেহ'লে তেখেতে,—আপোনাৰ মাকে চিনি পাব নহয় ?"

"কিয় নাপাব ? কিন্তু কথাটো কি ভাঙি কওকচোন। আপোনাৰ পৰিচয়—"

"কওঁ।"—মানুহজন আকৌ অলপ সময় মনে-মনে ৰ'ল, তাৰ পাছত সৰু অথচ গহীন মাতেৰে ক'লে, "মোৰ নাম মহানন্দ চৌধুৰী। ঘৰ ডিব্ৰুগড়ত। মই যিজন মানুহৰ কথা ক'লো—মই—সেইজন ঘনশ্যাম চৌধুৰীৰ পুতেক। দেউতা হাকিম আছিল।"

অকণে যেন কিছু সময় উশাহ সলাবলৈ পাহৰি গ'ল। বতাহখিনি ওলাই যোৱাৰ পাছত তাৰ বুকুৰ ভিতৰখনত এটা চটফটনি উঠিল।

মানুহজনে আকৌ কথা আৰম্ভ কৰিলে, "দেউতাই এইফালে বহুদিন চাকৰি কৰিছিল। এই বেলৰ লাইনটো বহুউৱাৰ সময়ত মাটিৰ জোখ-মাখ দেউতায়েই কৰিছিল বোলে। কোনোবাই কৈছিল—"

মানুহজনৰ শেষৰ দুটামান কথা অকণৰ কাণত নোসোমাল। তাৰ কাণ-মূৰত এটা গমগমনি উঠিছিল। নিৰ্ভীক বোবা মানুহৰ সিটিনাকৈ সি মেজখনলৈ চাই বহি থকা মানুহজনৰ মুখলৈ স্থিৰ দৃষ্টিৰে চাই ৰ'ল। —বয়স চল্লিছ? পঞ্চল্লিছ? পঞ্চাছ বছৰো হ'ব পাৰে। পাৰ বং এসময়ত বগা আছিল বুলি ধৰিব পাৰি। আগৰ চুলি সৰি কপালখন অলপ বহল হৈছে। চকু দুটা সৰু-সৰু। চকুৰ গুৰিৰ ছাল কোঁচ খাইছে, ক'লা পৰিছে। গাল দুখন ভাগিছে। নাকটো জোঙা। এদিন বা দুদিন ডাঢ়ি খুৰোৱা নাই কাৰণে মুখখন মলিন হৈছে। মানুহজনে পিন্ধি থকা চোলাটোৰ কলাৰটো কোঁচমোচ খাই গৈছে। বুকুৰ এটা বুতাম নাই।

মানুহজনলৈ চাই থাকোঁতে অকণৰ মূৰটো গমগমাই আছিল। কেইমুহূৰ্তমানৰ কাৰণে যেন তাৰ মগজুত কোনো ভাব-চিন্তা নোহোৱা হৈ গ'ল। যেতিয়াই সি কিবা ভাবিব পৰা যেন পালে, তেতিয়াই তাৰ বুকুখন একো-একোবাৰ খালী-খালী লাগিল, একো-একোবাৰ গধুৰ-গধুৰ লাগিল।

এইজন ঘনশ্যাম চৌধুৰীৰ পুতেক? ডিব্ৰুগড়ৰ—হাকিম—ওখপাখ—জোঙা আগেৰে এযোৰ মোচ—বেলৰ আলিটো বহুউৱাৰ সময়ত এই-ফালে চাকৰি কৰিছিল—! তাৰ দেউতাক ঘনশ্যাম চৌধুৰীৰ পুতেক? এই মানুহজন তাৰ ককায়েক?

অলপ পাছত, মগজুটো অলপ স্থিৰ হোৱাৰ পাছত অকণৰ এটা তীব্ৰ খং উঠিল। কাৰ ওপৰত খং উঠিল সি ধৰিব নোৱাৰিলে। মাকৰ মুখে, মোমায়েকৰ মুখে সি তাৰ দেউতাকৰ কথা বহুত শুনিছে। কি কাৰণে সেইজন মানুহৰ ঘৰৰ, পৰিয়ালৰ কোনো খবৰ লব নালাগে, সেই কথাও সি শুনিছে। জনাবুজা হোৱাৰে পৰা সি তাৰ মাকক দেখিছে; তাৰ সমগ্ৰ জীৱনত এই মানুহজনীৰ কাৰণে সি কি কৰিব, সেই কথা ভাবি-ভাবি সি এটা বাস্তা ঠিক কৰি লৈছে। মোমায়েকে তাক কৈছিল—ভাইতো এতিয়া ভাল চাকৰিয়েই পাবি। কথাটো সঁচা। সি ভাল চাকৰি পালে-হেঁতেন। এসময়ত কেইদিনমান কিবা এটা আশ-গুৰি নোহোৱা খঙে তাক উত্তেজিত কৰি ৰাখিছিল,—সেই কেইদিন তাৰ এটা জিদ হৈছিল—সি হাকিম হ'ব, কিন্তু সেই জিদ বেছি দিন নাথাকিল। সি একান্তমনে

এই স্কুল দুখনত লাগিছে। সি এটা ৰাস্তা ঠিক কৰি লৈছে। প্ৰায় চাৰি বছৰৰ পৰা ঘৰখনৰ সকলোৰে মুখত তাৰ বিয়াৰ কথা। সি কেতিয়াবা হাঁহিৰে, কেতিয়াবা খঙেৰে সেইবোৰ কথা তল পেলাই আহিছে। কিয়? কাৰণ, সি এটা ৰাস্তা ঠিক কৰি লৈছে। আচলতে তাৰ মাকে ক'ব নোৱৰাকৈয়ে তাৰ হতুৱাই সেই ৰাস্তাটো ঠিক কৰাই লৈছে। তাৰ কষ্ট হৈছে, অসুবিধা হৈছে; তথাপি সি ধীৰ-স্থিৰ হৈ থাকি সেই ৰাস্তাৰে আগবাঢ়িবলৈ লৈছে।

কিন্তু আজি হঠাতে এইজন মানুহ তাৰ সন্মুখত উপস্থিত হৈছেহি। এৰোঁ! ঘনশ্যাম চৌধুৰীৰ পুতেক! মুহূৰ্তৰ বাবে খঙত অকণৰ নাকৰ পাহি দুটা ফুলি উঠিল। খেদি দিব নে কি মানুহজনক?----কিয় আহিছে আপুনি ইয়ালৈ? সেইজন কোন ঘনশ্যাম চৌধুৰী?

অলপ পাছতে অকণ শান্ত হ'ল। মানুহজনৰ মুখৰ পৰা চকু আঁতৰাই সি মেজৰ ওপৰৰ কাগজ এখনৰ ফালে শূন্য দৃষ্টিৰে চাই বহি ৰ'ল। ভালেমান সময় পাৰ হৈ গ'ল,---সি ক'বলৈ কথা বিচাৰি নাপালে। কিছু সময়ৰ পাছত সি এবাৰ আঁৰ চকুৰে মানুহজনলৈ চালে। মানুহজনেও তললৈ চাই আছে। তেওঁ সৰু-সৰু চকু দুটা মেলি আছে নে মুদি আছে অকণে ধৰিব নোৱাৰিলে। কি নাম কৈছিল মানুহজনে? অকণে মনত পেলাবলৈ চেষ্টা কৰিলে।---মহানন্দ চৌধুৰী।

অলপ সময়ৰ পাছত টোপনিৰ পৰা সাৰ পোৱা মানুহৰ নিচিনাকৈ মহানন্দ চৌধুৰীয়ে মূৰটো লৰালে। অকণৰ চকুলৈ নিৰ্জীৱ দৃষ্টিৰে চাই তেওঁ সৰু মাতেৰে ক'লে, "মই একো ধৰিব পৰা নাই।"

তেওঁ আকৌ কিছু সময় মনে-মনে ৰ'ল; তাৰ পাছত লাহে-লাহে কৈ গ'ল, "মই মাজে-মাজে কিছুমান মাল-বস্তু নিবলৈ ইয়ালৈ আহি থাকিব লাগে। এদিন এই পাৰ্কখনৰ ছাইনবৰ্ডখন দেখি উচাপ খাই উঠিলো। বহুদিনৰ মূৰত ইমান ডাঙৰ আখৰত দেউতাৰ নামটো দেখি উচাপ খাইছিলো। কিন্তু নামটো মিলিল বুলিয়েইতো কিবা এটা কথা ভাবি লব নোৱাৰি! আছে চাগে এইফালেও সেই নামৰ মানুহ। সেই কাৰণে কথাটো ভাবিবলৈ বাদেই দিলো। কিন্তু তাৰ পাছত যিমান বাৰ আহোঁ, সিমান বাৰেই ছাইনবৰ্ডখন চাওঁ। পাছলৈ কিন্তু কথাটো ভাবিবলৈ এৰি দিব নোৱৰা হ'লো। ঘৰত থাকিলেও মাজে-মাজে আখৰকেইটা মনত পৰি থাকে। দেউতাইতো ইয়াতে---এই ৰেলৰ আলিটো বহুউৱাৰ সময়তে কাম কৰিছিল।"

মহানন্দ চৌধুৰী অলপ ৰ'ল। তেওঁ জেপৰ পৰা ৰুমালখন উলিয়ালে। সোঁতমোচ খাই থকা তিতা ৰুমালখনেৰে তেওঁ মুখখন আৰু

ভিতিটো মচি ললে। কমালখন এইবাৰ তেওঁ হাতৰ মুঠিতে লৈ থাকিল। লংপেন্টৰ সেই জেপটোৰ ভিতৰখন তিতি গৈছিল।

অলপ পাছত তেওঁ আকৌ আৰম্ভ কৰিলে, "মোৰাবাৰ ঘৰলৈ উভতি যাওঁতে ৰেলত মোৰ ওচৰতে বঙালী বুঢ়া মানুহ এজন বহিছিল। তেওঁৰ পুতেকে ষ্টেচন মাষ্টৰ কাম কৰে। তেৱোঁ ছাইনবৰ্ডখনলৈ চাইছিল। সেই সুবিধাতে মই সুধিলো—এই ঘনশ্যাম চৌধুৰীনো কোন? তেওঁ ক'লে—তেওঁ বোলে ইয়াৰে মানুহৰ মুখত শুনিছে—ঘনশ্যাম চৌধুৰী এজন ডাঙৰ চৰকাৰী অফিচাৰ আছিল। ৰেল লাইনটো পতাৰ সময়ত তেৱেঁই কিছুমান কাম চোৱা-চিতা কৰিছিল। বৰ দিলদাৰ, দানী মানুহ আছিল। তেওঁ ইয়াতে বহুত মাটি-বাৰী দান দি গৈছে—মানুহজনৰ কথা শুনাৰ পাছত মোৰ মনলৈ বহুত চিন্তা আহিল। ঘৰত কেইদিনমান থাকিয়েই আকৌ এয়া গুচি আহিছোঁ। তোমাৰ মুখত—তোমাক তুমি বুলিয়েই কওঁনে?"

ঘনশ্যাম চৌধুৰীয়ে ইয়াত বহুত মাটি-বাৰী দান দি গৈছে! কথা-ষাৰ কাণত সোমোৱাৰ লগে-লগে অৰুণৰ ভিতৰি-ভিতৰি তীব্ৰ খং উঠিল। দান দিছে? ঘনশ্যাম চৌধুৰীয়ে তাৰ মাকক এইবোৰ দান দি গৈছে? কোনোবাই ক'ৰবাত কথাবোৰ তেনেকৈয়ে জানি আছে নে কি?

অইন কাৰণে নহ'লেও, অন্ততঃ বয়সৰ কাৰণে মানুহজনে অৰুণক তুমি বুলি সম্বোধন কৰিব পাৰে। অৰুণমান সময় মহানন্দ চৌধুৰীৰ মুখলৈ চাই থাকি অৰুণে গম্ভীৰ মাতেৰে ক'লে, "কওক।"

"তোমাৰ নামটো কি?" মহানন্দ চৌধুৰীয়ে কোমল মাতেৰে সুধিলে।

"অৰুণ চৌধুৰী।"

মহানন্দ চৌধুৰীয়ে চকু দুটা সৰু-সৰু কৰি অৰুণৰ মুখলৈ চাই যেন নামটো মনত ৰাখিবলৈ চেষ্টা কৰিলে। তাৰ পাছত ইফালে-সিফালে চাই মুখৰ ভিতৰতে কোৰাদি ক'লে,—"মই একো ধৰিব পৰা নাই। কেনেকৈ? ইমানবোৰ কথা কেনেকৈ মিলিব? কিয় মিলিব?"

হঠাতে মানুহজন বৰ অস্থিৰ হৈ উঠিল। কমালখনেৰে অৰুণমান সময় ইখন হাতৰ ঠাৰিডাল মচি-মচি তেওঁ ইচাট-বিচাট কৰিলে; তাৰ পাছত তেওঁ আকৌ শান্ত হৈ পৰিল। মেজৰ ওপৰত কিলাকুটি দুটা থৈ আকৌ হাত দুখনেৰে মূৰটো চেপা মাৰি ধৰি তেওঁ বহি ৰ'ল।

অৰুণে এইবাৰ চিন্তা কৰিছিল—মানুহজন আচলতে কাৰ কি হয় সেইটো পিছ কথা, কিন্তু এই মুহূৰ্তত সি মানুহজনক লৈ কৰে কি? ঘৰলৈ লৈ যাব? কথাটো ভবাৰ লগে-লগে তাৰ গোটেই গাটো শিয়ঁৰি উঠিল। নোৱাৰি। কোনো মতেই এওঁক ঘৰলৈ লৈ যাব নোৱাৰি। তেনেহ'লে?

কিবা এটাতো কৰিব লাগিব! আৰু সঁচাকৈয়ে যদি মানুহজন তাৰ দেউতাক ঘনশ্যাম চৌধুৰীৰ পুতেক হয়! অৰুণৰ কাণ-মূৰত আকৌ ভোঁ-ভোঁৱনি উঠিল। সি গাটো লৰাই মানুহজনক কিবা এটা ক'বলৈ সাজু হ'ল ; কিন্তু কি ক'ব ঠিক কৰিব নোৱাৰিলে।

অলপ পাছত হঠাতে হাত দুখন মূৰৰ পৰা আঁতৰাই মহানন্দ চৌধুৰী পোন হৈ বহিল। তেওঁ এইবাৰ ইমান সময়ে শুনি থকা মাতৰ তুলনাত অস্বাভাৱিক, গলগলীয়া মাতেৰে ক'লে, "মই আহোঁ অৰুণ।"

কৈয়েই তেওঁ থিয় হ'ল। --"এনেকৈ বহি থাকি, ওপৰে-ওপৰে কথা পাতি থাকিতো লাভ নাই! মই আকৌ আহিম। অলপ আগতে কৈছিলো নহয়---দেউতাৰ ছবি এখনৰ কথা! হেৰি নহয়, তোমালোকৰ ঘৰত তোমালোকৰ দেউতাৰাৰ ছবি-তবি আছে নে কি?"

"নাই।"---অৰুণে ক'লে।

"যিমান পাৰোঁ সোনকালে মই আমাৰ ঘৰত থকা ছবিখন লৈ আহিম। তোমালোক সকলোৱে চাবা। আহোঁ।" --কথাখিনি কৈয়েই তেওঁ চকী-খন পিছলৈ ঠেলিলে আৰু খোজ লৰালে।

মানুহজন এনেকৈ যাবলৈ ওলাব বুলি অৰুণৰ ধাৰণাই নাছিল। সিও থিয় হ'ল। আচম্বিতে তাৰ মুখৰ পৰা ওলাই গ'ল,--"আমাৰ ঘৰলৈ এবাৰ নাযায়?"

"না না না না!"---মহানন্দ চৌধুৰীয়ে মূৰ জোঁকাৰি জিভাখন উলিয়াই কামোৰ মাৰি ধৰিলে। --"মই কেনেকৈ যাওঁ তোমালোকৰ ঘৰলৈ? মই কোন বুলি চিনাকি দিবা? নাই নাই, সেইটো কাম কৰিব নোৱাৰি। তুমি এনেয়েও---ধৰি লোৱা মোৰ ভাই। আগতে ছবিখন আনোগৈ। মোৰ দেউতা যদি বেলেগ ঘনশ্যাম চৌধুৰী হয়, তেনেহ'লেতো কথাই নাই। আৰু যদি বেলেগ নহয়, একেজনেই, তেনেহ'লে--" মহানন্দ চৌধুৰীয়ে কথাষাৰ শেষ কৰিব নোৱাৰিলে।

এক মুহূৰ্ত থৰ লাগি থিয় হৈ থাকি তেওঁ ক'লে, "আহোঁ অৰুণ।"

অৰুণে ক'লে, "আহিলে আকৌ স্কুললৈকে আহিব। স্কুল চাৰি বজালৈকে বহে। শনিবাৰে দুই বজালৈকে।"

স্থিৰ দৃষ্টিৰে অৰুণৰ মুখলৈ চাই মহানন্দ চৌধুৰী কোঠালিটোৰ পৰা ওলাই গ'ল। অৰুণ বহু সময় মেজ আৰু চকীখনৰ মাজতে থিয় হৈ থাকিল।

সেইদিনা আবেলিয়েই মহানন্দ চৌধুৰী উজনিলৈ যোৱা ৰেলত উঠিল। কেতিয়া ৰেল গৈ কোনখিনি পালে, কেতিয়া ৰাতি হ'ল, সেইবোৰৰ তেওঁৰ

খবৰ নাথাকিল। কোনোবা এটা ষ্টেচনত যে কিবা এটা কিনি খাব লাগে সেইটো তেওঁৰ মনত নপৰিল। ঘনশ্যাম চৌধুৰী উদ্যানৰ বেঞ্চৰ তেওঁৰ যিমানকণ টোপনি আহিছিল, বেলত সিমানকণো নাহিল। বাৰে-বাৰে তেওঁৰ মনলৈ আহিল—কেনেকৈ ? যদি এইবোৰ সঁচা হয়, কেনেকৈ সঁচা হ'ব পাৰে ?

মহানন্দ চৌধুৰীয়ে বাৰে-বাৰে দেউতাকৰ জীৱনটো সমুখলৈ আনি চাবলৈ চেষ্টা কৰিলে। দেউতাক যেতিয়া ঢুকাল, তেতিয়া তেওঁৰ বয়স পঁচিছ-ছাব্বিছ বছৰ। অন্ততঃ দেউতাকৰ জীৱনৰ পোন্ধৰটা বছৰৰ কথা তেওঁৰ মনত আছে। বিভিন্ন ঠাইত মানুহজনে চাকৰি কৰে, ভুটুংকৈ ওলায়হি, চিঞ্চৰ-বাখৰ-ফূর্তি-তামাচা কৰে, পছ মাৰি আনে, মহানন্দৰ মাকক ইংৰাজী শব্দ শিকায়, চাহ-বাগিচা এখন পাতিলে তাৰ মাজৰ বঙলাটো কেনেকুৱা হ'ব তাৰ ছবি আঁকে,—আকৌ যায়গৈ। সেই যে দূৰত থকা দিনখিনি, সেইখিনি দিনতে মানুহটো ইমান দূৰলৈ যাবগৈ পাৰেনে ? সেইখিনি দিনৰ ভিতৰতে মানুহটোৱে তেনেকুৱা এখন সংসাৰৰ ভেটি পাতিব পাৰেনে ? ওহোঁ, নোৱাৰে। মহানন্দ চৌধুৰীয়ে অকলে-অকলে মূৰ জোঁকাৰিলে। দেউতাকৰ প্ৰতি মৰমত তেওঁৰ চকুলোৰ সেমেকি উঠিল। দুজনী বায়েক, তেওঁ নিজে, মাক, ককাক,— ইমানবোৰ মানুহৰ মাজেদি মানুহটো ইমান দূৰলৈ গুচি যাব পাৰেনে ? গলে আটাইবোৰ মানুহে ইমান গম নোপোৱাকৈ থাকিব নে ? মানুহটোৱে নিজকে ইমানকৈ লুকুৱাব পাৰিছিল নে ? নহয় নহয়, আচলতে লুকুৱাব লগীয়া একো নাছিলেই। মিছা, এইবোৰ সকলো মিছা কথা। দুষ্টামান কথা মিলিল বুলিয়েই— ।

শেষ নিশাৰ ফালে মহানন্দ চৌধুৰীৰ দেউতাকৰ ওপৰত প্ৰচণ্ড খং উঠিল। বেলৰ পৰা জাঁপ মাৰি দি, হাবি-জংগল ফালি ক'ৰবাত দেউ-তাকক বিচাৰি উলিয়াবৰ মন গ'ল। এক মিনিটৰ কাৰণে মানুহটোক পালেও হয় নহয় !

# সাত

অৰুণ সেইদিনা স্কুল ছুটীৰ পাছত বহু পৰলৈকে তাৰ চকীখনতে বহি থাকিল। এসময়ত ৰাধা স্কুলত ওলালহি। ––"গধূলি হ'ব এতিয়া, ––অকলে-অকলে কি কৰিছ?" তাই আচৰিত হৈ সুধিলে।

অৰুণৰ চকু দুটা টোপনিৰ পৰা উঠা মানুহৰ নিচিনা হৈ আছিল। "অলপ দৰকাৰী কাম কৰি আছিলো"––বুলি সি ৰাধাৰ লগে-লগে ঘৰলৈ গ'ল। ঘৰ পোৱাৰ পাছত তাৰ মাকৰ মুখলৈ চাবলৈ ভয় লাগিল। যিমান পাৰে সি মাকৰ পৰা আঁতৰি-আঁতৰি ফুৰিলে।

মাকক কথাটো কৈয়েই দিব নেকি? কি বুলি ক'ব? কেনেকৈ আৰম্ভ কৰিব? কিন্তু ক'ব লাগিছেনো কিয়? যদি এই আটাইবোৰ কথা সিহঁতৰ লগত কোনো সম্পৰ্ক নথকা কথা হয়। এইখিনি সময়ৰ ভিতৰতে তাৰ নিজৰে ইমান কষ্ট হৈছে, মাকক মিছামিছিকৈ কষ্ট দি কি লাভ?

কিন্তু––মানুহজন যদি সঁচাকৈয়ে তাৰ ককায়েক হয়! তেতিয়া সি কথাবোৰ কেনেকৈ লুকুৱাব? তেতিয়া হঠাতে কথাবোৰ কৈ পেলোৱাতকৈ এতিয়াৰ পৰাই এটা আভাস দি থব পাৰিনে কি? নে মোমায়েকককে ক'ব?

কেইবাদিনো পাৰ হৈ গ'ল, অৰুণে একো সিদ্ধান্ত কৰিব নোৱাৰিলে। বেছি ভাগ সময় সি নিজকে বুজালে,––কাকো একো ক'ব লগীয়া নহ'বই। এইবোৰ বাহিৰা কথা বাহিৰতে নাইকিয়া হৈ যাব। কিন্তু অনবৰতে মহানন্দ চৌধুৰীৰ চেহেৰাটোৱে, এটা ভয়ংকৰ আতংকই তাৰ চাৰিওফালে ঘূৰি ফুৰিবলৈ ধৰিলে। আপ্ৰাণ চেষ্টাৰে সহজ হৈ থাকিবলৈ চেষ্টা কৰা সত্বেও সি বাৰে-বাৰে যোগমায়াৰ হাতত ধৰা পৰিল, ৰাধাৰ হাতত ধৰা পৰিল, স্কুলৰ এছিষ্টেণ্ট হে'ড মাষ্টৰৰ হাতত ধৰা পৰিল। সকলোৱে তাক সুধিলে––কি হৈছে? সি কেৱল উত্তৰ দিলে,––একো হোৱা নাই। এনেয়ে কিবা এটা ভাবি আছোঁ।

এদিন ৰাতি ভাত খাই উঠি আগফালৰ চোতালত ৰাধা আৰু অৰুণে চকী দুখনত বহি বতাহ লৈছিল। হঠাতে অৰুণে ৰাধাক ক'লে, "হেৰি নহয় ৰাধা––"

"কি?"

"আমাৰতো দেউতাৰ ক'ৰবাত আৰু এখন ঘৰ আছিল!"

ৰাধা জিকাৰ খাই উঠিল। তাই অলপ টান মাতেৰে ক'লে, "সেইবোৰ কথানো কিয় উলিয়াইছ!"

"নহয়, মানে,—যদি আছিল, তেনেহ'লেতো সেইখন ঘৰত কোনোবা-কোনোবা,—ধৰি ল দেউতাৰ ল'ৰা, ছোৱালী—"

"কিনো কথাবোৰ ভাবি থাক অ'? মনে-মনে থাকচোন।" ৰাধাই আৰু টান মাতেৰে ক'লে।

"নহয়, মানে—ধৰি ল এদিন সেইখন ঘৰৰ কোনোবা এজন আমাৰ ঘৰ ওলালহি। তোৰ কেনেকুৱা লাগিব?"

ৰাধাই উত্তৰ নিদিলে। অলপ পাছত অৰুণে আকৌ সুধিলে, "কচোন।"

ৰাধাই ভেকাহি মাৰি ক'লে, "সেইবোৰ কথা ক'বলৈ মই বলিয়া হৈছোঁ নে কি? তই যে আজিকালি তেনেকৈ থাক, তেনেকুৱা কথাকে ভাবি থাক নে কি?"

"ভাবি নাথাকোঁ; কিন্তু মাজে-মাজে মনলৈ আহে। তোৰ-মোৰ কাৰণে একো চিন্তা নাই; কিন্তু মাৰ কাৰণে—"

তাৰ পাছত অৰুণৰ মুখ আপোনা-আপুনি বন্ধ হ'ল। অলপ দূৰৰ দুমহলীয়া ঘৰটোৰ ওপৰ মহলাৰ বাৰান্দাত জগতমোহন বা মদনমোহন কোনোবা এটাৰ ঘৈণীয়েকে এবাৰ ভিতৰলৈ সোমাই, এবাৰ বাহিৰলৈ ওলাই, কিবা কৰি আছিল;—ৰাধাই সেই মানুহজনীলৈকে চাই বহি থাকিল।

পাছদিনা পুৱাই যোগমায়াৰ মুখলৈ চাই অৰুণে বুজিলে—ৰাধাই মাকক সি কোৱা কথাখিনি কৈছে।

কিছুদিনৰ পাছত, স্কুল বহাৰ অলপ পাছতে, বাওঁ হাতত প্ৰায় ডেৰহাত দীঘল, এহাত বহল, চেপেটা পেকেট এটা লৈ মহানন্দ চৌধুৰী অৰুণৰ কোঠালিৰ দুৱাৰমুখত থিয় হ'ল। অৰুণৰ বুকুখন চিৰিংকৈ উঠিল। সি যেন মানুহজনৰ মুখখন আৰু পেকেটটো একে মুহূৰ্ততে দেখিলে। তাৰ মুখৰ মাত নোলাল।

মহানন্দ চৌধুৰীয়ে নিজে গৈ চকীখনত বহি ললে; পেকেটটো মেজৰ একাষে থলে।

"মই আৰু কেইদিনমানৰ আগতে আহিম বুলি ভাবিছিলো; পিছে নোৱাৰিলো। মোৰ জেঠাও বহুত নহয়।"—মহানন্দ চৌধুৰীয়ে নিজেই কথা আৰম্ভ কৰিলে। তেওঁৰ মাতটো অলপ কঁপা-কঁপা শুনা গ'ল।

"ছবিখন আনিছোঁ। এইখন তোমালোকক দেখুৱাব নোৱাৰাতেকে মোৰ বৰ কষ্ট হৈছে।"

অকণে একেথৰে মহানন্দ চৌধুৰীৰ চকুলৈ চাই ৰ'ল। চৌধুৰীয়েও অকণৰ চকুলৈ চালে।

অলপ সময় কোনেও কথা নোকোৱাকৈ পাৰ হ'ল। তাৰ পাছত মহানন্দ চৌধুৰীয়ে পেকেটটো সমুখলৈ টানি আনিলে। "খোলোঁ দিয়া" —বুলি কৈ তেওঁ পেকেটটো বান্ধি অনা ৰছীডালৰ খোৰোচা গাঁঠিটোৰ এটা মূৰত টান এটা মাৰিলে। গাঁঠিটো খুলিল। ৰছীডাল খুলি ওচৰতে থুপাই থৈ তেওঁ কাগজখিনি আঁতৰাবলৈ ধৰিলে। কাগজৰ খৰ-খৰ শব্দটোৰে যেন কোঠালিটো ভৰি পৰিল। অকণে কপালখন মোহৰাৰ চলেৰে চকু দুটা হাতেৰে আঁৰ কৰি ধৰিলে। অকণমান সময় সি চকু মুদি থাকিল।

কাগজখিনি আঁতৰাই মহানন্দ চৌধুৰীয়ে ছবিখন অকণৰ ফালে হেল-নীয়াকৈ ধৰিলে।—"চোৱাচোন।"

অকণে কপাল মোহৰা বন্ধ কৰিলে। ভয়ে-ভয়ে চকু দুটা মেলিলে।

অলপ সময়ৰ পাছত মহানন্দ চৌধুৰীয়ে সুধিলে,—"হয়নে?" তেওঁৰ হাতৰ কঁপনিৰ কাৰণে ছবিখনো লৰি আছিল।

অকণে যেন প্ৰথমে ছবিখন কুঁৱলিৰ মাজেদি দেখিলে। লাহে-লাহে ছবিখন পৰিষ্কাৰ হৈ আহিল। সেই পনিয়ল গছৰ তলৰ মানুহটো;— ৰিণিকি-ৰিণিকি মনত পৰিছে—ধনুখনেৰে মানুহটোৱে গছ এজোপাত কাঁড়ডাল লগাবলৈ চেষ্টা কৰিছে; —গলগলীয়া মাতেৰে কৈছে—এই গোটেইখন হাবি তোৰ।—এনেয়ে কিজানি সি কথাবোৰ, মানুহটোৰ চেহেৰাটো পাহৰিলেহেঁতেন; কিন্তু মানুহটো মৰি যোৱাৰ কাৰণে সি যত্ন কৰি সেইবোৰ মনত ৰাখিছে। সেই গোঁফ, সেই ডাঙৰ-ডাঙৰ চকু—।

অকণে ক'ব নোৱৰাকৈয়ে মূৰ দুপিয়ালে;—হয়। তাৰ চকুৰ পৰা সৰ-সৰকৈ পানী বাগৰি আহিল।

মহানন্দ চৌধুৰীয়ে ছবিখন মেজত থলে। তেওঁ চকীখনত আউজি চকু দুটা মুদি দিলে। এটা যন্ত্ৰণাই তেওঁৰ কপালখন কোঁচ খুৱাই পেলালে।

দুয়োটা মানুহ নিস্তব্ধ হৈ, কোনেও কাৰোফালে নোচোৱাকৈ, মুখামুখি হৈ বহি ৰ'ল। ইন্দ্ৰ কান্ত শৰ্মা নামৰ এক বৃদ্ধই ঘনশ্যাম চৌধুৰীৰ মৃত্যুৰ আগে-আগে অঁকা ছবিখন মেজত নিথৰ হৈ পৰি ৰ'ল।—চিকাৰলৈ যোৱা সাজ, হাতত এডাল সৰু লাঠী, ওচৰৰ মেজত এটা টুপী; মাটিত এটা বিলাতী কুকুৰ, পিছফালে বেৰত এযোৰ পহু শিং—।

ভালেমান সময় পাৰ হৈ যোৱাৰ পাছত মহানন্দ চৌধুৰীয়ে হঠাতে সন্দেহ প্ৰকাশ কৰি সুধিলে, "ঠিক চিনি পাইছাতো?"

অকণে একো নক'লে।

চৌধুৰীয়ে অস্থিৰভাৱে ক'লে, "নহয় নহয়, তুমি সৰু ল'ৰা। তোমাৰ ভুল হ'ব পাৰে। মোক তোমালোকৰ ঘৰলৈ লৈ বলা।"

অৰুণে দীঘলকৈ এটা উশাহ টানি ললে। এতিয়া আৰু পলম কৰি লাভ আছেনে? এতিয়া আৰু এইজন মানুহক সিহঁতৰ ঘৰলৈ নিনিয়াকৈ থাকিব পাৰিবনে? মুহূৰ্ততে সি এবাৰ সিহঁতৰ ঘৰখনৰ মানুহবোৰৰ কথা ভাবি ললে। সকলো ঘৰতে আছে। গিৰিপকৈ থিয় হৈ সি ক'লে, "বলক।"

মহানন্দ চৌধুৰীয়ে এইবাৰ বৰ দুৰ্বল আৰু অসহায় যেন অনুভৱ কৰিলে। তেওঁ কাগজখিনিৰে ছবিখন আকৌ মেৰিয়ালে, বষ্টীডালেৰে আকৌ বান্ধ এটা দিলে, তাৰ পাছত ছবিখন হাতত লৈ তেওঁ নিঃশব্দে থিয় হ'ল।

তেওঁলোক যেতিয়া বাৰান্দালৈ ওলাল, তেতিয়াই প্ৰথম পিৰিয়ডৰ ঘণ্টা পৰিল। ঘণ্টাটো বজাই উঠি এইফালে আহি থকা চকীদাৰটোক অৰুণে ক'লে, "মই ঘৰলৈ যাওঁ। গোপাল বাবুক কবি। আজি নাহিবও পাৰোঁ।"

ঘৰ সোমাই সমুখৰ কোঠাটোতে অৰুণে মহানন্দ চৌধুৰীক বহিবলৈ দিলে। তাৰ পাছত সি ৰাধাক মাতিলে। মাজৰ কোঠাটোত ৰাধাৰ লগত তাৰ মুখামুখি হ'ল।

"মা ক'ত আছে? মোমাইদেউ ক'ত আছে? মাতচোন।"

"কিয়? কি হ'ল? তোৰ কি হৈছে? মুখখন—"

"মই যে কৈছিলো—দেউতাহঁতৰ ঘৰৰ মানুহ আহিছে।"

ৰাধা স্তব্ধ হৈ গ'ল।

"তাতে বহিছে। মাহঁতক মাতি দে।"—এইবুলি কৈ অৰুণ তাৰ নিজৰ কোঠালৈ গ'ল। অলপ পৰ থিয় হৈ থাকি সি বিছনাত দীঘল দি পৰিল।

ৰাধাই প্ৰথমতে লক্ষেশ্বৰক মাতি আনিলে।

এসময়ত লক্ষেশ্বৰে যোগমায়াক মাতিলে।

তাৰ কিছু সময়ৰ পাছৰ পৰা ঘৰখনত ক'তো মানুহৰ মাত শুনা নগ'ল। বহু সময়ৰ কাৰণে। ঘৰখন কেৱল চৰাই-চিৰিকতি আৰু বতাহৰ শব্দ থকা এখন হাবিৰ নিচিনা হৈ ৰ'ল।

যি সময়ত যোগমায়া-লক্ষেশ্বৰহঁতে ভাত খায়, সেই সময়খিনিও পাৰ হৈ যোৱাৰ পাছত অৰুণে বিছনাৰ পৰাই মাকৰ মাত শুনিলে।

যোগমায়াই ৰাধাক কৈছে,—তেওঁক গা-পা ধোৱাৰ যোগাৰ কৰি দে।

তেওঁক মানে মহানন্দ চৌধুৰীক।

ৰাধাই গাধোৱা ঘৰত পানী, গামোচা, ঘটি—সকলো সজাই দিলে; কাপোৰ থোৱা বাঁহডালত মোমায়েকৰ দুখন চুৰিয়াও থলে; কিন্তু আগ-ফালৰ কোঠালিলৈ গৈ মহানন্দ চৌধুৰীক গা ধোৱকহি বুলি ক'বলৈ যাবলৈ কোনো নোলাল। ৰাধা, গৌৰী, তিলক, নবীন—এটাইকেইটাই মই নামাও-তই যা কৰি থাকিল।

ঘৰখনৰ মানুহখিনিৰ কাৰণে যি বন্ধা-বঢ়া কৰা হৈছিল তাৰেই হ'বনে, আলহী অহা কাৰণে আৰু কিবা ৰান্ধিব লাগিব, যোগমায়াই পাগঘৰৰ দুৱাৰমুখত থিয় হৈ তৰাৰ লগত সেই কথাটোকে পাতি আছিল। ৰাধা-গৌৰীহঁতৰ কথা তাইৰ কাণত পৰিল। তাই তিলকক ক'লে, "যা, গা ধুবলৈ কৈ আহগৈ।"

আগফালৰ কোঠালিত মহানন্দ চৌধুৰী আৰু লক্ষেশ্বৰ দুয়ো দুফালে চাই মনে-মনে বহি আছিল। মাজৰ গোল মেজখনত ঘনশ্যাম চৌধুৰীৰ ছবিখন পৰি আছিল। মহানন্দ আৰু লক্ষেশ্বৰৰ তুলনাত ঘনশ্যাম চৌধুৰীক বেছি জীৱন্ত যেন লাগিছিল।

দুৱাৰমুখত থিয় হৈ তিলকে ক'লে, "গা ধুবলৈ কৈছে।"

লক্ষেশ্বৰ যেন উচাপ খাই উঠিল। সি তিলকৰ মুখলৈ চালে। সি ৰাতিপুৱাই গা ধোৱে। আজিও ধুলে। সি তিলকক সুধিলে, "কাক?"

তিলকে মহানন্দৰ মুখলৈ চালে। মহানন্দয়ো প্ৰথমে তিলকৰ, তাৰ পাছত লক্ষেশ্বৰৰ মুখলৈ চালে। অলপ সময়লৈ লক্ষেশ্বৰ আৰু মহানন্দই যেন একো নুবুজিলে। লাহে-লাহে লক্ষেশ্বৰে বুজি আহিল,—ভিতৰত কোনোবাই ঠিক কৰিছে—মহানন্দই এইখন ঘৰত গা ধুব, আৰু গা ধুই নিশ্চয় ভাত খাব। কোনে বা ঠিক কৰিলে? অকণে? নে যোগমায়াই? বেছি সময় সি সেইবোৰ ভাবি সময় খৰচ নকৰিলে; মহানন্দলৈ চাই ক'লে, "আহক।" শব্দটো কৈয়েই সি বহাৰ পৰা উঠিল।

"মই? নাই নাই, মই হোটেলত বস্ত্ত-বাহানি থৈ আহিছোঁ। তালৈকে যাওঁ। তাতে গা-পা ধোওঁগৈ।"—মহানন্দই ক'লে।

"হয় নে কি? ৰবচোন।"—লক্ষেশ্বৰ ভিতৰলৈ সোমাই গ'ল। তাৰ মনটো যেন চক্ষা হোৱা নাছিল। বেছি সময় এই মানুহজনৰ মুখামুখি হৈ থাকিবলৈ তাৰ ভাল লগা নাছিল। হোটেলত যদি তেওঁ বস্তু-বাহানি থৈ আহিছেই—।

ভিতৰত সি পোনে-পোনে যোগমায়াৰ ওচৰলৈ যাবলৈ ভয় কৰিলে। ঘৈণীয়েক তৰাক বিচাৰিলে। তৰাক বিচাৰি সি পাগঘৰ পালেগৈ। তৰা আৰু যোগমায়াই লগ লাগি বাছিলৈ বুলি আধাভজাকৈ থোৱা মাছখিনি উলিয়াই কিবা এখন বন্ধাৰ আয়োজন কৰিছিল;—লক্ষেশ্বৰে তৰাৰ মুখলৈ চাই ক'লে, "তেওঁলৈও ইয়াতে ভাতৰ দিহা কৰিছা নে কি? তেওঁ বোলে

হোটেলত বস্ত-বাহানি থৈ আহিছে ; তাতে—" কথাষাৰ শেষ নকৰি সি তলমূৰকৈ কাম কৰি থকা যোগমায়ালৈ চালে।

তৰাই একো নক'লে। অলপ পাছত তলমূৰকৈ থাকিয়েই যোগমায়াই ক'লে, "পাছত,—এসময়ত বস্তখিনি হোটেলৰ পৰা লৈ আহিলেগৈয়ে হ'ব।" অলপ ৰৈ তাই আধাফুটা মাতেৰে ক'লে, "হোটেলত কিয় থাকিব লাগিছে! ইয়ালৈকে আহক। আজি ৰাতিটো ইয়াতে থাকিবলৈ ক।" কথাষাৰ কৈ তাই মুখখন আৰু অলপ সৈৰৰ ফালে ঘূৰালে। তাইৰ পিঠিখনলৈ অলপ সময় চাই থাকি লক্ষেশ্বৰ আঁতৰি আহিল। আগফালৰ কোঠালিলৈ গৈ সি এইবাৰ মহানন্দক পৰিস্কাৰ মাতেৰে ক'লে, "আহক।"

মহানন্দই গা ধুই থাকোঁতে ৰাধা আৰু গৌৰীয়ে ডাঙৰ-ডাঙৰ বাচনত ল'ৰা-ছোৱালী এটাইকেইটাৰ কাৰণে ভাত-তৰকাৰী গৌৰীহঁতৰ শোৱা-কোঠালৈ লৈ আহিল। সিহঁতৰ বৰ ভোক লাগিছিল। সেইটো কোঠাৰে মাটিত বহি সিহঁতে ভাত খাই ললে। ৰাধাই অৰুণকো মাতিবলৈ গৈছিল ; সি পাছত খাম বুলি কৈ বাগৰ সলালে।

সদায় ভাত খোৱা ঠাইত ভাত খাবলৈ বহিল লক্ষেশ্বৰ আৰু মহানন্দ। ভাত খোৱাৰ সময়খিনিত দাঁতত খোৱাবস্তুৰ শব্দ, কাঁহীত আঙুলিৰ শব্দ, ডিঙিত গিলাৰ শব্দৰ বাহিৰে আৰু একো শব্দ শুনা নগ'ল। কোঠালি-টোৰ এটা চুকত ওৰণি লৈ তৰা থিয় হৈ আছিল। যোগমায়া সেইখিনি সময়ত ক'ত আছিল তৰাই নাজানিছিল।

ষ্টেচনৰ ওচৰৰ শান্তিময় নামে হোটেল এখনৰ লগত মহানন্দৰ এটা সম্পৰ্ক হৈছিল। তিনিটা কোঠালিৰ হোটেল ; তাৰে এটাত মালিক বিষ্ণু-পাল নিজে থাকে ; বাকী দুটাত সাতখন তক্তাপোচ। মহানন্দ ইয়ালৈ আহিলে তাৰে এখন তেওঁৰ ভাগত পৰে। এবাৰ নপৰিছিল। সেইবাৰ বিষ্ণুপালে তেওঁৰ কোঠাৰ খাটিয়া এখনতে মহানন্দক শুবলৈ দিছিল।

ভাত-পানী, তামোল-চালি খাই, আকৌ আধা ঘণ্টামান মনে-মনে বহি থাকি এসময়ত মহানন্দই তেওঁৰ বস্ত-বাহানিখিনি আনিবলৈ শান্তি-ময় হোটেললৈ ওলাই গ'ল।

তেতিয়া আবেলি হওঁ-হওঁ। যোগমায়াৰ কাৰণে দিনৰ ভাত খোৱাৰ সময় কেতিয়াবাই পাৰ হৈ গৈছিল। অসময় হ'ল বুলি তাই ভাত নাখালে। তৰাৰো ভাত খাবলৈ মন নগ'ল। অৰুণক দ্বিতীয়বাৰ মাতিবলৈ কাৰো সাহ নহ'ল। অলপ পাছতে ঘৰখনত এটা প্ৰাণী সাৰে থকাৰো লক্ষণ দেখা নগ'ল।

যোগমায়াই আগফালৰ কোঠালিৰ পৰা ঘনশ্যাম চৌধুৰীৰ ছবিখন নিজৰ কোঠালিলৈ আনি লৈছিল। কোঠালিটোত ৰাধা নাছিল। তাই চাগৈ গৌৰীৰ বিছনাত পৰি আছিলগৈ। যোগমায়াই কোঠালিটোৰ

দুৱাৰখন ভিতৰৰ পৰা খিলি লগাই বন্ধ কৰি ললে। বিছনাৰ ওপৰত ছবিখন থৈ তাই ওচৰতে থিয় হৈ একেথৰে মানুহজনৰ মুখলৈ চাই ৰ'ল। কিছু সময়ৰ পাছত তাই বিছনাখনত বহিল, আৰু অলপ পাছতে ঢলি পৰিল।

এসময়ত কান্দি-কান্দি তাইৰ ভাগৰ লাগিল। কান্দোনৰ শব্দটো নোলোৱা কৰি ৰাখিবৰ কাৰণে চেষ্টা কৰোঁতে যেন তাইৰ বেছি কষ্ট হৈছিল। তাই বহিল। নাকৰ পানী, চকুৰ পানীৰে বিছনা-চাদৰখনৰ এডোখৰ ঠাই তিতি গৈছিল। যি কোনো মুহূর্তত ৰাধা এইটো কোঠালিলৈ আহিব পাৰে। যোগমায়াই বিছনা-চাদৰখন আঁতৰাই জাপি থলে। অইন এখন চাদৰ পাৰিলে। হঠাতে এবাৰ তাইৰ এনেকুৱা লাগিল যেন বহুত দিনৰ মূৰত মানুহটো আহিল কাৰণেহে তাই বিছনাখনত নতুন চাদৰ এখন পাৰিলে। ছবিখন তাই এইবাৰ হাতত লৈ ক'ত থব ভাবিলে।

সাধন কছাৰীৰ জীয়েক অম্বাই তাইৰ বিয়াৰ আগতে, এইখন ঘৰত যোগমায়াৰ গাৰ ছাঁৰ নিচিনা হৈ থকা দিনবোৰত ৰঙা-নীলা সূতাৰে কাপোৰত তোলা কেইবাখনো ছবি যোগমায়াক দি গৈছিল। ফুল, লতা, ডাটো চৰাই আদিৰ ছবি। যোগমায়াই সেইবোৰ বন্ধাই থৈছে। যোৱা একুৰিমান বছৰে তাই নিজেও কাপোৰত ঢেৰ ছবি তুলিছে। ঘৰটোৰ এটাইকেইটা কোঠালিৰ বাতামত গজাল মাৰি-মাৰি ফ্ৰেমত বন্ধোৱা ছবি আৰোঁতে-আৰোঁতে ঠায়েই নোহোৱা হৈ আহিছে। যোৱা কেইবছৰমানত তাই আঁঠু কাঢ়ি থকা শিশুকৃষ্ণ, গছৰ গুৰিত থিয় হৈ বাঁহী বজাই থকা ডেকা কৃষ্ণ, মণিকূটৰ ভিতৰৰ গোসাঁই-থাপনা,—এইবোৰৰ ছবি বৰ যত্ন কৰি, নানান ৰঙৰ সূতাৰে কাপোৰত তুলিছে। ল'ৰা-ছোৱালীহঁতে সেইবোৰ গোসাঁইঘৰৰ বাৰান্দাত আঁৰিছেগৈ।

ঘনশ্যাম চৌধুৰীৰ এই ছবিখন হয়তো মহানন্দই আকৌ লৈ যাব ;— এইখিনি সময়ৰ কাৰণে ছবিখন ক'ৰবাত থব লাগে ; ক'ত থব—তাৰ কাৰণে যোগমায়াই বেৰলৈ চাওঁতেই যেন একুৰি বছৰৰ ছবিবোৰে ছটফটাই উঠিল।

ছবিখন ৰাধাৰ মেজত, বেৰত আউজাই থৈ যোগমায়া আকৌ বিছনাত বহিল। ছবিখনৰ পৰা তাই চকু আঁতৰ কৰিব নোৱাৰিলে। তেইছ বছৰৰ মূৰত হঠাতে মানুহটোৱে তাইৰ লগত কথা পাতোঁ-পাতোঁ কৰিলে। তাইৰো হঠাতে আকৌ বহুত কথা জানিবলৈ মন গ'ল ;—কিয় মানুহটো আৰু নাহিল ;—কেনেকৈ কি হ'ল ?

এসময়ত যোগমায়া কোঠালিটোৰ পৰা ওলাই আহিল। ঘৰখনত তেতিয়াও কাৰো সাৰ-সুৰ নাই। যোগমায়া আগফালে ওলাই গ'ল। বাটলৈ চাই তাই অলপ সময় থিয় হৈ ৰ'ল। তাইৰ-মতে মহানন্দৰ হোটেলৰ পৰা বস্তু-বাহানি লৈ উভতি আহিবৰ সময় হৈ গৈছিল। আহিবতো ?

বস্তু-বাহানি বুলিবলৈ মহানন্দৰ এটা সৰু চামৰাৰ ছুটকেছ, আৰু দুখন কাপোৰ আৰু এটা গাৰুৰ এটা টোপোলা আছিল। বস্তু দুটা তেওঁ বিষ্ণুপালৰ কোঠালিতে থৈ আহিছিল। এইবাৰ গৈয়েই তেওঁ বস্তু দুটা তুলি লৈ মালিকক যাওঁ বুলি মাত লগালে। মালিকে সুধিলে, "কি হ'ল? আজিয়েই যাবগৈ নে কি?"

"নাযাওঁ। থাকিম।"

"ক'ত থাকিব?"

মহানন্দই লগে-লগে উত্তৰ দিব নোৱাৰিলে। অলপ পাছত তেওঁ তলমূৰকৈ, কওঁ-নকওঁকৈ ক'লে, "নিজৰ মানুহ এঘৰ ওলাইছে।"

কথাষাৰ কৈ তেওঁ ছুটকেছটো আৰু টোপোলাটো নমাই থলে; খাটিয়াখনত বহিল; আৰু অলপ পাছতে টোপোলাটো গাৰু কৰি লৈ দীঘল দিলে।

তেওঁ যেতিয়া খাটিয়াৰ পৰা উঠিল, মালিকৰ মেজত তেতিয়া লেম জ্বলিছে; কোঠালিটোত মহে কোনকোনাই আছে।

লক্ষেশ্বৰে আজি গোসাঁইঘৰত পুথি মেলি নবহিল। সেয়া এটা কৰি সি লৰালৰিকৈ আগফাললৈ আহিল। আগফালৰ আধা আন্ধাৰত মাজত যোগমায়া অকলে থিয় হৈ আছিল। লক্ষেশ্বৰ তাইৰ ওচৰত থিয় হ'লহি। অলপ সময় মনে-মনে থাকি সি কোমল মাতেৰে সুধিলে, "ইয়াত অকলে-অকলে কি কৰিছ?"

যোগমায়া যেন কথা ক'বলৈ আগৰে পৰা সাজু হৈ আছিল। তাই ক'লে, "আমি তেওঁৰ লগত ভালকৈ কথা নপতাতো বেয়া কথা হ'ল। তেওঁ বেয়া পালে হ'বলা।"

লক্ষেশ্বৰে তলমূৰকৈ অলপ সময় কিবা ভাবিলে, তাৰ পাছত সি বাটলৈ ওলাই গ'ল। দৰকাৰ হ'লে সি ষ্টেছনৰ ওচৰৰ হোটেল কেইখনলৈকে যাব।

কিন্তু সি সিমান দূৰলৈ যাবলগীয়া নহ'ল। ৰাস্তাটোৰ খিখিনিলৈকে ইলেক্‌ট্ৰিক লাইট হৈছে, সেইখিনিৰ পৰা অলপ আগলৈ, এটা লাইট পাৰ হৈ যোৱাৰ পাছতে সিফালৰ পৰা লাহে-লাহে আহি থকা মহানন্দৰ লগত তাৰ মুখামুখি হৈ গ'ল।

"বহুত পলম হ'ল দেখোন! আমি আকৌ ভাবিছিলো---নাহিবই নে কি!"---লক্ষেশ্বৰে আপোন মানুহক কোৱাদি মুকলি মাতেৰে ক'লে। তাৰ পাছত সি মহানন্দৰ হাতৰ পৰা ছুটকেছটো লবলৈ হাত মেলিলে। মহানন্দই---নালাগে, হ'ব দিয়ক---বুলি ক'লে।

লক্ষেশ্বৰে ঠিক কৰিছিল---সি এইবাৰ মহানন্দৰ লগত মন খুলি কথা পাতিব। এতিয়া সি মহানন্দক হয়---'আপুনি আৰু কেতিয়াও

এইখন ঘৰত ভৰি নিদিব'---বুলি খেদি দিব পাৰে, নহয় অইন দহজন আলহীৰ নিচিনা আলহী বুলি, বা ঘনশ্যাম চৌধুৰীৰ ঘৰৰ মানুহ বুলি আদৰ-সাদৰকৈ ৰাখিব পাৰে। কিন্তু তাৰ নিজৰ ইচ্ছা যিয়েই নহওক, আজি দুপৰীয়াৰে পৰা যোগমায়াৰ যিটো মন সি লক্ষ্য কৰিছে,---মানুহটোক খেদি দিয়াৰ নিচিনা, মানুহটোৰ লগত মন খুলি কথা নপতাৰ নিচিনা কথা এতিয়া আৰু হ'বই নোৱাৰে।

ভাত খোৱাৰ আগলৈকে আগফালৰ কোঠালিত বহি লক্ষেশ্বৰে কেতিয়াও নেদেখা ঠাই এখনৰ কথা জানিবলৈ বিচৰাৰ নিচিনাকৈ মহানন্দক সুধি গ'ল---ডিব্ৰুগড়ৰ ফালে খেতি-বাতি কেনে হয়, চাহ গছৰ পৰা চাহ-পাত কেনেকৈ তৈয়াৰ কৰা হয়, মানুহবোৰৰ ধৰ্ম-কৰ্মত মতি আছে নে, নামঘৰ আছে নে, ভাওনা-সবাহ নিয়মীয়াকৈ হয় নে, মহানন্দ শদিয়াৰ ফালে কেতিয়াবা গৈছে নে, সেইফালে কাঠৰ কাৰবাৰ কেনেকুৱা--- ?

কথাৰ মাজতে লক্ষেশ্বৰে এবাৰ অৰুণৰ খবৰ ললে। সি আছিল নে ? নাই অহা। সেই আবেলিতে ওলাই গৈছে, এতিয়াও অহা নাই।

ভাত খাই উঠি লক্ষেশ্বৰে মহানন্দক আগফালৰ চোতালত বহুৱালেহি। বাৰান্দাৰ পৰা দূৰৈত। সি নিজেও এখন বিচনী ললে, মহানন্দকো এখন দিলে।

এইবাৰ লক্ষেশ্বৰৰ মুখেদি সহজে কথা নোলাল। বিচনী মাৰি-মাৰি সি অলপ সময় মনে-মনে কটাই দিলে। ওচৰৰ-দূৰৰ দুই-এখন দুৱাৰ-খিৰিকিয়েদি ওলোৱা পোহৰ আৰু তৰাৰ পোহৰৰ বাহিৰে ঠাই-ডোখৰত অইন পোহৰ পৰা নাছিল। লক্ষেশ্বৰ আৰু মহানন্দ দুয়ো দুয়োৰে মুখ মনিব পাৰিছিল।

অলপ সময়ৰ পাছত লক্ষেশ্বৰে সৰু মাতেৰে সুধিলে, "চৌধুৰীয়ে এই-ফালে এখন ঘৰ পাতি থৈ গৈছে বুলি আপোনালোকে একেবাৰে গম পোৱা নাছিল নে ?"

মহানন্দই লগে-লগে, জোৰেৰে মূৰ জোঁকাৰিলে। মূৰ জোঁকৰা শেষ কৰাৰ পাছতহে তেওঁ ক'লে, "নাই, নাই পোৱা। পোৱা হ'লে---"

মহানন্দ মনে-মনে ৰ'ল। তেওঁৰ কথাত খং, দুখ---কি প্ৰকাশ পালে লক্ষেশ্বৰে ধৰিব নোৱাৰিলে।

অলপ সময়ৰ পাছত মহানন্দই সুধিলে, "কেনেকৈ কি হ'ল আপোনা-লোকে জানেনে ?"

"আমি যি দেখিছিলো, সেইখিনিতো জানোৱেই !"---বুলি আৰম্ভ কৰি লক্ষেশ্বৰে ঘনশ্যাম চৌধুৰী হাকিমে সেই সিহঁতৰ ঘৰৰ ওচৰৰ ঘৰটোত থাকিবলৈ লোৱাৰে পৰা তেইছ বছৰৰ আগতে এইটো পদুলিয়েদি ওলাই যোৱালৈকে সকলো কথা---সাধন কছাৰী আৰু অনন্তক গোসাঁই

ঘৰৰ বাৰান্দাত বহুৱাই নৈ শ্ৰীকৃষ্ণৰ কাহিনী কোৱাৰ নিচিনাকৈ লাহে-লাহে কৈ গ'ল।

লক্ষেশ্বৰৰ যেতিয়া কাহিনী কোৱা শেষ হ'ল, তেতিয়া পলমকৈ ওলোৱা জোনটো সিহঁতৰ ঘৰৰ মূধৰ ওপৰনৈ উঠিছে। তলমূৰকৈ থকা মহানন্দৰ চুলিত জোনৰ পোহৰ পৰিছে। তেওঁৰ কোলাৰ বিচনীখনৰ ওপৰত হাত দুখন নিথৰ হৈ পৰি আছে।

মানুহটোৰ টোপনি গ'ল নে কি? —লক্ষেশ্বৰৰ এবাৰ সন্দেহ হ'ল। সি কিবা এটা সুধিব খোজোতেই মহানন্দই আধাফুটা মাতেৰে ক'লে, "আপোনালোকে এবাৰ খবৰ কৰিব লাগিছিল।"

লক্ষেশ্বৰে লগে-লগে গাটো লৰালে। এইবাৰ তাৰ মাতটো অলপ টান হ'ল। সি ক'লে, "কিহৰ খবৰ কৰিব লাগিছিল? সেইটো কথা নক'ব। কি সুখত এই হাবিৰ মাজত তাইক পলুৱাবলৈ আনিলো জানে? চৌধুৰী হাকিম ক'ৰ মানুহ কি কথা সেইবোৰৰ খবৰ লবলৈ গ'লে মানুহজনে কি কৰিম বুলি কৈছিল জানে? সেইবোৰ কৰিবলৈ যোৱা হ'লে কেতিয়াবাই তাইৰ কাউৰী-শগুণে নোখোৱা অৱস্থা হ'লহেঁতেন। মানুহজন মৰি গ'ল; সেই কাৰণে এতিয়া সেইবোৰ কথা আপুনিও নক'ব, আমিও নকওঁ।" কথাখিনি কৈ লক্ষেশ্বৰে খৰখৰকৈ দুবাৰমান বিচনীখন চলালে।

কিছু সময়লৈ কোনেও কথা নক'লে। লক্ষেশ্বৰে মন কৰিলে—মহানন্দই এবাৰ প্ৰথমতে চকু দুটা, তাৰ পাছত গোটেই মুখখন বাওঁহাতখনেৰে মোহাৰিলে।

অলপ পাছত মহানন্দই ক'লে, "মই আপোনালোকক দোষ নিদিওঁ; কিন্তু—যাৰ দোষতেই নহওক—আজি মোৰ কি অৱস্থা হৈছে জানেনে?"

লক্ষেশ্বৰে মহানন্দৰ মুখলৈ চালে। অইন ফালে চাই-চাই, নিজৰ কপালক দোষ দিয়াৰ সুৰেৰে মহানন্দই বহুত কথা কৈ গ'ল। মাজে-মাজে লক্ষেশ্বৰে আগ্ৰহ দমাব নোৱাৰি চুটি-চুটি প্ৰশ্ন সুধিলে, কিন্তু বেছি ভাগ সময় সি মহানন্দক আপোন মনে কৈ যাবলৈ দিলে।

ঘনশ্যাম চৌধুৰীয়ে চাকৰি এৰি দিব খুজিছিল। নিৰ্মল ভট্টাচাৰ্য্য নামৰ এজন ঘনিষ্ঠ বন্ধুৰ লগ লাগি তেওঁ এখন চাহৰ বাগান খোলাৰ আয়োজন কৰিছিল। সাঁচতীয়া টকাৰ বেছি ভাগ চৌধুৰীয়ে ভট্টাচাৰ্য্যক দিছিল আৰু নিজে শেষৰ দিনকেইটা হেঁপাহ পলুৱাই চাকৰি কৰি লওঁ বুলি ঘূৰি ফুৰিছিল। ক'ত কেনেকৈ পাইছিল—বাপেক, মৈণীয়েক, ল'ৰা-ছোৱালী কোনেও নাজানিছিল, কিন্তু মানুহটোৱে প্ৰচুৰ পৰিমাণৰ টকা-পইচা আনি ভট্টাচাৰ্য্যক দিছিল। ভট্টাচাৰ্য্যই যদি কৈছিল—প্ৰথমতে ইমানখন বাগিচা এখনকে পাতোঁ, ঘনশ্যাম চৌধুৰীয়ে ধমক দি কৈছিল—ইমান অকণমান বাগিচা এখন পাতি কিভাল হ'ব? তোমাৰ-

মোৰ ঘৰৰ চাহখিনিৰ কাৰণে বাগিচা পাতিম নে কি? নহ'ব। ডবল কৰা। চণ্ডালিব নোৱাৰিলে পাছত যি হয় হ'ব, এতিয়া ডবল কৰা।

এইবোৰ কথা চৌধুৰীয়ে ভট্টাচাৰ্য্যৰ হাতত টকা জমা দি আহি ৰাতি মহানন্দৰ মাকক কৈছিল। কথাবোৰ কৈ তেওঁ টিলিকি বজাইছিল, মেজত চকিয়াইছিল, মাজে-মাজে সুহুৰিয়াইছিল।

ভট্টাচাৰ্য্যই বাগিচাৰ বাবে মাটি কিনিছিল, কিন্তু চৌধুৰীয়ে ভবাতকৈ বহু কম কিনিছিল। আৰু চৌধুৰীয়ে ভবাতকৈ বহু বেশি দামত কিনিছিল। চৌধুৰীয়ে কথাটোত বৰ দুখ পাইছিল। ঘৰৰ ভিতৰত তেওঁ তৰ্জন-গৰ্জন কৰিছিল ;---ইমানবোৰ পইচা আৰু এইকণ মাটি! মই মাটিৰ দাম নাজানো নে কি? কিন্তু ভট্টাচাৰ্য্যক তেওঁ একো ক'ব পৰা নাছিল। এই মনোকষ্ট চৌধুৰীৰ শেষ সময়ৰ বুকুৰ বিষৰ লগৰীয়া আছিল।

চৌধুৰীৰ মৃত্যুৰ পাছত নিৰ্মল ভট্টাচাৰ্য্যই অকলে বাগিচা খুলিব নোৱাৰিব বুলি মাটিখিনি---তেওঁৰ মতে---লোকচান ভৰি বেচি দিছিল। মাটি বেচি পোৱা টকাৰ পৰা সকলো খা-খৰচ বাদ দিয়াৰ পাছত মহানন্দৰ মাকৰ হাতত তিনি হাজাৰ টকা পৰিছিল। চৌধুৰী মৰি গ'ল কাৰণে ভট্টাচাৰ্য্যই হেনো নিজলৈ কমাই ৰাখিও মহানন্দৰ মাকক সিমানখিনি টকা দিছিল।

ঘনশ্যাম চৌধুৰীৰ তিনিজনী জীয়েক আৰু এটা পুতেক আছিল। পুতেকটো সৰু। মহানন্দ। চৌধুৰী থাকোঁতেই ডাঙৰ জীয়েক অঞ্জলিক বিয়া দিছিল। বিয়াৰ বহুদিনৰ আগৰে পৰা চৌধুৰীয়ে কৈ আছিল---বৃটিছৰ ৰজা সিংহাসনত বহিলে যেনেকুৱা উৎসৱ হয় বুলি তেওঁ শুনিছে, অঞ্জলিৰ বিয়াত তেনেকুৱা উৎসৱ হ'ব। বৃটিছৰ ৰজাৰ অভিষেক উৎসৱ ডিব্ৰুগড়ৰ কোনেও দেখা নাই, সেই কাৰণে বিয়াখন তেনেকুৱা হ'ল নে নহ'ল কোনেও ক'ব নোৱাৰিলে, কিন্তু বিয়াখনৰ কথা মানুহে বহুত দিনলৈকে মনত ৰাখিলে। সেইখন বিয়াৰ কথা মানুহে পাহৰাৰ বহু আগতেই চৌধুৰী ঢুকাল।

পেনছনৰ পইচা, সাঁচতীয়া পইচা, ভট্টাচাৰ্য্যই দিয়া পইচা,---এই-বোৰেৰে মহানন্দৰ মাকে ঘৰ চলালে ; দ্বিতীয় জীয়েক শেৱালী আৰু তৃতীয় জীয়েক মাধুৰীক বিয়া দিলে। সেই দুয়োখন বিয়াতে বিয়া খাবলৈ অহা মানুহবোৰৰ বহুতে অঞ্জলিৰ বিয়াখনৰ কথা পাতিলে।

শেৱালিৰ বিয়াৰ পাছৰ বাৰিষাতে ব্ৰহ্মপুত্ৰই মহানন্দহঁতৰ পিছফালৰ বাৰীখনৰ অলপ খহাই নিছিল।

মহানন্দই উপাৰ্জনৰ বাবে চাহ-পাতৰ ব্যৱসায়ত হাত দিছিল। চৌহদতে থকা এটা সৰু, আচুতীয়া ঘৰ তেওঁ গুদাম ঘৰ-দোকান ঘৰ কৰি লৈছিল।

মাধুৰীৰ বিয়াৰ পাছতে মহানন্দৰ ককাক চুকাইছিল। তেতিয়া গোটেই ঘৰটোৱেই গুদাম ঘৰ কৰিব পৰা হৈ গৈছিল। অকলে-অকলে ইকোঠালি-সিকোঠালি কৰি ফুৰা মহানন্দৰ মাক শুকাই-খীণাই গৈছিল। তেওঁ প্ৰায়েই ভাত খাবৰ সময়ত মহানন্দক বিয়াৰ কথা কৈছিল। মহানন্দৰ বিয়াখন নেদেখাকৈ মৰিলে সিপুৰীত তেওঁ ঘনশ্যাম চৌধুৰীক মুখ দেখুৱাব নোৱাৰিব বুলি সৰু ছোৱালীৰ নিচিনাকৈ উচুপিছিল।

মহানন্দই মাৰ্ঘেৰিটাৰ ফালৰ এজন খেতিয়কৰ জীয়েক পাৰ্বতীক বিয়া কৰালে;--আৰু সঁচাকৈয়ে--বিয়াৰ দুমাহমানৰ পাছতে মাক চুকাই থাকিল।

ইতিমধ্যে এটা বাৰিষাত ব্ৰহ্মপুত্ৰই মহানন্দহঁতৰ বাৰীখনৰ এফাল খহাই নিলে।

মহানন্দৰ তিনিটা ল'ৰা। তৃতীয়টো ল'ৰাৰ জন্ম ভাৰাঘৰত হৈছে। প্ৰতি বছৰে বাৰিষাৰ ব্ৰহ্মপুত্ৰই মহানন্দহঁতৰ বাৰীখন খহাই নি আছিল; এটা বাৰিষাই ঘৰে-দুৱাৰে, সমুখৰ বাটটোকে খহাই লৈ গ'ল। এসময়ত কোনখিনিত ঘনশ্যাম চৌধুৰীৰ ঘৰ আছিল, এতিয়া মহানন্দৰ সৰু লৰাটোৱেটো দেখাই নাই, ডাঙৰ দুটায়ো ব্ৰহ্মপুত্ৰৰ পাৰত থিয় হৈ সঠিককৈ আঙুলিয়াই দিব নোৱাৰিব।'

তাৰ পাছত, এটা তিনি-কুঠলীয়া ভাৰা ঘৰত থাকি মহানন্দই ভাত্-কাপোৰ, ল'ৰাহঁতৰ পঢ়া-শুনাৰ কাৰণে যুদ্ধ কৰি আছে। ডাঙৰ ল'ৰাটোৱে মিলিটেৰিত নাম লগাই যুদ্ধলৈ যাওঁ-যাওঁ কৰি থাকে, মাকে নিদিয়ে।

মহানন্দৰ চাহ-পাতৰ ব্যৱসায় উঠি গ'ল। তাৰ পাছত তেওঁ বহুত কিবাকিবি কৰি চালে,--একোতে একো নহ'ল। ঘৰৰ মালিকে ঘৰ এৰি দিবলৈ কয়, মহানন্দই মালিকৰ হাতে-ভৰিয়ে ধৰে। ডাঙৰ ল'ৰা দুটাই ফুৰিবলৈ যাবৰ সময়ত একেটা ছোলাকে লৈ টনাটনি কৰি কাজিয়া কৰে।

তাৰ পাছত,--দুবছৰমান হ'ল,--মহানন্দ এক মাৰোৱাৰীৰ দোকানৰ চাকৰিত সোমাইছে। লোহা-লক্কৰ, বাচন-বৰ্তন,--নানা ধৰণৰ বস্তুৰ দোকান। প্ৰথম অৱস্থাত মহানন্দই দোকানতে হিচাপ-পাতি কৰি থাকিব লাগিছিল; পাছলৈ মালিকে তেওঁক ইয়ালৈ বস্তু-বাহানিৰ খবৰ কৰিবলৈ, আৰু পালে লৈ যাবলৈ পঠিয়ায়।

সেই কামত আহোঁতেই এদিন মহানন্দৰ চকুত পৰিল--ঘনশ্যাম চৌধুৰী উদ্যান।

জোনটো মূৰৰ ওপৰ পাইছিলহি। চাৰিওফাল কেতিয়াবাই নিস্তব্ধ হৈ গৈছিল। যিটো কোঠালিত মহানন্দৰ কাৰণে বিছনা ঠিক-ঠাক কৰা হৈছিল, সেইটো কোঠালিৰ বাহিৰে আইন কোনো কোঠালিৰে পোহৰ এইখিনিৰ পৰা দেখা নগৈছিল।

কথা শেষ হোৱাৰ পাছত বহু সময় মনে-মনে বহি থাকি লক্ষেশ্বৰে ক'লে, "শোওঁগৈ বলক।"

কিন্তু সময়লৈ মহানন্দৰ লৰচৰ কৰাৰ লক্ষণ দেখা নগ'ল।

ৰাতিটোৰ বাকীখিনি সময় লক্ষেশ্বৰ বিছনাত পৰি থাকিল যদিও তাৰ টোপনি নাহিল। চিলমিলকৈ টোপনি অহা যেন লগা সময়খিনিতো সি যেন মহানন্দৰ কথাবোৰ শুনি থাকিল।

যোগমায়া ঘৰখনৰ সকলোতকৈ আগতে শোৱাৰ পৰা উঠে। আজি তাই আৰু সোনকালে দুৱাৰ খুলি পিছ চোতাললৈ ওলাল। তেতিয়া ৰাতি-খন ভালকৈ পোহৰ হোৱাই নাই।

দুৱাৰ খোলাৰ শব্দটো শুনি লক্ষেশ্বৰ জাঁপ মাৰি বিছনাৰ পৰা নামিল। তাৰ জাঁপৰ কোবত তৰাই সাৰ পাই গ'ল। তাই সুধিলে, "কি হ'ল ?"

"একো হোৱা নাই। তুমি শুই থাকা।"

লক্ষেশ্বৰ পিছ চোতাললৈ আহিল। সি যোগমায়াক সুধিলে, "বৰ সোনকালে উঠিলি দেখোন !"

"টোপনি অহা নাছিল কাৰণে উঠি আহিলো।" যোগমায়াই তাইৰ চুলিখিনিত হাত ফুৰালে।

"চাওঁ, এইফালে আহচোন।"—লক্ষেশ্বৰে যোগমায়াক গোসাঁইঘৰটোৰ ফালে মাতি নিলে। গোসাঁইঘৰৰ বাৰান্দাখনৰ চিৰিকেইটাৰ একেবাৰে তলৰ চিৰিটো চুই সি সেৱা এটা কৰিলে ; সেই চিৰিটোতে বহিল, আৰু তাৰ পাছত যোগমায়াকো ওচৰতে বহিবলৈ ক'লে। সি "কথাবোৰ শুন" বুলি কওঁতে যোগমায়া ওচৰৰ মাটিতে বহিল।

কেৱল যোগমায়াৰ কাণত পৰা মাতেৰে লক্ষেশ্বৰে মহানন্দই কোৱা কথাবোৰ কৈ গ'ল। কোনোবা উঠি আছে বুলি সি কথাবোৰ অলপ চমুৱালে, তথাপি আচল কথা একো বাদ নপৰিল।

লক্ষেশ্বৰে কৈ শেষ কৰাৰ পাছত যোগমায়া মনে-মনে বহি ৰ'ল। অলপ পাছতে ভিতৰত কোনোবা এখন দুৱাৰ খোলাৰ শব্দ শুনা গ'ল।

যোগমায়াই সুধিলে, "তেওঁ কেতিয়াকৈ যাব কৈছে নে কি ?"

"নাই ; সেইটো কথা ওলোৱাই নাই।"

যোগমায়াই ক'লে, "আজিয়েই যাওঁগৈ বুলি ক'লে ক'বি,—আজি ৰাতিটো থাকক।"

"কিয় ?"

"তেওঁৰ লগত মযো কথা পাতিব লাগে।"—যোগমায়াই মাটিলৈ চাই ক'লে।

# আঠ

কথা পাতিব? মোৰ লগত? —খবৰটো শুনি মহানন্দৰ ভিতৰখন জিকাৰ খাই উঠিল। কালি ৰাতি ভাত খোৱাৰ সময়ত যোগমায়া মানুহজনীক তেওঁ দেখিছে; কিন্তু মানুহজনীৰ চকুৱে-চকুৱে পৰক—এনেকৈ তেওঁ এবাৰো মানুহজনীৰ ফালে চোৱা নাই। মানুহজনী ওচৰতে থিয় হৈ আছে বুলি তেওঁ জানিছে, মানুহজনীৰ মাত শুনি আছে, কিন্তু তেওঁ মূৰ তুলি মানুহজনীৰ মুখলৈ চোৱা নাই; মাজে-মাজে কেৱল আঁৰ-চকুৰে মানুহজনীৰ ভৰি দুখনলৈ চাইছে।

এতিয়া লক্ষেশ্বৰৰ মুখে যোগমায়াই তেওঁক আৰু এদিন থাকিবলৈ কৈছে, যোগমায়াই তেওঁৰ লগত কথা পাতিব,—এইবোৰ শুনি মহানন্দৰ ভয়-ভয় লাগিল। তেওঁ ঘৰত এৰাতি থাকি উভতিম বুলি কৈ আহিছিল। সেইটো হ'ব বাৰু। এদিন পলম হোৱাটো বৰ ডাঙৰ কথা নহয়। কিন্তু যোগমায়াৰ লগত কথা!

চাহ-জলপান খাই উঠি মহানন্দই কি কৰোঁ কি নকৰোঁকৈ অকণমান সময় আগফালৰ কোঠালিটোতে বহি ৰ'ল। আগফালৰ বাৰান্দাত শম্ভুৱে লক্ষেশ্বৰৰ লগত কাঠৰ ব্যৱসায়ৰ বিষয়ে কিবা কথা পাতিছে। ভিতৰফালে কোনোবাই কাৰোবাক মাজে-মাজে সৰু মাতেৰে কিবা কৈছে; ওচৰৰ কোঠালি দুটাত মাজে-মাজে কাৰোবাৰ খোজ আৰু কাপোৰৰ শব্দ হৈছে; কোনোবা এখন দুৱাৰে মাজে-মাজে কেৰ-কেৰ কৰিছে। কিছু সময় বহি থাকি মহানন্দ আগফাললৈ ওলাই গ'ল।

"কেনিবা যায় নে কি?"—লক্ষেশ্বৰে সুধিলে।

"নাই, এনেয়ে—এইখিনিতে অকণমান"—বুলি মহানন্দ লাহে-লাহে ওলাই গ'ল। অনন্তৰ নাতিয়েক গোপালৰ গেলামালৰ দোকানখনৰ আগত থিয় হৈ তেওঁ ছিগাৰেট এটাৰ কথা ভাবিলে। গোপালে মাজজোখা ল'ৰাটোৰ হতুৱাই তক্তাপোচখনৰ তলৰ চুকটোত উয়ে উলিওৱা মাটি চফা কৰাইছিল; সি মহানন্দৰ মুখলৈ চালে। সি দোকান খুলিবলৈ অহাৰ আগতে সদায় অকণহঁতৰ গোসাঁইঘৰৰ সমুখত থিয় হৈ থাপনাখনৰ ফালে মূৰ দোঁৱাই সেৱা এটা কৰি আহে। আজি সেৱা কৰিবলৈ যাওঁতে সি অকণহঁতৰ পিছ চোতালত এই মানুহজনক দেখিছিল যেন লাগিল।

মহানন্দই লেম-মাৰ্কা ছিগাৰেট পাঁচটা বিচাৰিলে। নতুন পেকেট এটাৰ পৰা খালী পেকেট এটাত পাঁচটা ছিগাৰেট ভৰাই মহানন্দৰ হাতত

দি গোপালে সুধিলে, "আপোনাক এখেতসকলৰ ঘৰত দেখা যেন লাগিছিল–!"

"হয়, ইয়াতে আছোঁহি।"---বুলি চমুকৈ উত্তৰটো দি মহানন্দই ছিগাৰেট জ্বলাবলৈ খোলা দিয়াচলাই এটা বিচাৰিলে।

গোপালে খপজপকৈ নতুন দিয়াচলাই এটা খুলি মহানন্দৰ ফালে আগুৱাই ধৰিলে। ছিগাৰেট এটা জ্বলাই মহানন্দই জেপৰ পৰা ভঙনীয়া পইচা কেইটামান উলিয়াই গোপালক তাৰে কি-কি দিব বাছিলে। গোপালে হাতযোৰ কৰি ক'লে, "নালাগে, হ'ব।"

মহানন্দই ওঁঠৰ মাজৰ ছিগাৰেটটোৰ ধোঁৱাই সৰু-সৰু কৰি পেলোৱা চকু দুটাৰে গোপাললৈ চালে।---"কিয় ?"

"আপুনি এখেতসকলৰ আলহী। আপোনাৰ পৰানো পইচা লমনে ?" গোপালে হাতযোৰকৈয়ে ক'লে।

মহানন্দই বাওঁহাতেৰে ওঁঠৰ মাজৰ পৰা ছিগাৰেটটো লাহে-লাহে নমাই ললে। তেওঁ একেথৰে গোপালৰ চকুলৈ চায়েই ৰ'ল। কেই মুহুৰ্তমান চাই থাকি তেওঁ সুধিলে, "এখেতসকল তোমাৰ কি হয় ?"

"আই, বোপাই, ভগবান,---যি বোলে।" গোপালে সামান্য হাঁহি এটাৰে ক'লে।

মহানন্দই যেন কথাষাৰ বুজিবলৈ চেষ্টা কৰিলে, কিন্তু একো নুবুজিলে। তেওঁ সুধিলে, "এইখন তেখেতসকলৰ দোকান নে কি ?"

"দোকানখন নামত আমাৰেই, কিন্তু আচলতে তেখেতসকলৰ বুলি কোৱাই ভাল।"

"মানে ? বুজাই কোৱাচোন। কথাটো কি ?"

গোপালে পোনে-পোনে, চমুকৈ বুজাই ক'লে। তাৰ ককাদেউতাক অনন্ত সৌটো ঘৰৰ মালিক ঘনশ্যাম চৌধুৰীৰ চকীদাৰ আছিল। ঘৰটো সজা শেষ হোৱাৰ পৰা ঘৰখন পাতি দিয়ালৈকে সকলো কামৰ চকীদাৰী তাৰ ককাদেউতাকে কৰিছিল। এতিয়া সিহঁতো যোগমায়া-লক্ষেশ্বৰ-হঁতৰ চকীদাৰ ; কিন্তু আচলতে যোগমায়া-লক্ষেশ্বৰহঁতেহে সিহঁতৰ সংসাৰ-খনৰ চকীদাৰী কৰে ;---আই বোপায়ে যেনেকৈ ল'ৰা-ছোৱালীৰ সংসাৰৰ চকীদাৰী কৰে,---তেনেকৈ।

দোকানখনৰ আগফালে পাৰি থোৱা বেঞ্চখনত ওচৰৰে গছ এজোপাৰ ছাঁ পৰিছিল। মহানন্দৰ বেঞ্চখনত অলপ সময় বহিবলৈ মন গ'ল ; কিন্তু তেওঁ নবহিল। নিঃশব্দে ছিগাৰেটটোত হোঁপা এটা মাৰি তেওঁ সুধিলে, "তুমি ঘনশ্যাম চৌধুৰীক দেখিছিলা ?"

"নাই দেখা।"

"তোমাৰ ককাদেউতাৰাক মই এবাৰ লগ পাব পাৰিমনে ?"

গোপালে লবালবিকৈ ক'লে, "নাই নাই, তেখেত কেতিয়াবাই ঢুকাল।"

পইচাকেইটা আৰু ছিগাৰেটৰ পেকেটটো জেপত ভৰাই মহানন্দ ওলাই আঁতৰি গ'ল। হৰিশংকৰ আৰু গোপালহঁতৰ ঘৰৰ মাজৰ বাটটোৰেদি তেওঁ চুবুৰিটোৰ ভিতৰলৈ সোমাই গ'ল। তেওঁ মাহে-মাহে তলমূৰকৈ খোজ কাঢ়িলে, দুই-এবাৰ মূৰ তুলি চালে। ৰেলৰ আলিৰ কাষে-কাষে লক্ষেশ্বৰ-হঁতে সেই তাহানিয়েই বেচা মাটিত দহটামান ঘৰ.—পকা, কেঁচা, জুপুৰী,—বিভিন্ন ধৰণৰ। বুঢ়া এটাই কোৰ মাৰিছে, মানুহ এজনীয়ে জেওৰাত কাপোৰ মেলিছে, লুঙী পিন্ধা ডেকা এটাই এতিয়া দাঁতোনেৰে দাঁত মাজিছে, এটা ঘৰৰ ভিতৰত দুটামানে একেলগে চিঞৰি-চিঞৰি পঢ়িছে, এটা ঘৰৰ আগফালে বান্ধি থোৱা পহু পোৱালি এটাই ঘাঁহ খাইছে—।

শম্ভু-লতিফহঁতৰ ঘৰৰ ওচৰত বাটটো সোঁফালে ঘূৰিছে। মদন মোহন-হঁতৰ দুমহলীয়া ঘৰটোৰ আগেদি আহি মহানন্দ জগমোহনৰ শিৱমন্দিৰৰ আগত ওলালহি। আঙুলিৰ চেপত ছিগাৰেটটো পুৰি-পুৰি এনেয়ে শেষ হৈছিল; গুদাম ঘৰৰ কাষৰ নৰ্দমাটোত ছিগাৰেটৰ টুকুৰাটো পেলাই মহানন্দই ভাবিলে—কোন ফালে যোৱা যায়। এতিয়াই ঘৰলৈ,—মানে লক্ষেশ্বৰ-হঁতৰ ঘৰলৈ যাবলৈ তেওঁৰ মন নগ'ল। স্কুলৰ আগেদি তেওঁ পাৰ্ক-খনলৈ আহিল ভিতৰলৈ সোমাই ৰেলৰ আলিৰ ফালৰ ছাঁ পৰি থকা বেঞ্চ এখনত বহিল। কিছু সময়ৰ পাছত তেওঁ পেকেটটো উলিয়াই ছিগাৰেট এটা ওঁঠৰ মাজত গুজিলে। তাৰ পাছত তেওঁৰ মনত পৰিল—দিয়া-চলাই নাই। ছিগাৰেটটো তেওঁ আকৌ পেকেটটোত ভৰাই থলে।

এই গোটেইখিনি সময় তেওঁৰ মনলৈ একেটা কথাই বাৰে-বাৰে আহি থাকিল,—এওঁলোক—মানে যোগমায়াহঁত—মানে যোগমায়া মানুহ-জনী দোকানীটোৰে কোৱাৰ সমানে ভাল মানুহনে? আৰু,—তেওঁ যে সেই তাহানি দেউতাকক ইমান ভাল মানুহ বুলি ভাবিছিল!

যোগমায়াক লগ পাবলৈ মহানন্দৰ ভয়-ভয় লাগিছিল, এতিয়া মনো গ'ল। আকৌ সেই ৰাতি ভাত খাই উঠাৰ পাছত যোগমায়াই তেওঁক চোতালত বহুৱাই লব নে কি? দিনৰ দিনটো সেইখিনি সময়লৈ বাট চাই থাকিব লাগিব নে কি?

যোগমায়াই দুপৰীয়া ভাত খোৱাৰ পাছতে মহানন্দক অকণৰ কোঠালিত বহুৱাই ললে। লক্ষেশ্বৰ আৰু তৰা ঘৰটোৰ সিফালৰ মূৰৰ সিহঁতৰ শোৱনি কোঠাত আছিল; তাৰ বাহিৰে ঘৰখনত কোনো নাছিল। যোগমায়াৰ আজি কেৱল জানিবলৈ মন গৈছিল—ঘনশ্যাম চৌধুৰী মানুহ-জনৰ শেষৰ সময়খিনিত কি হৈছিল। তাই নিজে মানুহজনৰ ওচৰত থকা হ'লে যি দেখিলেহেঁতেন, গোটেই জীৱনটোলৈ যি মনত ৰাখিলেহেঁতেন, কেতিয়াবা কোনোবা আপোনজনক কথাবোৰ মাহে-মাহে, একাজৰ পৰা

একো বাদ নপৰাকৈ যেনেকৈ ক'লেহেঁতেন---আজি যেন মহানন্দই তেনেকৈ কৈ যায়,---ভাই তাকে আশা কৰিলে।

"কি হৈছিল ভেখেতৰ ? কথাবোৰ তোমাৰ মনত আছেনে ? কোৱা-চোন কেনেকৈ কি হ'ল ?"---অকণৰ বিছনাখনত বহিলে যোগমায়াই পোনে-পোনে মহানন্দক সুধিলে।

মহানন্দই অকণমান সময় যোগমায়াৰ মুখলৈ চাই ৰ'ল। গোল মুখ, বগা ৰং, চকু দুটা ডাঙৰ-ডাঙৰ, উজ্জ্বল ; মুখখনত বয়সৰ এটা হিচাপ আছে, কিন্তু কোনো দাগ নাই। মাতটো গহীন, কোমল, স্পষ্ট ;---কি কৈছে নুবুজাকৈ থকাৰ উপায় নাই।

কথাখিনি ক'বলৈ লৈ মহানন্দই এবাৰ মাটিলৈ চাই চকুযোৰ মুদি ললে। এইবাৰ তেওঁ যেন দেউতাকক চাই লবলৈ চেষ্টা কৰিলে। তাৰ পাছত তেওঁ লাহে-লাহে কৈ গ'ল।

ঘনশ্যাম চৌধুৰীৰ অসুখ-বিসুখৰ কোনো লক্ষণেই নাছিল। আগৰ বাৰ ঘৰলৈ আহোঁতে তেওঁ দুষ্প্ৰাপ্য লতাফুলৰ পুলি এটা আনিছিল ; সেই-দিনা আগবেলা তেওঁ পুলিটোৰ গুৰিত খুঁটি দুটা পুতি সেইটো ৰগাই যোৱাৰ ব্যৱস্থা কৰি দিছিল আৰু বনকৰা মানুহ ভগীৰথক বকিছিল,---"তহঁতৰ নিজৰ চকু নাই ? নিজৰ জ্ঞান নাই ? মই নাথাকিলে চব নবাব হৈ থাক ? এই সামান্য কামটোৰ কাৰণেও মই ছুটী লৈ ঘৰলৈ আহিব লাগে ?" ---ইত্যাদি। মহানন্দৰ মাকে এবাৰ ভিতৰত তেওঁক কৈছিল---"সেইকণ কথাতে নো তাক ইমানকৈ কিয় বকিছে ?" তেতিয়া তেওঁ চকু টিপিয়াই কৈছিল, "ৰবাহে ! মুখখন খজুৱাই আছে ; খজুতিটো মাৰি লৈছোঁ।"

সেইদিনা দুপৰীয়া চৌধুৰীয়ে পাৰ মাংসৰে ভাত খাইছিল। ভাত খাই থাকোঁতে পাৰ চৰাইবোৰ ৰবটোকোলা একোটাৰ সমান নোহোৱাৰ কাৰণে অসন্তোষ প্ৰকাশ কৰিছিল। সেই খিচখিচীয়া পাৰ মাংস মেকুৰীক দিবলৈ কৈছিল। ভাত খাই উঠি, এঘন্টামান বিছনাত পৰি থকাৰ পাছত তেওঁ কাপোৰ-কানি পিন্ধি বাগানৰ মাটি চাবলৈ যাবলৈ সাজু হৈছিল। হাবিতলীয়া ঠাইত খোজ কাঢ়িব লাগিব কাৰণে তেওঁ বুট জোতাযোৰ পিন্ধি লৈছিল। নিৰ্মল ভট্টাচাৰ্য্য অহাৰ কথা আছিল। তেওঁৰ অহাত পলম হৈছিল। সেইখিনি সময় চৌধুৰীয়ে আগফাল-পিছফাল, ইটো কোঠালি-সিটো কোঠালি কৰি ফুৰিছিল। তেওঁৰ বুটজোতাৰ খটপ-খটপ শব্দত অতিষ্ঠ হৈ ঘৈণীয়েকে কৈছিল---"একে ঠাইতে নো বহি নাথাকে কিয় ?"

এঘন্টামান পলমকৈ নিৰ্মল ভট্টাচাৰ্য্য আহিছিল। চৌধুৰীয়ে তেওঁক দেখিয়েই চিঞৰিছিল---"হেৰা বাপু, তুমি চাহ-বাগিচা পাছত কিনিবা ; আগতে ঠিক সময় দিয়া ঘড়ি এটা কিনি লোৱা।" তাৰ পাছত দুয়ো ওলাই গৈছিল।

নির্মল ভট্টাচাৰ্য্যই কোৱামতে---চাহ-বাগিচাৰ মাটি পোৱাৰ পাছতো চৌধুৰী সম্পূৰ্ণ ঠিকেই আছিল। ভট্টাচাৰ্য্যৰ নিজৰ ভাগৰ লাগিছিল, কিন্তু চৌধুৰীৰ ভাগৰৰ কোনো চিনেই নাছিল। বৰঞ্চ তেওঁ এঠাইত ওখ গছ এজোপাৰ আগৰ ডাল এটাত মৌ-বিচনী এখন ওলমি থকা দেখি সেইখনলৈ দলিয়াবহে খুজিছিল। এসময়ত মুকলি ঠাই এডোখৰৰ ঘাঁহনিত বহি দুয়ো হাঁহি-মাতি বাগিচাখনৰ কথা পাতি আছিল। চৌধুৰীয়ে শকত চুৰট এটা জ্বলাই লৈছিল। হঠাতে এবাৰ মানুহজনে চুৰট হোঁপা, কথা কোৱা বন্ধ কৰিছিল; সোঁহাতেৰে বুকুখনত হেঁচা মাৰি ধৰিছিল। ভট্টাচাৰ্য্যই কি হ'ল-কি হ'ল বুলি তেওঁৰ বাহুত ধৰিছিল। ওঁহ-আহ কৰি অলপ পাছতে চৌধুৰী ঘাঁহনিৰ ওপৰত চিৎ হৈ পৰিছিল। অলপ সময়ৰ কাৰণে কি কৰোঁ-কি নকৰোঁ কৰি ভট্টাচাৰ্য্য অস্থিৰ হৈছিল; তাৰ পাছত তেওঁ অলপ দূৰত থকা বাটটোলৈ দৌৰিছিল। অলপ পাছতে সেই বাটেদি এখন ম'হৰ গাড়ী আহিছিল। গাড়ীখন ৰখাই গাড়োৱান-টোৰে সৈতে ভট্টাচাৰ্য্য চৌধুৰীৰ ওচৰলৈ দৌৰিছিল। গাড়োৱানটোৱে মূৰৰ ফালে আৰু ভট্টাচাৰ্য্যই ভৰিৰ ফালে ধৰি চৌধুৰীক গাড়ীখনলৈ দাঙি আনিছিল। তাৰ পৰা চৌধুৰীহঁতৰ ঘৰলৈকে এই ছোৱা বাট গাড়ীখনৰ ম'হ দুটাই খোজ কঢ়া নাছিল;---ভট্টাচাৰ্য্যৰ হুকুমত দৌৰিছিল। ঘৰ পোৱাৰ সময়ত চৌধুৰীৰ চেতন নাছিল। আধাঘণ্টামানৰ ভিতৰতে চহৰখনত ডাক্তৰ কবিৰাজ বুলিবলৈ যিমান মানুহ আছিল,---চিকিৎসাৰ নামত অলপ-অচৰপ কিবা জনা যিমান মানুহ আছিল, সকলো আহি ঘৰখনত গোট খাইছিলহি। চিকিৎসাৰ একো নজনা, কিন্তু চৌধুৰীক জনা মানু-হেৰে ঘৰ ভৰি পৰিছিল। মানুহজনৰ চেতন উভতি অহা নাছিল। পাছ নিশা তেওঁৰ ডিঙিৰ পৰা এটা শব্দ ওলোৱা যেন লাগিছিল। দহ-বাৰজন মানুহ গোটেই নিশা সাৰে আছিল। মহানন্দৰ মাক চৌধুৰীৰ মূৰৰ ওচৰতে বহি আছিল। কোনোবাই মহানন্দক শোৱাৰ কথা কৈছিল; কিন্তু তেওঁ শোৱা নাছিল। চকী এখনত বহি থাকোঁতে এবাৰ অকণমান সময়ৰ কাৰণে তেওঁৰ টোপনি গৈছিল। পাছদিনা---আগবেলা---এঘাৰ বজাৰ অলপ পাছতে ছজন মানুহে ধৰাধৰিকৈ চৌধুৰীক বাহিৰলৈ উলিয়াইছিল।

মহানন্দই জীৱনত প্ৰথম বাৰ দেউতাক ঢুকুৱাৰ কথাখিনি ইমান দীঘলীয়াকৈ, ইমানকৈ মনত পেলাই-পেলাই, ইমান খুঁটি-নাটি মাৰি কৈ পালে। বহুত দিনৰ মূৰত---এই প্ৰথম বাৰৰ কাৰণে---বুটজোতা পিন্ধি খটপ-খটপকৈ খোজ কাঢ়ি ফুৰা দেউতাক, অচেতন হৈ পৰি থকা দেউতাক আৰু বগা কাপোৰেৰে ঢাকি থোৱা দেউতাকৰ ছবি মানুহজনৰ চকুৰ আগত জিলিকি উঠিল। ---ঘটনাবোৰ যেন এইমাত্ৰ ঘটিছে; ---এতিয়াও ঘটিয়েই আছে!

অচেতন ঘনশ্যাম চৌধুৰীৰ মূৰৰ শিতানত বহি থকা মানুহ এজনীৰ নিচিনাকৈ যোগমায়াই কথাবোৰ শুনি গ'ল। তায়ো যেন ঘটনাবোৰ দেখি গ'ল। এবাৰ যেন তাই সৰু বাটি এটাৰ পৰা এচামুচ পানী ঘনশ্যাম চৌধুৰীৰ ওঁঠ দুখনৰ মাজত বাকি দিলে। পানীখিনি মানুহজনৰ দুই কোৱাৰিয়েদি বৈ আহিল। চাদৰৰ আচলেৰে তাই মানুহজনৰ কোৱাৰি দুটা,—লগতে গোটেই মুখখন আলফুলকৈ মচি দিলে।

মাজতে হঠাতে এবাৰ যোগমায়া ভিতৰি-ভিতৰি অস্থিৰ হৈ উঠিল; —সেইদিনা—ঠিক সেই সময়খিনিত তাই কি কৰি আছিল? কি কৰি আছিল?

মজিয়াৰ একেডোখৰ ঠাইলৈ চাই দুয়ো কিছু সময় মনে-মনে বহি ৰ'ল। তাৰ পাছত যোগমায়াৰ মুখেদি আপোনা-আপুনি ওলোৱাৰ নিচিনাকৈ ওলাল,—"কিবা খাইছিলনে?"

মহানন্দই মূৰ জোঁকাৰিলে। নাই খোৱা। তাৰ পাছত তেওঁ ক'লে, "ঔষধখিনিয়েই ভালকৈ পেটলৈ নগ'ল।"

যোগমায়াৰ যেন আজি আৰু সুধিবলগীয়া একো নাই—তাই তেনেকৈ কিছু সময় বহি থাকিল। অলপ পাছতে লক্ষেশ্বৰহঁতৰ কোঠালিৰ দুৱাৰ খোলাৰ শব্দ শুনা গ'ল। যোগমায়াই মহানন্দক সুধিলে, "ছবিখন আকৌ লৈ যাবা নে কি?" তাৰ পাছতে উত্তৰটোও তায়েই দিলে, "ইয়াতে থাকক দিয়া।"

আবেলি অৰুণ স্কুলৰ পৰা অহাৰ পাছত যোগমায়াই নিজে তাক, তাৰ কোঠালিতে চাহ-জলপানৰ যোগাৰ কৰি দিলে। অৰুণে খাই থাকোঁতে যোগমায়া ওচৰতে বহি থাকিল। তাৰ খোৱা হোৱাৰ পাছত যোগমায়াই সুধিলে, "তই কাম এটা কৰি দিব পাৰিবি?"

"কি কাম?"

যোগমায়াই হাতৰ মুঠিত নোট কেইখনমান লৈ আছিল। সেই কেইখন অৰুণৰ ফালে আগবঢ়াই দি তাই ক'লে, "বজাৰৰ পৰা বস্তু কেইটামান কিনি আনিব লাগে।"

"কি বস্তু?"

"চোলাৰ কাপোৰ, চাদৰ, সোনকালে বেয়া নোহোৱা কিবা খোৱাবস্তু—বিস্কুট, মিঠাই—"

"কিয়? কি কৰিবলৈ?" অৰুণে পিন্ধিবলৈ বুলি পুৰণি চোলা এটা হাতলৈ তুলি লৈছিল; সি সেই ভংগীতে বৈ গ'ল।

"এওঁৰ হাতত দি পঠাবলৈ।" যোগমায়াই ক'লে।

অৰুণে চোলাটো পিন্ধিলে, খিৰিকিয়েদি বাহিৰলৈ চাই বুতাম তিনিটা মাৰিলে, আৰু তাৰ পাছত ক'লে, "ইহঁতৰ কোনোবা এটাক ক।"

"ইহঁতৰ কাক কবি? গ'লে আৰু তিলক বা নবীনহে যাব লাগিব। সিহঁতে বস্তুবোৰ চাই-চিতি কিনিব পাৰিব জানো?"—যোগমায়াই কোমল মাতেৰে ক'লে।

"সিহঁতে নোৱাৰে যদি কৈলাসক মাতি পঠিয়া।"

কৈলাস মানে গোপালৰ ভায়েক। সি অৰুণৰ স্কুলতে মাষ্টৰী কৰে আৰু এইখন ঘৰৰে ল'ৰাৰ নিচিনাকৈ নিজৰ ঘৰত থাকে।

"তইনো কিয় নাযাৱ?" যোগমায়াই অলপ আচৰিত হৈ সুধিলে।

"এনেয়ে। মই নোৱাৰোঁ।"—বুলি কৈ অৰুণ কোঠালিটোৰ পৰা ওলাই গ'ল।

হাতত টকাখিনি লৈ যোগমায়া ভালেমান পৰ বহিয়েই থাকিল। এসময়ত তাইৰ মন গ'ল—অৰুণক আকৌ মাতি আনি সুধিব—কিয় সি এই কামটো কৰিব নোৱাৰে?

বাহিৰলৈ ওলাই তাই অৰুণক বিচাৰিলে। ৰাধাই ক'লে—সি ওলাই গৈছে।

গধূলিৰ পাছত ল'ৰা-ছোৱালীহঁত মেজে-মেজে বহিল; লক্ষেশ্বৰ গোসাঁই-ঘৰত আৰু তৰা পাগঘৰত সোমাল; অৰুণে তাৰ নিজৰ কোঠালিত স্কুলৰ কাগজ-পাতি কিছুমান লৈ বহিল। তাৰ পাছত যোগমায়াই আগফালৰ বাৰান্দাত আকৌ মহানন্দক লগ ধৰিলে।

"কাইলৈ তোমাৰ বেল কেইটা বজাত?" যোগমায়াই সুধিলে।

"এঘাৰ বজাত। ৰাতিলৈও এখন আছে, কিন্তু মই দিনৰখনতে যাম।"

অলপ সময় মনে-মনে থাকি যোগমায়াই ক'লে, "এইখিনি লোৱাচোন।"

মহানন্দই প্ৰথমতে যোগমায়াৰ হাতখনলৈ আৰু তাৰ পাছত তাইৰ মুখখনলৈ চালে। আধা-আন্ধাৰতো যোগমায়াৰ চকুহাল যেন তিৰবিৰাই উঠিল।

"টকা দুশ আছে। ঘৰৰ সকলোকে কিবাকিবি কিনি দিবা।" যোগমায়াই শান্ত মাতেৰে ক'লে।

"এঃ! কিয়নো দিব লাগিছে মাহী?" মহানন্দই ক্ষীণ মাতেৰে আপত্তি কৰিলে। কিন্তু তেওঁৰ মুখৰ পৰা ওলোৱা মাহী শব্দটো যেন বেগেৰে পাৰ হৈ যোৱা বেল এখনৰ শব্দৰ নিচিনাকৈ গোটেই চুবুৰিটোত ৰজন জনাই গ'ল, আৰু তাৰ পাছতহে যোগমায়াৰ কাণত সোমাল।

মহানন্দই মেলিব নোখোজা হাতখনত নোটখিনি গুজি দি যোগমায়া ভিতৰলৈ সোমাই গ'ল।

পাগঘৰত তৰাৰ লগত ৰন্ধা-বঢ়াৰ কাম কৰি থকাৰ সময়ত যোগমায়াৰ মনলৈ আহিল---সকলো খাই-বৈ শোৱাৰ পাছত সিহঁত দুজনীয়ে লগ লাগি, যি যোগাৰ আছে তাৰেই পিঠা-পনা অলপমান ভাজিব পাৰিব নে কি? অন্ততঃ সৰু টোপোলা এটা।

কিন্তু,---কিন্তু অৰুণে সেই সাধাৰণ কামটো কিয় কৰি নিদিলে? সি কি ভাবিছে? তাৰ পেটত কি আছে?

সেই ৰাতি টোপনি অহাৰ আগলৈকে যোগমায়াৰ ঘনশ্যাম চৌধুৰীৰ অচেতন মুখখন আৰু তেওঁৰ মূৰৰ ওচৰত বহি থকা মানুহ এজনীৰ কথা মনত পৰি থাকিল; কিন্তু তাই ভাবি থাকিল অৰুণৰ কথা।

পাছদিনা মহানন্দ যেতিয়া যাবলৈ ওলাল, তেতিয়া অৰুণৰো স্কুললৈ যোৱাৰ সময় হৈছিল। ঘৰখনৰ এটাইবোৰ মানুহ আগফালৰ বাৰান্দালৈ ওলাই আহিছিল। ৰাধা আৰু গৌৰী দুৱাৰডলিতে থিয় হৈ আছিল। লক্ষেশ্বৰে মহানন্দক সুধিলে, "আকৌ কেতিয়াকৈ এইফালে আহিব?"

"চাওঁচোন।" মহানন্দই চমুকৈ উত্তৰ দিলে।

"আহিলে অইন ঠাইত নাথাকিবা।" যোগমায়াই ক'লে।

অৰুণ আৰু মহানন্দৰ লগে-লগে লক্ষেশ্বৰ পদুলি পাৰ হৈ কিছুদূৰ আগুৱাই গ'ল। তাৰ পাছত সি উভতি আহিল। বাকীডোখৰ বাটত অৰুণ আৰু মহানন্দই কথা নাপাতিলে। হাইস্কুলৰ ছাইনবৰ্ডখনৰ ওচৰত অৰুণ ৰ'ল।

মহানন্দই ক'লে, "যোৱা অৰুণ। আকৌ কেতিয়াবা লগ পাম।"

অৰুণে "ভাল" বুলি কৈ স্কুলৰ গেটেদি সোমাই গ'ল। এক মুহূৰ্ত সময় তালৈ চাই থিয় হৈ থাকি মহানন্দ গুচি গ'ল।

তাৰ পাছত যোগমায়াহঁতৰ ঘৰখন আকৌ মুকলি আৰু পোহৰ-পোহৰ হৈ পৰিল। যেন কিবা বান্ধ এটাহে খুলি গ'ল,---যেন এচপৰা ডাৱৰহে আঁতৰি গ'ল! আবেলি ৰাধা আৰু গৌৰী পাৰ্কত ফুৰিবলৈ গ'ল; তিলকে সুহুৰিয়ালে, নবীনে ত্ৰিৰংগ পতাকা উৰি থকা বিষয়ৰ হিন্দুস্থানী গীত গালে। ৰাতি সকলোৰে আহি আকৌ আগৰ নিচিনাকৈ পাগঘৰৰ মজিয়াত বহি ভাত খালে। ভাত খাওঁতে লক্ষেশ্বৰে হিটলাৰৰ কথা উলিয়ালে; ৰাধাই পাৰ্কৰ শিলিখা জোপা ফুলাৰ কথা উলিয়ালে; তৰাই মানুহে টনা ৰিক্সাৰ কথা উলিয়ালে। যোগমায়া আৰু অৰুণে সকলোৰে কথাৰ ভাগ ললে; কিন্তু নিজৰ ফালৰ পৰা একো নুলিয়ালে।

যোগমায়াৰ কেইবা দিনমানেকে মন গৈ আছিল—অৰুণৰ লগত মহানন্দৰ কথা পাতিবলৈ, কিন্তু তাই সাহ নকৰিলে। পাছলৈ এদিন তাইৰ যেন জিদেই হ'ল—নোসোধোঁ তাক একো। সিওতো কিবা এটা সুধিব পাৰিলেহেঁতেন!

কৈলাসৰ হাতত এদিন যোগমায়াই ঘনশ্যাম চৌধুৰীৰ ছবিখন ফটো বন্ধা দোকানলৈ দি পঠালে—ভাল ফ্ৰেম দি ডাঙৰকৈ বন্ধাই আনিবলৈ। দোকানৰ পৰা অহাৰ পাছত ছবিখন তাই তাইৰ শোৱা কোঠালিত মূৰ শিতানৰ ফালে আঁৰি থলে।

যিদিনা গোসাঁইঘৰত লক্ষেশ্বৰৰ ওচৰত বহি পুথি পঢ়া শুনিবলৈ কোনো নাহে, তেনেকুৱা দিনত যোগমায়া তাৰ ওচৰত বহেগৈ। ইটো-সিটো কথাৰ পাছত তাই মহানন্দৰ কথা উলিয়ায়।—একেটা চোলাকে লৈ তেওঁৰ পুতেক দুটাইনো কিয় টনা-আজোৰা কৰিব লাগিছে! বেপাৰী মহাজনে তেওঁক খটুৱাইছে; সেই মহাজনেতো তেওঁক ঘৰখন চলাব পৰাকৈ পইচা দিব লাগে! কেতিয়াবা যদি মালিকে ভাৰাঘৰৰ পৰা মহানন্দহঁতক উলিয়াই দিয়ে!

লক্ষেশ্বৰে কথাবোৰ শুনি মাজে-মাজে হুঁ-হুঁ কৰে; কেতিয়াবা কৰ্ম আৰু ধৰ্ম সম্পৰ্কীয় পদ একোফাঁকি মাতি শুনায়।

দুমাহমানৰ পাছত এদিন দুপৰীয়া মহানন্দ আকৌ ওলালহি। অলপ সময়ৰ কাৰণে। তেওঁ সেইদিনাই উভতি যাবগৈ লাগে। ঘৰত তেতিয়া যোগমায়া আৰু তৰাৰ বাহিৰে কোনো নাছিল। মহানন্দই ক'লে—ইয়াৰ মাজতে তেওঁ আৰু এবাৰ আহিছিল, কিন্তু এইফালে আহিবলৈ সময়েই উলিয়াব নোৱাৰিলে।

যোগমায়াই সুধিলে, "ঘৰত সকলোৰে ভালনে?"

তৰা তেতিয়া চাহ কৰিবলৈ পাকঘৰত সোমাইছিলগৈ।

যোগমায়াৰ প্ৰশ্নৰ উত্তৰত মহানন্দই একো নক'লে। অলপ সময় আইন ফালে চাই থাকি তেওঁ জেপৰ পৰা ৰুমাল উলিয়াই তাৰে চকুযোৰ মচি ললে।

মহানন্দ যোৱাৰ পাছত কেইদিনমানলৈ যোগমায়া আকৌ গহীন-গম্ভীৰ হৈ থাকিল। এদিন তাইৰ ভাব হ'ল—এই মানুহটোৱে তাইক ঘনশ্যাম চৌধুৰীৰ যিমান ওচৰ চপাই ৰাখিব পাৰে, আৰু যেন কোনেও সিমান ওচৰ চপাই ৰাখিব নোৱাৰে।

এদিন আবেলি যোগমায়া তৰাৰ লগত পাৰ্কৰ ফালে ফুৰিবলৈ ওলাই গ'ল। উভতি আহোঁতে হাইস্কুল আৰু জগমোহনৰ শিৱমন্দিৰৰ মাজৰ

মুকলি ঠাইডোখৰৰ ফালে চাই যোগমায়া অকণমান সময় থিৰ হৈ ৰ'ল। তৰাই সুধিলে, "কি হ'ল?"

"একো নাই হোৱা, ব'লা।"

কেইদিনমানৰ পাছত এদিন যোগমায়াই প্ৰথমতে লক্ষেশ্বৰক—আৰু তাৰ পাছত অকণক ক'লে,—স্কুল আৰু শিৱমন্দিৰৰ মাজত যে এবিঘা-মান খালী মাটি আছে, সেইখিনি মহানন্দক দিব লাগে।

লক্ষেশ্বৰে লগে-লগে একো নক'লে। সি যোগমায়াৰ মুখলৈ অবাক হৈ চাই থাকিল। যোগমায়া সেইখিনিৰ পৰা আঁতৰি যোৱাৰ পাছত সি কিছু সময়লৈ জুপুকা লাগি বহি থাকিল। সন্ধিয়া পৰত সি এনেয়ে এপাক ফুৰি অহাৰ চলেৰে ওলাই গ'ল। জগমোহনৰ শিৱমন্দিৰ আৰু হাইস্কুলৰ মাজৰ ৰাস্তাত থিয় হৈ সি চালে—যোগমায়াই কোন বিঘা মাটিৰ কথা কৈছে। ঘৰলৈ উভতি আহি সি বেছি ভাগ সময় গোসাঁই-ঘৰত, নিজৰ কোঠালিত, আগফালৰ বাৰান্দাত মনে-মনে বহি থাকিল।

অকণ আজিকালি নিয়মীয়াকৈ এঠাইত মিটিং কৰিবলৈ যায়। ভূমি-ধৰ উকীলৰ ঘৰৰ এটা কোঠালিত সিহঁতৰ এটা অফিছ হৈছে। আজৰি সময় পালেই সি তালৈ যায়। কেতিয়াবা জৰুৰী কথা থাকিলে স্কুলৰ কাম এৰিও যায়। আজি যেতিয়া যোগমায়াই তাক মাটিৰ কথাটো ক'লে, তেতিয়া সি মিটিংলৈ যাবলৈ ওলাইছিল। মাকৰ কথাষাৰ শেষ হোৱাৰ লগে-লগে সি মাকলৈ মূৰ তুলি চালে। তাৰ চকু দুটা ডাঙৰকৈ মেল খাই গ'ল। সি ক'ব নোখোজাকৈয়ে যেন তাৰ মুখৰ পৰা ওলাই গ'ল,—"কিয়?"

শব্দটোত যোগমায়াৰ বুকুখন ধপকৈ উঠিল। অকণৰ মুখখন তাইৰ বৰ কঠোৰ যেন লাগিল।

মাকৰ চকুৱে-চকুৱে পৰাৰ পাছত এক মুহূৰ্ততে অকণৰ চকু দুটা স্বাভাৱিক হৈ পৰিল। কিন্তু সি একেটা সুৰতেই সুধিলে, "কিয়? মাটি কিয় দিব লাগে?"

যোগমায়াই তাৰ চকুৰ পৰা চকু আঁতৰাই অকণমান সময় মনে-মনে ৰ'ল। তাৰ পাছত তাই সেইখিনিৰ পৰা আঁতৰি গ'ল। যাওঁতে তাই কৈ গ'ল, "তই কৰবালৈ যাবলৈ ওলাইছ; এতিয়া যা। পাছত কথা পাতিম।"

ভূমিধৰ উকীলৰ অফিছত আজিৰ কথা-বতৰা বিশেষ দীঘলীয়া নাছিল। দুজনমান মুখিয়াল মানুহ অহাও নাছিল। কথা-বতৰাৰ সময়ত অকণে চকু মুদি লোকৰ কথা শুনাৰ মাজতে মাকৰ কথা ভাবিলে,

আৰু কথা-বতৰা শেষ হোৱাৰ পাছত কাগজ এখন হাতত লৈ তাকে ভাবি থাকিল।

অকণে মাজে-মাজে নিজৰ শোৱা কোঠালিতে ভাত খায়। আজি যোগমায়াই তাৰ কোঠালিলৈ ভাত লৈ আহিল। অকণে ভাতত হাত দিয়াৰ লগে-লগে যোগমায়াই স্বাভাৱিক মাতেৰে, লাহে-লাহে ক'লে, "সিহঁতৰ অৱস্থা বৰ বেয়া।"

"কাৰ ?" মাকে কাৰ কথা কৈছে বুজিছিল ঠিকেই, তথাপি অকণে কিবা এটা ক'ব লাগে কাৰণেই সুধিলে।

"মহানন্দহঁতৰ।"

অকণে আৰু কিবা কয় নেকি যোগমায়াই বাট চালে ; কিন্তু একো নোকোৱা দেখি তাই অকণো খোকোজা নলগাকৈ কৈ গ'ল, "মানুহঘৰ বৰ কষ্টত চলিছে। থকা, খোৱা, পিন্ধা সবৰে কষ্ট। আচলতেতো সিহঁতৰ এনেকুৱা অৱস্থা হ'ব নালাগিছিল! সিহঁতো সুখত থাকিব লাগিছিল।"

"কেনেকৈ হ'বলৈ পালে তেনেকুৱা অৱস্থা ? আমি কৰিলো নে কি ?" অকণে ভাত এগৰাহ মুখত ভৰাই ক'লে।

"আমি নাই কৰা। কিন্তু কেনেকৈ হ'বলৈ পালে সেইটো তেওঁৰ লগত কথা পতা হ'লে বুজিলিহেঁতেন। তইতো মানুহটোৰ লগত কথাই নাপাতিলি!"

অলপ সময় কোনেও কথা নক'লে। অকণে তললৈমূৰকৈ ভাত খাই থাকিল। অলপ পৰৰ পাছত যোগমায়াই ক'লে, "আমাৰো তেনেকুৱা অৱস্থা হ'ব পাৰিলেহেঁতেন।"

অকণে তৎক্ষণাত টান মাতেৰে সুধিলে, "কাৰ কাৰণে ?" ভাত চোবোৱা বন্ধ কৰি সি মাকৰ মুখলৈ চালে। "আমাৰ যদি তেনেকুৱা অৱস্থা হ'লহেঁতেন, কাৰ কাৰণে হ'লহেঁতেন ?"

যোগমায়াই অকণৰ চাৱনিটো সহ্য কৰিব নোৱাৰিলে। তাই তললৈ চালে। অকণৰ প্ৰশ্নটোৱে তাইক যেন লাহে-লাহে জোঁকাৰিবলৈ ধৰিলে। সি কাৰ কথা ক'ব খুজিছে ? জোঁকাৰণিৰ কোবত যেন অকণমান সময়ৰ ভিতৰতে তাইৰ জীৱনটোৰ এছোৱা তলিত পৰি থকা গেদ লৰি-লৰি ওপৰলৈ উঠি অহাদি উঠি আহিল। তাইৰ মুখখন গম্ভীৰ আৰু পাছলৈ কঠোৰ হৈ আহিল। এসময়ত তাই মূৰ তুলি অকণলৈ চালে ; ক'লে,—"মোৰ কাৰণে। সেই কাৰণে মই পৰাচিত কৰিবলৈ ওলাইছোঁ।"

অকণে খৰিয়া মাছৰ গদা এখুটুৰাৰ পৰা মিহি-মিহি কাঁইটবোৰ বাছি কাঁহীৰ কিনাৰত লগাই যাবলৈ ধৰিলে। এনেকুৱা এষাৰ কথা মাকৰ মুখৰ পৰা ওলাব পাৰে বুলি সি ভৰাই নাছিল। সি জানিছিল—প্ৰশ্নটো

তাৰ বুকুৰ কিমান ভিতৰৰ পৰা ওলোৱা প্ৰশ্ন, কিন্তু সেইটো তাৰ মাকৰ মনৰ ইমান ভিতৰলৈ সোমাব বুলি সি একেবাৰে আশা কৰা নাছিল। তাৰ ধাৰণা হ'ল—মাকক সি ইমান সহজ-সৰল-অজলা মানুহ বুলি ভাবি ভুল কৰিছে। অলপ সময়ৰ পাছত সি কথাৰ সুৰটো শান্ত কৰিবলৈ চেষ্টা কৰি সুধিলে, "তেওঁক মাটিডোখৰ দিলে কি লাভ হ'ব? মাটিডোখৰেৰে তেওঁ কি কৰিব?"

"তাত তেওঁলোকৰ নিজৰ ঘৰ-মাটি নাই। ইয়াত মাটিবোৰ এনেয়ে পৰি আছে। তেওঁলোক ইয়ালৈকে গুচি আহক।" —যোগমায়াই হুকুম দিয়াৰ সুৰত ক'লে।

"ঘৰখনৰ এটাইবোৰ মানুহ? মানে গোটেই ঘৰখন ইয়ালৈ উঠি আহিব?"

"ওঁ।"

অলপ সময় আকৌ কোনেও কথা নোকোৱাকৈ পাৰ হ'ল। তাৰ পাছত অৰুণে সুধিলে, "মাটিডোখৰ হ'ল বাৰু; ঘৰ? ঘৰৰ কি হ'ব?"

"তেওঁ আহক। আহিলে কথা-বতৰা পাতি চাম। তেওঁলোকে বা কি কয়! আমি মাটিডোখৰ দিলো বুলিয়েই তেওঁলোকতো ইয়ালৈ উঠি নাহিবও পাৰে। যদি আহোঁ বুলি কয়, আৰু যদি ঘৰ-দুৱাৰ সজাৰ বল নাই বুলি কয়, তেনেহ'লে আমিয়েই কিবা এটা সুবিধা কৰি দিব লাগিব।" —যোগমায়াই কথাবোৰ স্পষ্টকৈ ক'লে।

অৰুণৰ ধাৰণা হ'ল—মাকে ভাবি-চিন্তি সিদ্ধান্ত লৈ কথাবোৰ কৈছে। অকণমান আগতে তাৰ মনটো অলপ দমিছিল, এতিয়া আকৌ সি মগজুত এটা উত্তাপ অনুভৱ কৰিলে।

"সেইখিনিত মাটি এবিঘাতকৈ বহুত বেছি আছে। গুদামৰ পিছ-ফাল, স্কুলৰ পিছফাল,—গোটেইখিনি মাটি লগ লগাই মই সৰুকৈ এখন কলেজ পতাৰ কথা ভাবিছোঁ। তই কৈছ যেতিয়া মই তেওঁলোকৰ কাৰণে অইন এডোখৰ মাটি ঠিক কৰি দিম।" —আঙুলিত লাগি থকা ভাতকেইটা কাঁহীত জোঁকাৰি পেলাই দি অৰুণ থপথপকৈ থিয় হ'ল।

"ভাত?" যোগমায়াই সুধিলে।

"হ'ব। ভোক নাই।" —অৰুণ মুখ ধুবলৈ বাহিৰলৈ ওলাই গ'ল।

কাঁহী-বাটিবোৰলৈ চাই যোগমায়াৰ বেয়া লাগিল। ভাত খাবলৈ দি এইটো কথা উলিয়াব নালাগিছিল নে কি? অলপ সময় থিয় হৈ থাকি দীঘলকৈ উশাহ এটা লৈ তাই মনলৈ যেন বল আনি ললে। যি হ'ল হ'ল। কওঁ-কওঁ বুলি খাপ পাতি থকাৰ পাছত অন্ততঃ কথাটো কোৱা হ'ল। তাই লাহে-লাহে কাঁহী-বাটিবোৰ সামৰিবলৈ ধৰিলে।

## ন

কিছুদিনৰ পাছত মহানন্দ ওলালহি। মহাজনে তেওঁক এলুমিনিয়ামৰ বাচন কিছুমান নিবলৈ পঠাইছে। কাইলৈ দিনটো বাচনবোৰ চমজি লৈ, বান্ধি-কুন্ধি, বাহিৰে-বাহিৰে ৰেলত লৈ যাবগৈ। তেওঁ আহি পোৱাৰ সময়ত ঘৰত সকলো আছিল; কিন্তু অলপ পাছতে ঘৰখন মানুহ-দুনুহ নথকা ঘৰৰ নিচিনা হৈ গ'ল।

চাহ খাবলৈ দিয়াৰ সময়ত যোগমায়াই মন কৰিলে—মহানন্দ আগতকৈ খীণাইছে। চাৰি-পাঁচদিনমান ডাঢ়ি খুৰোৱা নাই কাৰণে মানুহটোৰ মুখখন বেমাৰী-বেমাৰী লাগিছে। একান্ত মনেৰে মালপোৱা চোবাই থকা মানুহটোৰ মুখখনলৈ অলপ সময় চাই থাকি যোগমায়াই সুধিলে, "ঘৰৰ পৰা কেতিয়া আহিলা?"

মহানন্দই লাহে-লাহে কৈ গ'ল—তেওঁ আচলতে ঘৰৰ পৰা ওলোৱা আঠদিনেই হ'ল। প্ৰথমতে গ'ল মাজুলীৰ ফালে সম্বন্ধৰ খবৰ কৰিবলৈ, তাৰ পৰা গ'ল চাৰিগাঁৱৰ মহলদাৰ এজনৰ ঘৰত বেতৰ খবৰ কৰিবলৈ; তাৰ পৰা চ'থাদিনা ৰাতি ঘৰ ওলাইছেগৈ; পাছদিনা ৰাতিপুৱাই মহাজনে বোলে গুৱাহাটীলৈ যাব লাগে। ঘৰলৈ গৈ শুনিলে—ডাঙৰ ল'ৰাটো দুদিন ঘৰলৈ অহা নাই। মাক কান্দি-কাটি হিয়াঁলি-জিয়াঁলি। মহাজনক মহানন্দই ক'লে—দুদিন পাছত যাওঁ, আগতে ল'ৰাটো বিচাৰোঁ। মহাজনে বোলে—তাক বিচাৰিব লাগিছে কিয়? ডেকা ল'ৰা আপোনা-আপুনি ঘৰ ওলাবহি। বাগানৰ মেনেজাৰে নিজে খবৰ পঠিয়াইছে—বাচনবোৰ সোমবাৰলৈ লাগেই। মহাজনৰ লগত এঘণ্টামান কথা কটা-কটি কৰি, সোমবাৰে বাগানত বাচন পহুঁচাই দিমেই বুলি কথা দি মহানন্দ পৰহি দিনটো ঘৰত থাকিল, কালি ৰেলত উঠিছে।

"ল'ৰাটো পালানে নাই?" যোগমায়াই সুধিলে।

"ওলাইছেহি পৰহি আবেলি।" মহানন্দই অলপ বিৰক্তিৰে ক'লে।

"ক'লৈনো গৈছিল সি?"

"কোনোবা লগৰ ল'ৰাৰ লগত আছিলগৈ।"

"কিয় তেনেকৈ নোকোৱা-নেমেলাকৈ—?"

চাহ এচোক খাই মহানন্দই ক'লে, "মাকে কিবা কথাত বকিলে; কথা সিমানেই।"

মহানন্দই চাহ খাই শেষ নকৰালৈকে যোগমায়াই আৰু একো নক'লে।

মহানন্দই উঠি গৈ পিৰালিৰ কাষত গিলাছটোৰ পৰা পানী ঢালি আঙুলিৰ আগকেইটা তিয়ালে ; তিতা আঙুলিকেইটাৰে ওঁঠ দুখন মোহাৰিলে, আৰু তাৰ পাছত আকৌ চকীখনত বহিলহি।

যোগমায়াই সুধিলে, "তোমালোকে ইয়ালৈকে আহিবা নে কি ?"

মহানন্দই যোগমায়াৰ মুখলৈ চাই প্ৰশ্নটো বুজিবলৈ চেষ্টা কৰিলে।

"মাটি এডোখৰৰ দিহা কৰি দিওঁ। ঘৰ এটা সাজি লোৱা। লৈ সকলো ইয়াতে থাকিবলৈ আহা।"

মহানন্দই থৰ লাগি চায়েই থাকিল। অলপ পাছত যোগমায়াই আকৌ ক'লে, "কথাটো ভাবা। ঘৰতো সোধা-পোছা কৰাগৈ।"

পাছদিনা ৰাতিপুৱা এলুমিনিয়ামৰ বাচনৰ বেপাৰীৰ গোলালৈ যাবৰ সময়ত মহানন্দই লক্ষেশ্বৰক ক'লে, "মাহীৰ কথামতে ইয়ালৈ আহিলোৱেই জানিবা, কিন্তু চলিম কেনেকৈ ?"

লক্ষেশ্বৰে পোনে-পোনে একো উত্তৰ নিদিলে। ফৰিংটোৰ কাৰণেও কচুপাতটো আছে, বিধাতাই মুখখন দিছে যেতিয়া, পেটটো দিছে যেতিয়া, খুদকণ হ'লেও কিবা এটাৰ ব্যৱস্থা কৰিব,—এই জাতীয় কথাকেইটামান কৈ সি বুকুলৈকে পৰা ডাড়িখিনিত হাত বুলালে।

এলুমিনিয়ামৰ বাচনৰ বেপাৰীয়ে মহানন্দক গুদামৰ পৰা মাল আহি পায়হি মানে বাট চাবলৈ কৈছিল। বাটচোৱা সময়খিনিত মহানন্দই কাঠৰ বাকচ এটাৰ ওপৰত বহি, বেৰত আঁউজি, নাকেৰে ঘঁত-ঘঁতকৈ শব্দ কৰি শুইছিল। ৰাতি তেওঁৰ টোপনি অহা নাছিল।

তাৰ পাছত, এমাহ পাৰ নৌহওঁতেই মহানন্দ যোগমায়াৰ ওচৰলৈ আহিল। ডাঙৰ ল'ৰা দুটাই প্ৰথমতে আপত্তি কৰিছিল—সিহঁতৰ লগ-সংবোৰ এৰি আহিব লাগিব কাৰণে। কিন্তু পাছলৈ সিহঁতে আপত্তি কৰা নাই। মহানন্দই সিহঁতক সুধিছিল—লগ-সংবোৰে ঘৰ-ভাৰাৰ পইচা দিব ? তহঁতক খুৱাব ? তাৰ পাছত সিহঁত মনে-মনে আছে। সিহঁতৰ মাকৰতো মুখৰ মাত বুলিবলৈ তেনেকৈ একো নায়েই ! গতিকে মহানন্দই ক'বলৈ আহিছে,—যোগমায়াইতে যদি ইচ্ছা কৰিছে, মহানন্দহঁত ইয়ালৈ উঠি আহিব। কিন্তু,—যোগমায়াৰ মুখলৈ চাই মহানন্দ অলপ ৰ'ল ; তাৰ পাছত ক'লে, "ঘৰ এটা সাজি লোৱাৰতো মোৰ একেবাৰে উপায় নাই মাহী।"

সেইখিনিৰ কথা শুনিব লাগিব বুলি যোগমায়াই জানেই। তাই ক'লে, "চাওঁচোন বাৰু। এই টোভো হ বুলিলেই হোৱা কথা নহয় ! ছমাহ-বছৰেক সময় লাগিবই। তুমি খবৰ কৰি থাকিবা।"

টকা এশ দি যোগমায়াই মহানন্দক পঠিয়াই দিলে।

তাৰ পাছৰ দুমাহত মহানন্দই দুবাৰ আহি গম ললে ;—কথাবোৰ আগবঢ়া নাই।

তাৰ পাছৰ মাহত কথাবোৰ অলপ আগবাঢ়িল। লক্ষেশ্বৰে এদিন যোগমায়া আৰু অৰুণক সমুখত বহুৱাই লৈ ক'লে,—এইবোৰ কথা চম্ভালিবলৈ তাৰ মনো নাই দিনো নাই। এইবোৰ কথাৰ দায়িত্ব অৰুণে লোৱাই ভাল। তাৰ কথা হ'ল—কোনেও কষ্ট পাব নালাগে।

লক্ষেশ্বৰৰ কথাৰ শেষত অৰুণে ক'লে, "হ'ব।"

যিদিনা মাকে মহানন্দক মাটিডোখৰ দিয়াৰ কথা কৈছিল, তাৰ আগলৈকে অৰুণে স্কুলৰ ওচৰে-পাজৰে খালী হৈ থকা মাটিখিনিৰ কথা বেলেগ ধৰণে ভাবি আছিল। ভূমিধৰ উকীলৰ অফিছত সি যিবোৰ কাগজ পঢ়িছিল, সেইবোৰত থকা কিছুমান কথা ভাবি-ভাবি সি ঠিক কৰিছিল—হেন কৰিম, তেন কৰিম—। তাৰ পাছত, সেইদিনা ৰাতি ভাতখোৱাৰ সময়ত মাকৰ লগত হোৱা কথা-বতৰাৰ পাছত সি কথাবোৰ নতুনকৈ চিন্তা কৰিবলগীয়া হৈছে। দেখাত সি একো কৰা নাই, কিন্তু ইতিমধ্যে বহুত কথা ভাবি ঠিক কৰিছে। সি মহানন্দহঁতৰ কাৰণে ঘৰ এটা সজাব। কিন্তু,—তাৰ পাছত কিন্তু-কিন্তু কৰি সি ভালেমান দিন পাৰ কৰিছে।

মাক আৰু মোমায়েকৰ আগত হ'ব বুলি কোৱাৰ পাছদিনাৰে পৰা অৰুণে ঘৰ সজোৱাৰ কামত ধৰিলে। ঘনশ্যাম চৌধুৰী উদ্যান আৰু জগমোহনৰ শিৱমন্দিৰৰ মাজৰ মাটিডোখৰ চফা কৰাবলৈ সি মানুহ লগাই দিলে। স্কুলৰ অফিছত বহি সি ভাবিলে—ঘৰটো সজোৱাৰ কাৰণে দৰকাৰ হোৱা টকাৰ কথা। স্কুলৰ তহবিলৰ অৱস্থা ভাল, তাৰ পৰা টকা লৈ ঘৰটো সজাব পাৰি; কিন্তু এইটো ঘৰৰ লগত স্কুলৰ তহবিলৰ টকা খাপ খাবনে? এফালৰ পৰা খাব, কিন্তু বেছি ফালৰ পৰাই নাখাব। কাঠৰ দোকানখনৰ পৰা যিখিনি টকা জমা হৈছে, তাৰে এটা ঘৰ নহ'ব। সেইখিনি খৰচ কৰিবলৈ তাৰ মনো নাই। সেইখিনি মাকৰ হাতত আছে, থাকক।

সাদিনৰ ভিতৰতে গ্ৰাহক ঠিক কৰি অৰুণে সেই পহুপোৱালি পোহা মানুহঘৰৰ ওচৰৰ এবিঘা চাৰি কঠা মাটি বেচি দিলে। তাৰ পাছত শম্ভুৰ পুতেকক মাতি আনি ঘৰটো সজোৱাৰ সকলো কামৰ কথা বুজাই দিলে। এই কামৰ বাবে শম্ভুৰ পুতেকে পইচা পাব।

শম্ভুৰ পুতেকে অভয় নামৰ অভাৰছিয়াৰ এজনৰ হতুৱাই ঘৰৰ নক্সা অঁকাই আনি অৰুণক দেখুৱালে। পাঁচ কুঠৰীয়া ই-পেটাৰ্নৰ ঘৰ। পাগঘৰ, গা-ধোৱা ঘৰ বেলেগ।

ভাল হৈছে। ঠিক হৈছে। অৰুণে কেৱল দুটা কথা যোগ দিলে,—পিছফালে-আগফালে দেৱাল দিয়াব লাগিব। দুয়োকাষেতো দেৱাল আছেই। আগফালে পিলাৰ থকা গেট হ'ব লাগিব। পিলাৰত ঘৰটোৰ নাম থাকিব লাগিব।

যোগমায়াই নক্সাখন চাই ক'লে, "ইমান ডাঙৰ ঘৰ কেলেই? ঘৰ বেছি চাৰিটা কোঠালি—"

অকণে শান্ত সুৰেৰে ক'লে, "হওক দে মা। মই এটা বেলেগ কাৰণত ঘৰ এটা সজোৱাৰ কথা ভাবিয়েই আছিলোঁ। এতিয়া জানিবা সেইটো ঘৰতে তেওঁলোক থাকিব। থাকিব যেতিয়া ভালকৈয়ে থাকক দে।"

ঘৰটোৰ যেতিয়া খুঁটাবোৰ উঠিল আৰু ভেটিটোৰ কাম শেষ হ'ল, সেই সময়ত মহানন্দ এদিন আহিছিল। তেওঁ এবাৰ ঘৰটোৰ ভেটিটোৰ ওপৰত উঠি ইফালৰ পৰা সিফাললৈ চাইছিল; শম্ভুৰ পুতেকে তেওঁক নক্সাখনো দেখুৱাইছিল। কাম কৰি থকা মানুহবোৰৰ পৰা আঁতৰি, আছুতীয়া ঠাই এডোখৰত বহি সেইদিনা মহানন্দই চকুপানী মচিছিল। এবাৰ মচে, পানীবোৰ আকৌ ওলাই আহে; আকৌ মচে, আকৌ ওলাই আহে।

সেইদিনাই লক্ষেশ্বৰে মহানন্দক ক'লে,—"ছমাহমানৰ ভিতৰতে ঘৰটোতো ওলাবই। এতিয়াৰ পৰা আপোনালোকে অহাৰ কথা ভাবক আৰু!"

মূল ঘৰটো ছমাহৰ ভিতৰতে ওলাল, কিন্তু দেৱাল, আগফালৰ পিলাৰ, লোহাৰ গে'ট আদি সম্পূৰ্ণ হওঁতে আৰু অলপ সময় লাগিল। অকণে ইতিমধ্যে তামৰ পাত এছলাত ঘৰটোৰ নামটো লিখাই থৈছিল। এদিন সি নিজে আগত থাকি ৰাজমিস্ত্ৰিৰ হতুৱাই ঘৰটোলৈ সোমোৱাৰ সোঁফালৰ পিলাৰটোৰ মাজতে পাতছলা লগাই দিয়ালে। যোগমায়া নিকেতন।

ঘৰৰ কাম শেষ।

যোগমায়াই অলপ অস্থিৰ হৈ অকণক সুধিলে, "সেইখন কিয় লগালি? সেইটো নাম কিয় দিলি?"

অকণে ক'লে, "হওক দে মা। তোৰো এটা কাম কৰিবলৈ মন গৈছিল, মোৰো এটা কাম কৰাৰ মন আছিল;—"

কথা শেষ নকৰাকৈয়ে অকণ মাকৰ ওচৰৰ পৰা আঁতৰি আহিল।

মহানন্দ বহুদিন এইখিনিলৈ অহা নাছিল। ইয়ালৈ আহিছিল; কাম কৰি বাহিৰে-বাহিৰে গুচি গৈছিল; বেলৰ পৰা তেওঁলোকৰ কাৰণে সজা ঘৰটো চাবলৈ চেষ্টা কৰিছিল।

বহুদিনৰ পাছত যেতিয়া তেওঁ আহিল, তেতিয়া জগমোহনৰ গুদামৰ মানুহ এটাই নতুন ঘৰটোৰ চকীদাৰী কৰে। পাগঘৰত চৌকা, কেৰাহি, ঘটি-গিলাছ, কাঁহী-বাটি সকলো সজাই থোৱা আছে। মানুহ সোমাব লাগে, চৌকা জ্বলাব লাগে। পাগঘৰৰ কাষতে দমকল। ফটফটীয়া পানী। প্ৰথমতে অলপ-অলপ বালি ওলাইছিল, এতিয়া বালি ওলোৱা বন্ধ হ'ল। দুটা কোঠালিত একোখনকৈ দুজনীয়া পালেং, এটা কোঠালিত এখন এজনীয়া পালেং। কোঠালিয়ে কোঠালিয়ে চকী, মেজ, আলনা।

মহানন্দক ঘৰটো দেখুৱাবলৈ আনিছিল অৰুণে। গোটেই ঘৰটো এপাক ঘূৰি চোৱাৰ পাছত মহানন্দই ক্ষীণ মাতেৰে সুধিলে, "আমি একো আনিবই নালাগিব নে কি বাপু?"

অৰুণে সস্নেহে হাঁহি এটাৰে ক'লে, "কিয় নালাগিব? যি য'ত আছে, —লগা বস্তু সকলোলৈ আহিব।"

যাবৰ সময়ত মহানন্দক যোগমায়াই চাৰি শ টকা দিলে।

দহদিনৰ পাছত তিনিখন হাতে-টনা ৰিক্‌সা আৰু এখন ঘোঁৰা গাড়ী আহি থকা অৰুণে স্কুলৰ বাৰান্দাৰ পৰাই দেখিলে। সি লৰালৰিকৈ বাটলৈ ওলাই আহিল। আগৰ ৰিক্‌সাখনত মহানন্দ আৰু ঘৈণীয়েক পাৰ্বতী আহিছিল। তেওঁলোকৰ ভৰিৰ ওচৰত এটা চুটকেছ। অৰুণক দেখি মহানন্দই ৰিক্‌সাৱালাটোক ৰিক্‌সা ৰখাবলৈ ক'লে।

"আহিল?" অৰুণে হাঁহি এটা মুখতলৈ সুধিলে।

"আহিলো বাপু।"

"একেবাৰে নতুন ঘৰলৈকে যাওক।" অৰুণে হাঁহি-হাঁহিয়েই ক'লে। "চকীদাৰটো আছেই। আমিও গৈ আছোঁ।"

ৰিক্‌সাকেইখন নতুন ঘৰটো পাৰ হৈ আহিছিল, ঘূৰিল।

অৰুণে হাত বাউল দি স্কুলৰ চকীদাৰ এটাক মাতিলে। চকীদাৰটো দৌৰি আহিল। "তই যাচোন, ইয়াক শতুৰ পুতেকক কগৈ—ঘৰটো খুলি দিবলৈ। দৌৰ মাৰ। কথাটো কৈয়েই তই ওচি আহিবি।" অৰুণে হাতৰ ঘড়িটোলৈ চালে। দহ বাজি সোতৰ মিনিট গৈছে। এইটো পিৰিয়ডৰ বেল পৰিবলৈ বহুত সময় আছে।

তাৰ পাছত সি নিজে বেগ দি ঘৰলৈ আহি মাকক খবৰটো দিলে।

যোগমায়াই ক'লে, "ইয়ালৈকে আহিবলৈ নকলি কিয়? দুপৰীয়াৰ সাঁজটো ইয়াতে খাই-বৈ—"

"নালাগে। মাছ-পাছলি কি আছে পঠাই দে। ইহঁত ৰাধাইত ক'ত আছে? সিহঁতক তালৈ যাবলৈ ক।"

কথাখিনি কৈয়েই অৰুণ আঁতৰি আহিল। সি পিছফালৰ বাটেদি গোপালহঁতৰ ঘৰলৈ গ'ল। গোপাল দোকানতে আছিল। অৰুণক দেখিয়েই সি গাদীৰ পৰা জাঁপ মাৰি নামি আহিল।

অৰুণে গম্ভীৰ মাতেৰে হুকুম দিয়াৰ সুৰত ক'লে, "এটা খালী পাগঘৰ। বাচন-বৰ্তন চব আছে। পাঁচটা মানুহে চাহে-ভাতে তিনি-চাৰি সাঁজ খাবলৈ,—মাছ-পাছলিৰ বাহিৰে,—কি কি বস্তু, কিমান-কিমান লাগিব তুমি জানা নহয়?"

গোপালে আচৰিত হৈ ক'লে, "জা-জানো।"

"ঠিকমতে হিচাপ কৰি এটাইখিনি বস্ত এতিয়াই নতুন ঘৰটোলৈ পঠিয়াই দিয়া। লিষ্টিখন দামৰে সৈতে মোৰ তালৈ পঠাই দিবা। পাছত কি কৰিব লাগে মই কম। এতিয়া সোনকাল কৰা। মানুহ আহিলেই।" অকণে আকৌ ঘড়িটো চালে। গোপালে একো সুধিবলৈ নৌ পাওঁতেই সি দোকানৰ পৰা ওলাই গ'ল।

এইবাৰ সি লাহে-লাহে খোজ কাঢ়ি স্কুলত সোমাল আৰু তাৰ কোঠালিৰ চকীখনত বহিল। মেজত কিলাকুটি থৈ দুয়ো হাতৰ মুঠি দুটা মুখত লগাই সি শংখ বজোৱাৰ নিচিনা কৰিলে আৰু চকু দুটা মুদি দিলে।

ৰাধাই গা ধুই আছিল। তাই গা-ধোৱা ঘৰৰ ভিতৰৰ পৰাই চিঞৰিলে—"মই পাছত যাম। তহঁত যা।"

যোগমায়া আৰু তৰা ওলাই যোৱাৰ কিছু সময়ৰ পাছত লক্ষেশ্বৰে লাহে-ধীৰে পাঞ্জাবি এটা গাত সুমুৱালে আৰু কৃষ্ণ-কৃষ্ণ বুলি ছিৰিকেইটা নামি আহিল।

মহানন্দহঁতৰ ডাঙৰ ল'ৰাৰ নাম ৰমেশ, ঘৰত মতা নাম ৰাম। মাজু ল'ৰাৰ নাম বীৰেন, ঘৰত মতা নাম বীৰু। সৰু ল'ৰাৰ নাম পূৰ্ণ, তাৰ ঘৰত মতা বেলেগ নাম নাই।

যোগমায়াহঁতে সিহঁত তিনিওটালৈ চাই হাঁহিলে। বেলত সিহঁতৰ গাৰ কাপোৰকানি, মুখ, চুলি সকলো লেতেৰা-পেতেৰা হৈ আছিল; তথাপি যোগমায়াই ক'লে,—বৰ ধুনীয়া-ধুনীয়া ল'ৰা!

ধৰিব পাৰি—পাৰ্বতী এসময়ত বৰ ধুনীয়া আছিল। চকুৰ গুৰি অলপ ক'লা পৰিছে; গাল দুখন অলপ ভাগিছে, তথাপি মানুহজনী ধুনীয়া হৈ আছে। ওপৰ পাৰিৰ এটা দাঁত বেৰিয়াকৈ গজা; হাঁহিলে সেই দাঁতটো ওলাই যায়; বৰ ভাল দেখি।

এই চেহেৰা চোৱা, চিনাকি হোৱাৰ সময়খিনি পাৰ হোৱাৰ লগে-লগে যেতিয়া যোগমায়াৰ মনলৈ আহিছিল—চাহ-তাহ এটোপাৰ কি হ'ব এতিয়া,—ঠিক সেই সময়তে গেটেদি ৰিক্‌সা এখন সোমাই আহিল। চাউল, দাইল, তেল, নিমখ আদিৰে ৰিক্‌সাখন ভৰি আহিছে। পিছে-পিছে গোপাল। তাৰ হাতত গাখীৰৰ জগ এটা।

যোগমায়া আৰু তৰাই ভাবিছিল—এইখন ঘৰত হ'লেও পাৰ্বতী-হঁতৰ প্ৰথম সাঁজ চাহ-ভাতৰ কাৰণে সিহঁতেই পাকঘৰত সোমাব লাগিব; কিন্তু সিহঁত সোমাবলগীয়া নহ'ল। শম্ভুৰ পুতেকে সকলোকে চাহ কৰি খুৱালে; ভাত ৰন্ধোৱাৰ আয়োজন কৰিলে; যোগমায়াহঁতেও ইয়াতে খাব নে কি সুধিলেহে।

সকলো আয়োজন ঠিক আছে যেন দেখি এসময়ত যোগমায়া, তৰা আৰু লক্ষেশ্বৰ গ'লগৈ। সিহঁত যোৱাৰ পাছত পাৰ্বতীয়ে এবাৰ টোপোলা খুলি নিজৰ বাচন-বৰ্তনখিনি উলিওৱাৰ কথা ভাবিলে, কিন্তু নুলিয়ালেও হয় কাৰণে তাইৰ এলাহটো বেছি হ'ল। শম্ভুৰ পুতেকে তাৰ বিদ্যাৰে যেনেকৈ যি পাৰে ৰান্ধিছিল, মানুহবোৰে কিন্তু বৰ তৃপ্তিৰে খালে।

আবেলি পাৰ্বতীৰ টোপনি ভাগোঁতে ৰ'দ নাইকিয়া হৈছিল। ৰাম বিছনাৰ পৰা উঠোঁতে ভিতৰখন আন্ধাৰেই হৈছিল। অলপ পাছতে শম্ভুৰ পুতেকে কোঠালিবোৰৰ দুৱাৰৰ ওচৰে-ওচৰে জ্বলোৱা লেম একোটা থৈ গ'ল।

ঠাইডোখৰ নিজান পৰি আছিল। মহানন্দই আগফালে চকী এখন উলিয়াই লৈ অকলে বহি থাকিল। পাৰ্বতীয়ে ভিতৰখনৰ বস্তু-বাহানিবোৰ ছিজিল কৰিবলৈ লৈছিল। বীৰু আৰু পূৰ্ণই তাইক সহায় কৰিছিল। মাজে-মাজে পাৰ্বতীয়ে আগফাললৈ আহি মহানন্দক কিবাকিবি সুধিছিল; মহানন্দৰ কিন্তু কথা পাতিবলৈ একেবাৰে মন যোৱা নাছিল। তেওঁ হুঁ, ওঁ আদি শব্দৰে পাৰ্বতীক বিদায় দিছিল।

এসময়ত ৰামে ওচৰতে এপাক মাৰোঁ বুলি ওলাই গৈ শিৱমন্দিৰটোৰ ওচৰত থিয় দিছিলগৈ। তেতিয়া তাত দুটা ফকীৰে ভাং খাই আছিল।

পাছদিনা পুৱা সক ল'বা পূৰ্ণই ঘৰটোৰ আগফাল-পিছফাল গোটেইখন চাই আহি পিছ বাৰান্দাত বস্তু-বাহানি থান-খিত লগাই থকা মাক, দেউতাক, ককায়েকহঁতক হাঁহি-হাঁহি ক'লে, "আমাৰ ঘৰটোৰ নাম যোগমায়া নিকেতন।"

# দহ

সাদিনমান ঘোৰাৰ পাছত এদিন অৰুণে ৰাতি ভাত খাই থাকোঁতে লক্ষেশ্বৰক ক'লে, "মই এটা কথা ভাবিছোঁ যোমাইদেউ।"

তাৰ পাছত সি কিছু সময়লৈ একো নোকোৱা দেখি লক্ষেশ্বৰে সুধিলে, "কি কথা ?"

"আপুনিতো কাঠৰ দোকানখন গাত লাগি চলাবলৈ এৰি দিয়াৰ নিচিনাই হৈছে ?"

লক্ষেশ্বৰে সৰু মাতেৰে ক'লে, "তেনেকৈ অনবৰত চকু দিব পৰা নাই। ইহঁতে—শম্ভুহঁতে কি কৰিছে-নকৰিছে, সেইটো কিন্তু মন কৰি আছোঁ।"

অলপ সময় মনে-মনে থাকি সি আকৌ ক'লে, "ভাতকৈ বেছি কিবা কৰিবলৈ দেখোন মোৰ মনেই নাযায়। কিয় সুধিলি ?"

অৰুণে বৈ-বৈ, ধীৰে-সুস্থিৰে কৈ গ'ল, "মই ভাবিছিলো—ব্যৱসায়টো ভাল। ঘৰৰ কাঠেৰেই আপুনি আৰম্ভ কৰিছিল। সেই দোকানখনৰ টকাৰেই আমি বহুত জোৰা মাৰিলো। এতিয়া আমাৰ নিজৰ কাঠ নাই ; তথাপি দোকানখন চলি আছে। কিন্তু অকল শম্ভুহঁতৰ হাতত দোকানখন এৰি দিব নালাগে।"

"তেনেহ'লে ? তই কি ভাবিছ ?" লক্ষেশ্বৰে খোৱা বন্ধ কৰি সুধিলে।

অলপ পৰ বৈ অৰুণে ক'লে, "ৰামহঁতে সদায় গোপালৰ দোকানৰ মাল বাকীকৈ নি থাকিব, আমি বাকী মাৰি থাকিম, ঘৰৰ পৰা মাছ-পাছলি পঠিয়াই থাকিম,—এনেকৈতো সিহঁত সদায় চলিব নোৱাৰিব। আজি দহ টকা, কাইলৈ বিছ টকা,—আমি এনেকৈ দি থকাও ভাল কথা নহয়। সেই কাৰণে ভাবিছোঁ,—এটা বন্দবস্ত কৰি কাঠৰ দোকানখন দাদাক চলাবলৈ দি দিব লাগে।"

যোগমায়াই লক্ষেশ্বৰে অৰুণলৈ চাই আছিল, তাই যেন উচপ খাই উঠিল। মহানন্দৰ কথা ক'বলৈ অৰুণে এই প্ৰথম দাদা শব্দটো উচ্চাৰণ কৰিলে। তাইৰ মনটো হঠাতে—এক মুহূৰ্তৰ কাৰণে—গধুৰ-গধুৰ লাগিল।

"বন্দবস্ত মানে—চাক্কা বন্দবস্ত। সেই দোকানখন চলায়েই ভেওঁ-লোকে ঘৰ চলাব লাগিব। আমাক মাহে মাহে ভাবা বুজিয়েই হওক, অংশ বুজিয়েই হওক,—কিছু টকা দি থাকিব লাগিব। কিমান দিব

লাগিব, সেইটো আমি ঠিক কৰি দিম। দোকানখন ভেণ্ডক দি দিয়াৰ দিনা ভাত যিমান যি বস্তু থাকিব সকলো ভেণ্ডৰ হ'ব। সেইদিনালৈকে যাক যিমান দিবলগীয়া আছে, যাৰ পৰা যিমান পাবলগীয়া আছে—সেইবোৰ আমি দিম, আমি লম। সেইদিনাৰ পৰা হিচাপ কৰি শত্ৰুইঁতৰ দৰমহা দাপাই দিব।"

ভাত খোৱা বন্ধ কৰি, লক্ষেশ্বৰৰ মুখলৈ চাই অকণে গোট-গোটকৈ কথাখিনি ক'লে, আৰু তাৰ পাছত তলমূৰকৈ ভাত খাবলৈ ধৰিলে।

"প্ৰথম মাহটোৰ কাৰণে মই ভেণ্ডলোকক এশ টকা দি দিম।" এগ-ৰাহ ভাত খাই সি আকৌ ক'লে।

লক্ষেশ্বৰ আৰু যোগমায়া মনে-মনে থাকিল। মাজতে সিহঁতে এবাৰ ইটোৱে সিটোৰ মুখলৈ চালে।

পাছদিনা লক্ষেশ্বৰে অকণক ক'লে,—ভই যি ঠিক কৰিছ তাকে কৰ।

কথাবোৰ মহানন্দক ক'লে লক্ষেশ্বৰে। মহানন্দই অলপ সময় তলমূৰকৈ ভাবি থাকি সুধিলে, "পাৰিম নে চাপে?"

পাৰিব লাগিব। লক্ষেশ্বৰে জোৰ দি ক'লে। বহুত দিনৰ পুৰণি, পাতি-খোৱা দোকান এখন,—চলাই খোৱাত অসুবিধা কিহৰ? অলপ কষ্ট কৰিব লাগিব, ঘূৰা-পকা কৰিব লাগিব, বুদ্ধি খটুৱাব লাগিব,—সিমানেইহে!

"ঘূৰা-পকা, পৰিশ্ৰম—এইবোৰৰ কাৰণে মই ভয় কৰা নাই। পিছে—।" অকণমান সময় মনে-মনে থাকি মহানন্দই উশাহ এটা লৈ ক'লে, "ভাল বাৰু। চাওঁচোন। আপোনালোকে কিন্তু সহায় কৰিব লাগিব।"

"আমাতকৈ বেছি সহায় আপুনি শত্ৰুইঁতৰ পৰাহে পাব। সিহঁতহে কামৰ মানুহ। আমি আৰু পাছলৈ কথাৰ মানুহহে হ'লোহি!" লক্ষেশ্বৰে হাঁহিলে।

সেইদিনা গোটেই আবেলিটো লক্ষেশ্বৰে কাঠৰ দোকানখনত বহিয়েই কটাই দিলে।—'মই কি বুজিলো জানা? কাঠৰ ব্যৱসায় কৰা। খুটা তক্তা, বাতাম। মিস্ত্ৰি ৰাখা, গছ কটোৱা, তক্তা-বাতাম ফলোৱা,—বাচ—বাকীখিনি নিজে শিকি গৈ থাকিবা।' —কোন কেতিয়াই ঘনশ্যাম চৌধুৰীয়ে কোৱা কথাবোৰৰ টুকুৰা-টুকুৰিকৈ তাৰ মনত পৰিল। দোকান আৰম্ভ কৰিবলৈ লতিফহঁতে যে সৰুকৈ চালি এখন দিছিল,—সেই চালি-খনৰ কথা মনত পৰিল। —হওক, দোকানখন দেখি থাকিবলৈ পালেই হ'ল। —এবাৰ সি ভাবিলে।

পাছদিনা পুৱা চাহ-ভাহ খাই উঠিয়েই মহানন্দ কাঠৰ দোকানখনৰ —এসময়ত লক্ষেশ্বৰ বহা চকীখনত বহিলহি।

দুদিনমান পাছত স্কুললৈ যাওঁতে অৰুণ দোকানখনৰ আগত থমকি ৰ'ল। ভিতৰত মহানন্দ বহি আছিল। এক মুহূৰ্ত কিবা ভাবি অৰুণ দোকানখনলৈ সোমাই আহিল। মহানন্দ খপজপকৈ থিয় হ'ল।—"আহা অৰুণ। স্কুললৈ আহিলা? বহা।"—তেওঁ নিজৰ চকীখন এৰি থৈ আহি গ্ৰাহকৰ কাৰণে থকা চকী দুখনৰ এখন অৰুণমান ঘূৰাই দিলে। তেওঁৰ হাতখনে চকীখনৰ ধূলি মচোঁ-মচোঁ কৰিলে।

"নবহোঁ। যাওঁয়েই। মই কথা এটা সুধিম-সুধিম বুলি ভাবি আছিলো। ইহঁতৰ পঢ়া-শুনাৰ কথা কি ভাবিছে? ৰাম-বীৰুহঁতৰ?"

"কথাটো ময়ো ভাবি আছোঁ। কিন্তু কি কৰোঁ। একো ঠিক কৰিব পৰা নাই। আচলতে কথাটো মই তোমালোকক সোধোঁ বুলিহে আছিলো।" মহানন্দই অসহায় মানুহৰ সুৰত ক'লে।

"আচলতে এতিয়াতো স্কুল-কলেজত নাম লগোৱাৰ সময় নহয়! তথাপি—বীৰু আৰু পূৰ্ণই আমাৰ স্কুলতে পঢ়ক। ৰামক মোক লগ ধৰিবলৈ ক'ব। মই কলেজৰ প্ৰিন্সিপাললৈ চিঠি এখন দিম। সি নিজে চিঠিখন লৈ তেখেতৰ ওচৰলৈ যাব। তাৰ পাছত প্ৰিন্সিপালে যি দিহা দিয়ে, সি সেইমতে কৰিব। সিহঁতে কিতাপ-বহীবোৰ আনিছে?"

"আনিছে হ'বলা!"

অৰুণে স্থিৰ দৃষ্টিৰে অৰুণমান সময় মহানন্দৰ মুখলৈ চাই ৰ'ল, তাৰ পাছত ক'লে, "খবৰটো ভালকৈ লওক। আনিছে যদি সিহঁতে সেই-বোৰ উলিয়াওক। বীৰু আৰু পূৰ্ণক আজিয়েই স্কুললৈ আহি মোক লগ ধৰিবলৈ ক'ব।"

মহানন্দই বাৰু বুলি কোৱাৰ পাছত অৰুণে মূৰ ঘূৰাই দোকানখনত থকা ভঙা-বাতামবোৰলৈ চালে আৰু তাৰ পাছত ধীৰ-গম্ভীৰ খোজেৰে ওলাই গ'ল।

স্কুলৰ প্ৰথম পিৰিয়ডটো আৰম্ভ হোৱাৰ পাছত অৰুণ তাৰ অফিচ্‌-কোঠালিত অলপ সময় মনে-মনে বহি ৰ'ল। তাৰ পাছত সি কলেজৰ প্ৰিন্সিপাললৈ চিঠি এখন লিখিলে। ইংৰাজীত। প্ৰিন্সিপালজনে তাক মৰম কৰিছিল, এতিয়াও কৰে। সি লিখিলে,—ৰাম মানে ৰমেশক যদি এতিয়া নিয়মীয়া ছাত্ৰ হিচাপে ভৰ্তি কৰি লোৱাত অসুবিধা আছে, তেন্তে তেখেতে যেন তাক অন্ততঃ ক্লাছত বহাৰ সুবিধা কৰি দিয়ে।

অৰুণে যিমান পাৰে সোনকালে তাৰ মনলৈ অহা ঘৰুৱা লেঠাবোৰ মাৰি পেলাবলৈ চেষ্টা কৰিছিল। তাৰ অন্যান্য কিছুমান কামৰ হেঁচা বাঢ়ি আহিছিল। বেছিভাগেই ভূমিধৰ উকীলৰ ঘৰৰ অফিচটোৰ কাম। সেইটো অফিচৰ কাম কেতিয়াবা সি তাৰ নিজৰ অফিচটোতো কৰিছিল।

কেতিয়াবা সন্ধিয়া তাৰ অফিছটোতো মানুহ গোট খাইছিল। এইবোৰ কামৰ মাজত ঘৰুৱা লেঠাবোৰে আমনি কৰি থকাটো সি ভাল নাপাইছিল।

সি বিচৰামতেই কামবোৰ হ'ল। সেইদিনাই বীৰুক ক্লাছ নাইনত আৰু পূৰ্ণক ক্লাছ ছেভেনত ভৰ্তি কৰোৱা হ'ল। ৰাম সেইদিনা অৰুণৰ ওচৰলৈ নাহিল; পাছদিনা আহিল। অৰুণে ডাঙৰ বহী এখনত কিবা লিখি আছিল; চিঠিখন ৰামৰ হাতত দি সি আকৌ লিখিবলৈ ললে আৰু লিখি-লিখিয়েই ক'লে, "সেইখন কালিৰ তাৰিখৰ চিঠি। কালি তুমি কিয় চিঠিখন দিবলৈ নোৱাৰিলা, প্ৰিন্সিপাল ছাৰক বুজাই ক'বা।"

সেইদিনাই প্ৰিন্সিপালে অৰুণলৈ লিখিলে,—"তোমাৰ অনুৰোধ ৰক্ষা কৰি মই ল'ৰাটোক কলেজত ললো; কিন্তু ময়ো তোমাক অনুৰোধ কৰিছোঁ —তুমি তাক চাবা। তাৰ লগত কথা পতাৰ পাছত মই এই অনুৰোধটো কৰিছোঁ।" বাক্যকেইটা অৰুণে দুবাৰ পঢ়িলে।

ইতিমধ্যে অৰুণহঁতৰ চুবুৰিটোৰ চেহেৰা বহুত সলনি হৈছিল। ছিটি-বাছ এই চুবুৰিটো পাৰ হৈ আৰু এমাইলমান আগলৈকে গৈছিল। হাই-স্কুলখনৰ আগতে দুয়োফালৰ পৰা অহা বাছবোৰ অলপ সময়ৰ কাৰণে ৰৈছিল। প্ৰথমতে মনোৰঞ্জন দাস, তাৰ পাছত হৰিশংকৰ, আৰু তাৰ পাছত মদনমোহন-জগতমোহনহঁতে ঘৰত ইলেকট্ৰিক লাইট লগাইছিল। ঘনশ্যাম চৌধুৰী উদ্যানৰ গে'টৰ সমুখত আৰু গোপালৰ দোকানৰ আগত ষ্ট্ৰীট লাইট জ্বলিছিল। ৰাধা, গৌৰী, তিলক, নবীনহঁতে কেইবাদিনো চিঞৰ-বাখৰ কৰাৰ পাছত অৰুণে সিহঁতৰ ঘৰতো ইলেকট্ৰিক লাইটৰ ব্যৱস্থা কৰিছিল। লক্ষেশ্বৰে কেৱল কৈছিল—গোসাঁইঘৰৰ বাৰান্দা-খনত যেন লাইট এটা পৰে। পৰিছিল। যোগমায়া নিকেতন সজাৰলৈ অৰুণহঁতে যিখিনি মাটি বেচিছিল, সেইখিনিত এজন পুলিছ চাহাবে এটা দুমহলীয়া ঘৰ সজাইছিল। ঘৰ সজোৱা কাম চাবলৈ, লোহা-ইটা-ছিমেণ্ট আদি ৰাখিবলৈ দুজন চিপাহীয়ে ভাত দিনে-ৰাতিয়ে ডিউটি কৰিছিল। তাৰে এজন চিপাহীয়ে উল গুঠিব জানিছিল আৰু তেওঁ ডিউটিত থকা সময়খিনিৰ বেছিভাগ সময় বহি-বহি ছুৱেটাৰ গুঠিছিল। শিৱমন্দিৰ-টোৰ আগত এখন ছাইকেল ভাল কৰা দোকান বহিছিল। ৰাস্তাটোৰ সিপাৰে বহুত এচলীয়া ঘৰ হৈছিল। সেই ঘৰবোৰত চাহৰ দোকান, গেলামালৰ দোকান, মণিহাৰী দোকান, পান-তামোল-বিড়ি-ছিগাৰেটৰ দোকান—এনেকুৱা কেইবাখনো দোকান বহিছিল। গোপালৰ গেলা-মালৰ দোকানখন বহুত ডাঙৰ হৈছিল। দোকানখন বস্তুৰে ঠাহ খাই পৰিছিল। গোপালে দোকানখনৰ এটা চুকত গেঞ্জি, চুৰিয়া, সৰু ল'ৰাৰ হাফপেণ্ট-চোলা আদিও বেচিবলৈ লৈছিল। অৰুণহঁতৰ পৰা ছিৰোৰ

মানুহে কম দামত সৰহকৈ মাটি কিনিছিল, এতিয়া তেওঁলোকে বেছি দামত অলপ-অলপ মাটি আনক বেচি দিছিল। সেই নতুন মানুহবোৰে চুবুৰিটোত নানান আকৃতিৰ ঘৰ সাজি থাকিবলৈ লৈছিল। অকণহঁতে কাৰোবাক-কাৰোবাক বহুত দিনলৈ চিনিয়েই নাপাইছিল। ৰাধা-গৌৰীহঁতে চুবুৰিটোত আগৰ নিচিনাকৈ মুকলিমূৰীয়াকৈ ফুৰা-চকা কৰিব নোৱৰা হৈছিল। সেই তাহানিয়েই মাটি কিনাৰ পাছত খা-খবৰ নোহোৱা মানুহ এজনে এতিয়া আহি এটা তিনিমহলীয়া ঘৰ সজাবলৈ লৈছিল। তলৰ দুটা মহলাত হেনো তেওঁ হোটেল খুলিব আৰু ওপৰৰ মহলাৰ একাষে নিজে থাকিব।

মহানন্দই প্ৰথম মাহতে বুজি পালে---কৰিব জানিলে কাঠৰ ব্যৱসায়টো ভাল ব্যৱসায়। এইফালে,---পূবফালে,---বহু মানুহে ঘৰ সাজিবলৈ লৈছে। ওচৰ কাৰণে মানুহবোৰে প্ৰথমতে এইখন দোকানতে কাঠৰ খবৰ লয়। মহানন্দই প্ৰত্যেকজন গ্ৰাহকক সুধিলে---তেওঁক কি ছাইজৰ কি কাঠ লাগে; দোকানত মজুত নাথাকিলেও যোগাৰ কৰি দিব পাৰিব বুলি ক'লে, আৰু শম্ভুহঁতৰ লগত আলোচনা কৰি ঘূৰা-পকা কৰিবলৈ ধৰিলে। দ্বিতীয় মাহত ব্যৱসায়ৰ বাহিৰে অইন কামৰ বাবে তেওঁৰ সময় কমি আহিল।

যোগমায়াহঁতৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰাখিলে পাৰ্বতীয়ে। মহানন্দই ভাত খাই ওলাই যোৱাৰ পাছত, দুপৰীয়া, তাই যোগমায়াৰ ওচৰত বহেগৈ; যোগমায়া কামত লাগি থাকিলে তৰাৰ ওচৰত বহেগৈ। বহুদিন ধৰি কাকো ক'বলৈ নোপোৱা কথাবোৰ যেন এতিয়া তাই যোগমায়া আৰু তৰাক এফালৰ পৰা কৈ যাবলৈ সুবিধা পালে। তাৰ পাছত এদিন তাই যোগমায়াহঁতৰ কথা সুধিবলৈও সুবিধা পালে।

"ৰাধাৰ বিয়াৰ কথা ভবা নাই?" এদিন পাৰ্বতীয়ে হঠাতে তৰাক সুধিলে।

তৰাই ক'লে, "কিয় ভবা নাই? ভাবোঁও, কথাও পাতোঁ; আকৌ কথাবোৰ তল পৰে; কেতিয়াবা আকৌ ওলায়। এনেকৈয়ে আছোঁ।"

"ভাইৰ বয়স--- ?" প্ৰশ্নটো শেষ নকৰি পাৰ্বতীয়ে তৰাৰ মুখলৈ চালে।

তৰাই খোলা মাতেৰে ক'লে, "হৈছে; যোগৰাইদেৱে কোৱামতে এতিয়া তাইৰ বয়স একুৰি তিনি-চাৰি বছৰমান হৈছে।"

পাৰ্বতীয়ে হাঁহি এটা মাৰি ক'লে, "সিমান বয়সত আমি দুটা ল'ৰাৰ মাক হৈছিলো।"

তৰাই নাহাঁহিলে। একো ডাঙৰ কথা নহয়---এনেকুৱা সুৰত তাই ক'লে, "গৌৰী জন্ম হওঁতে মোৰ বয়স কুৰি বছৰ পাৰ হৈ গৈছিলহে।"

"তেনেহ'লে? ইমান পলম কৰিছা কিয়?" পাৰ্বতীয়ে প্ৰথমতে তৰাৰ লগত আপোনা-আপুনি কৰিছিল, আজিকালি তুমি-তোমা কৰে।

"পলম আৰু মানুহে কৰোঁ বুলি কৰেনে? যি হ'ব লাগে হৈ গৈ আছে।" এইবাৰ' তৰাই হাঁহিলে। তাইৰ হাঁহিটো দেখি পাৰ্বতীৰ মাতটো হঠাতে সৰু হৈ গ'ল। তাই সুধিলে, "কথা এটা শুনিছোঁ হয়নে?"

"কি কথা?" তৰাই হাঁহিটো সামৰিলে।

"শুনা কথাহে। নিজৰ বুলিহে সুধিছোঁ। বাধাৰ বোলে স্কুলৰ মাষ্টৰ এজনৰ লগত বিয়া হোৱাৰ কথা ঠিক হৈ আছে?"

তৰাৰ গোটেই গাটো থৰ হৈ গ'ল। অকণমান সময়ৰ কাৰণে তাইৰ মুখৰ পৰা কোনো মাত নোলাল। পাৰ্বতীৰ চকুলৈ অকণমান সময় চাই থাকি তাই সুধিলে, "মাষ্টৰ? কোন মাষ্টৰ?"

"অতুল ৰায় নামৰ বঙালী মাষ্টৰ এজন আছে বোলে?"

"তোমাক কোনে ক'লে? ক'ত শুনিলা? কেতিয়া শুনিলা?" ক'ব নোৱৰাকৈয়ে তৰাৰ মাতটো অস্থিৰ হৈ উঠিছিল।

পাৰ্বতীয়ে থতমত খালে। তাই অলপ সেমেনা-সেমেনি কৰি ক'লে, "নহয় মানে---আমাৰ বীৰু,---তাৰ আকৌ এটা ভাল কথা কি,---সি অলপ সময়ৰ ভিতৰতে লগৰ ল'ৰাৰ লগত বৰ মিলিব পাৰে। এইখিনি দিনৰ ভিতৰতে স্কুলখনৰ বহুত ল'ৰাৰ লগত তাৰ হলিগলি হৈছে। সিহঁতৰ মাজৰে কোনোবা এটাই বোলে তাক ক'লে---অতুল ছাৰৰ লগত হে'ড মাষ্টৰৰ ভনীয়েকৰ বিয়া হ'ব।"

কোনেনো উলিয়ায় এইবোৰ কথা? কেনেকৈনো ওলাবলৈ পায়? তেনেকুৱা কিবা এটা হ'লে আমিনো গম নাপাম নে? ঘৰখনত কাৰো-বাৰ দাঁতত কুটা এডাল লাগিলেও সকলোৱে গম পাওঁ, সেইটো কথানো গম নাপালোহেঁতেন নে? ---তৰাই একে উশাহে বহুত কথা কৈ প'ল।

পাৰ্বতী যোৱাৰ পাছত তৰা কিছু সময় সেইখিনিতে গম্ভীৰ হৈ বহি থাকিল। তাৰ পাছত তাই পোনে-পোনে যোগমায়াৰ ওচৰলৈ গ'ল। তাই কথাখিনি কৈ শেষ কৰাৰ অলপ পাছতে যোগমায়াৰ দুয়োটা চকু চলচলীয়া হৈ উঠিল।

সেই ৰাতিয়েই তৰাই লক্ষেশ্বৰক আৰু যোগমায়াই অৰুণক কথাটো ক'লে। লক্ষেশ্বৰে ওভোতাই তৰাকে ভৰিয়ালে,---এইবোৰ কথা পাতা কিয়?

অৰুণ মাকৰ সন্মুখত চকু মুদি, নিশ্চল হৈ বহি ৰ'ল।

যোগমায়াই অলপ সময়ৰ পাছত ক'লে, 'এইবোৰ মিছা কথা কেনেকৈ ওলাবলৈ পায়।"

"একেবাৰে মিছা কথা নহয়।" অৰুণে গম্ভীৰ মাতেৰে ক'লে।

যোগমায়াৰ চকু দুটা মেল খাই গ'ল।

"কিন্তু---সেইটো ইমান ভাওৰ কথা, ইমান দিনৰ পাছত যে কথাটো তইঁতৰ কাণত পৰিল,---আৰু যেনেকৈ কাণত পৰিল,---সেইটোহে ভাতকৈ বেছি ভাওৰ কথা।" ---অৰুণে আকৌ চকু মুদি বাওঁহাতখন মূৰৰ চুলিত বুলাবলৈ ধৰিলে।

"কথাটো কি? তই যে মিছা কথা নহয় বুলি কলি।" যোগমায়াই অধৈৰ্য হৈ সুধিলে।

"কম বাৰু। চব কম।"

"কম মানে কেতিয়া কবি? এতিয়াই কচোন।" যোগমায়াই আৰু বেছি অধৈৰ্য হৈ ক'লে।

"ইমান অস্থিৰ হৈছ কিয়? একো ভাওৰ কথা হোৱা নাই নহয়। এতিয়া মনে-মনে থাক।" কথাখিনি কৈ অৰুণ ঘপকৈ উঠি ওলাই গ'ল। যোগমায়া তাৰ পিছে-পিছে দুৱাৰ মুখলৈকে গ'ল আৰু দুৱাৰৰ চৌকাঠত ধৰি কিছু সময় থিয় হৈ থাকিল।

অৰুণে তাইক অস্থিৰ নহ'বলৈ কৈছে; কিন্তু এনেকুৱা বিয়া-বাৰুৰ কথাত তাই ইতিমধ্যে বহুবাৰ ভিতৰি-ভিতৰি অস্থিৰ হৈছে। অৰুণৰ বয়স ত্ৰিছ বছৰৰ ওচৰ পাইছেহি। ৰাধাৰ চৌবিছ। যোৱা পাঁচ বছৰে তাই বহুবাৰ অৰুণ আৰু ৰাধাৰ বিয়াৰ কথা উলিয়াইছে; ---তৰাৰ আগত, লক্ষেশ্বৰৰ আগত, ৰাধাৰ বিয়াৰ কথা অৰুণৰ আগত, অৰুণৰ বিয়াৰ কথা ৰাধাৰ আগত, আৰু সিহঁতৰ নিজৰ-নিজৰ বিয়াৰ কথা সিহঁতৰ আগতে উলিয়াইছে; কিন্তু কথাবোৰ সকলোৱে সামৰি থয়। তৰাই কয়---মই কৈয়েই আছোঁ, লক্ষেশ্বৰে কয়,---মই কি কৰিব লাগে ক আকৌ! ৰাধাই কয়---দাদাৰ বিয়া আগতে পাত, অৰুণে কয়---এতিয়া সেইবোৰ কথা নুলিয়াবি।

তাৰ পাছত এটা আচৰিত ধৰণৰ ভয়ত যোগমায়া মনে-মনে থাকে। বিশেষকৈ বিয়া-বাৰুৰ কথাত অৰুণলৈ তাইৰ ভয় লাগে। কিহৰ ভয়, কেনেকুৱা ভয় তাই ভাবি ঠিক কৰিব নোৱাৰে। কিন্তু তাই দেখি আহিছে, ---বিয়াৰ কথা ক'লেই সি তাইলৈ এনেকৈ চায় যে তাই ভিতৰি-ভিতৰি কঁপি উঠে, আৰু তাৰ পাছত তাই মনে-মনে থাকে।

এনেকৈয়ে ইমান দিন পাৰ হৈছে, আৰু আজি তাইৰ কাণত পৰিল এই কথা!

সেই ৰাতিয়েই, সকলো শোৱাৰ পাছত, অৰুণে মাকক ক'লে---হ'ব পাৰে; অতুল ৰায়ৰ লগত ৰাধাৰ এটা সম্পৰ্ক থাকিব পাৰে। ৰাধাই স্কুলত পঢ়ি থাকোঁতেই সি কথাটো মন কৰিছিল। তেতিয়া অতুলে চাকৰি আৰম্ভ কৰিছে মাত্ৰ। ৰাধা ক্লাছ টেনত। সি কথাটো মন কৰিছিল। সেই কাৰণেই

ৰাধাই এবাৰ স্কুলত চাকৰি কৰিবলৈ ওলাওঁতে অৰুণে ভাইক মানা কৰিছিল। আচলতে সি ভয় কৰিছিল। তাৰ পাছত কেইবছৰো পাৰ হৈ গৈছে। ৰাধাই বি, এ, পাছ কৰি ঘৰতে বহি আছে। ইমান দিনে আৰু কিম্যানদূৰ কি হৈছে, অৰুণে চাবলৈ চেষ্টা কৰা নাই।

কিন্তু ইমান দিনৰ পাছত, ক্লাছ নাইনৰ ল'ৰাৰ মুখত এইবোৰ কথা! মাকৰ কথাখিনি কৈ উঠাৰ পাছত অৰুণ নিজেও আচৰিত হ'ল। অলপ সময় মনে-মনে থাকি সি মাকক ক'লে, "শোগৈ যা। ৰাধাক একো নুসুধিবি। তোক পিছে মই এটা কথা কৈ থওঁ। অতুলক মই ছুৰছুৰমান পালো। সি ভাল ল'ৰা।"

পাছদিনা স্কুলত অৰুণে গোপাল বাবুক ক'লে, "কাইলৈৰ পৰা ক্লাছ নাইনৰ এ ছেকছনৰ ইংৰাজীৰ ক্লাছটো মই লম। কথাটো জনাই দিব।"

তাৰ পাছদিনা ঘৰত সকলোৰে আগতে অৰুণে ৰাধাক সুধিলে, "স্কুলত কাম কৰিবি?"

"কৰিমতো!" ৰাধাই জাঁপ মাৰি উঠিল। "মই কেতিয়াবাৰে পৰা তোক কম-কম বুলি আছিলো, ভয়তে কোৱা নাছিলো।"

"মাইনৰ স্কুলত নহয়, হাইস্কুলত।" অৰুণে ক'লে।

"অঁতো! মইতো হাইস্কুলৰ কথাকে কৈছোঁ!" ৰাধাই আৰু জোৰে চিঞৰিলে।

"মতা মানুহৰ মাজত কাম কৰিব পাৰিবি?"

"কিয় নোৱাৰিম? মই পঢ়াবহে লাগে!"

"ল'ৰাৰ ক্লাছ লব পাৰিবি?"

"পাৰিমতো!" ৰাধাৰ মুখখন জিলিকি উঠিল।

স্কুলখনৰ কিছুমান কথা আলোচনা-বিলোচনা কৰিবলৈ অৰুণে এখন কমিটি পাতি লৈছে। শিক্ষক কেইজনমানক লৈয়েই কমিটি। কমিটি বহুৱাই অৰুণে তেওঁলোকক ক'লে,---কামৰ হেঁচাতৈ চাই স্কুলখনত আৰু শিক্ষক লাগেই। ৰাধাই অন্ততঃ চাৰিটা বিষয় ভালকৈ পঢ়াব পাৰিব। তেওঁক শিক্ষয়িত্ৰী হিচাপে ললে কেনে হয়? সদস্যসকলে আনন্দৰে ভাল হ'ব বুলি ক'লে। তেওঁলোকৰ মাজত অতুল বায়ো আছিল।

অৰুণে ক'লে,---ৰাধাই কাম কৰিব, কিন্তু এতিয়া দৰমহা নাপাব। পাঁচছ টকা হাত-খৰচ পাব। খবৰটো শুনি ৰাধাই ক'লে---পঁচিছ টকাৰে মই কি কৰিম? দহ টকা হ'লেই হ'ব। কথাষাৰ কৈ তাই হাঁহিলে।

যোগমায়াইতে নীৰৱে অৰুণৰ কাণ্ড-কাৰখানাবোৰ চাই থাকিল। যিদিনা ৰাধাই মুগাৰ মেখেলা, বগা ব্লাউজ আৰু কপাহী চাদৰ লৈ

লাজ-লাজকৈ স্কুলৰ বাৰান্দাত ভৰি দিলেহি, সেইদিনাই মহানন্দই অৰুণক ৰাস্তাৰ পৰা কাঠৰ দোকানখনৰ ভিতৰলৈ মাতি আনিলে। গোপন, পাৰিবাৰিক কথা সোধাৰ সুৰেৰে তেওঁ সুধিলে, "হয়নে অৰুণ, কথা এটা শুনিছোঁ—— ?"

"কি কথা ?"

"ৰাধাক বোলে স্কুলৰ কামত দিছা ?"

"হয়।"

"আগৰে পৰা কিবাকিবি কথা ওলাই আছিল। সিহঁতক আঁতৰা-আঁতৰি কৰাৰহে কথা! তোমালোকে দেখোন ওচৰ চপাইহে দিলা!"

অৰুণে মহানন্দৰ চকুলৈ চাই ক'লে, "সিহঁতক আৰু ওচৰ চপাই দিয়াৰ কথা ভাবিছোঁ।"

কথাষাৰ কৈ অৰুণ গুচি গ'ল। মহানন্দ অলপ সময় তাৰ পিঠি-খনলৈ চাই থিয় দি ৰ'ল।

সেইদিনাই সাঁজ লাগি ভগাৰ পাছত মহানন্দ অৰুণহঁতৰ ঘৰলৈ গ'ল। ভিতৰুৱা কথা এটা আছে বুলি তেওঁ যোগমায়াক মাজৰ কোঠালিটোলৈ অকলশৰীয়াকৈ মাতি আনিলে।

"কি কথা ?" যোগমায়াই সুধিলে।

কোঠালিটোৰ মাজেদি ৰাধা ইফালৰ পৰা সিফাললৈ পাৰ হৈ গ'ল। মহানন্দই তাইলৈ চাই যোগমায়াক সুধিলে, "ইয়াতে পাতিম নে ?" তাৰ পাছত তেওঁ যোগমায়াৰ শোৱনি কোঠাটোৰ ফালে চাই ক'লে, "সৌ তালৈকে যাওঁ নহ'লে।"

যোগমায়াৰ চকু-মুখত আচৰিত হোৱাৰ ভাবটো আগতকৈ বেছিকৈ জিলিকি উঠিল। শোৱনি কোঠাৰ বেৰত থকা ঘনশ্যাম চৌধুৰীৰ ছবি-খনৰ ফালে চাই মহানন্দ ওচৰৰ চকীখনতে বহিল। বহিয়েই তেওঁ সুধিলে, "অৰুণ আছে নে কি ?"

"আছে।"

মহানন্দই মাতটো সৰু কৰিলে, "আগতে আপোনাৰ লগত কথাটো পাতি লওঁ। কিছুদিনৰ পৰা ৰাধাৰ কথা এটা শুনি আছিলো। আজি তাকে অৰুণক সুধিছিলো। সিতো কিবা পাক লগোৱা কথাহে ক'লে!"

"কি ক'লে ?" ——যোগমায়াই সুধিলে।

"ক'লে বোলে——সি বোলে ৰাধাক সেই বঙালী মাষ্টৰটোৰ ওচৰ চপাই দিয়াৰহে বন্দবস্ত কৰিছে।"

যোগমায়াই অইনফালে চাই মনে-মনে ৰ'ল।

"কথাটো কি ?" মহানন্দই সুধিলে।

যোগমায়াই ধীৰ, শান্ত মাতেৰে ক'লে, "সি ল'ৰাজনক ভাল দেখিছে। তেওঁৰ লগত ৰাধাক বিয়া দিয়াৰ কথা ভাবিছে।"

"কি? বিয়া দিয়াৰ কথা ভাবিছে?" মহানন্দৰ মাতটো ডাঙৰ হৈ গ'ল। অলপ পৰ যোগমায়াৰ মুখলৈ চাই থাকি তেওঁ সুধিলে, "সি বাৰু তেনেকৈ ভাবিছে; কিন্তু আপোনালোকে কি ভাবিছে?"

"সি যি ভাল দেখিছে—"

"অকল সি ভাল দেখিলেই নহ'ব নহয়। এইটো এখন ঘৰৰ কথা, এটা পৰিয়ালৰ কথা, এটা বংশৰ কথা। ইয়াত আপোনাবোৰো মাত থাকিব লাগে! আৰু—আপোনালোকে কি ভাবে ক'ব নোৱাৰোঁ,— কিন্তু ককায়েক হিচাপে মোৰোতো মাত থাকিব লাগে।"

যোগমায়াই স্থিৰ দৃষ্টিৰে মহানন্দৰ চকুলৈ চালে। তাইৰ এনেকুৱা লাগিল যেন ভালকৈ বুজিবৰ কাৰণে মহানন্দই কথা কেইষাৰ আকৌ এবাৰ কওক। তাইৰ চকুত "কি ক'লা?"—ৰ নিচিনা প্ৰশ্ন এটা লাগি ৰ'ল।

মহানন্দই গাটো লৰাই অলপ বেলেগ ধৰণে বহি ললে; তাৰ পাছত ক'লে, "মই কিন্তু ইমান সহজে এইবোৰ কথাত মান্তি হ'ব নোৱাৰিম। আগ নাই গুৰি নাই, ক'ৰ এটা বিজতৰীয়া ল'ৰা—"

যোগমায়াই মহানন্দক কথাষাৰ শেষ কৰিবলৈ নিদিলে। তাই ক'লে, "কথাটো উলিয়ালা যেতিয়া অৰুণকো মাতোঁ ৰবা। এইবোৰ কথা তাৰ আগতে পতা ভাল।" তাৰ পাছত তাই ডাঙৰকৈ মাতিলে, "অৰুণ!"

মহানন্দই লৰালৰিকৈ ক'লে, "এতিয়া থাককচোন। তাৰ লগত পাছতো—"

"অৰুণ আছ নে কি?"—যোগমায়াই আঁতৰি গৈ অৰুণৰ কোঠালিৰ দুৱাৰখন ঠেলা মাৰি দিলে। দুৱাৰখন খোল খাই গ'ল। অৰুণ অলপ দূৰতে থিয় হৈ আছিল। বোধহয় সি দুৱাৰখনৰ সিফালৰ পৰা মহানন্দৰ কথাবোৰ শুনিবলৈ চেষ্টা কৰি আছিল।

"চাওঁ, এইফালে আহচোন।" যোগমায়াই তাক মাতিলে। মূৰৰ চুলিখিনি সোঁহাতেৰে পিছলৈ ভাঁজ খুৱাই-খুৱাই অৰুণ এইটো কোঠালিলৈ সোমাই আহিল।

"এওঁ কৈছে—এওঁ বোলে ৰাধাৰ বিয়াৰ কথাটো ভাল পোৱা নাই।" —যোগমায়াই অৰুণক ক'লে।

"কিয়? এখেতে ভাল পাবলৈ বেয়া পাবলৈ আকৌ কিটো হ'ল?" অৰুণে আচৰিত হোৱাৰ নিচিনাকৈ সুধিলে।

মহানন্দই আৰু বেছি আচৰিত হোৱাৰ নিচিনাকৈ সুধিলে, "কিয় ? মই তাইৰ ককায়েক নহওঁ ?"

অৰুণে অবাক হৈ মহানন্দৰ মুখলৈ চালে। অৰুণমান সময় সি চায়েই থাকিল। তাৰ পাছতহে সি যেন মহানন্দও ৰাধাৰ ককায়েক বুলি বুজি পালে,—তেনেকুৱা ভাবত অ' বুলি শব্দ এটা উচ্চাৰণ কৰি যোগমায়াৰ বিছনাখনত বহিল ; বহি লৈ ক'লে, "তেনেহ'লে আপুনি ভালহে পাব লাগিছিল।"

"শুনা অৰুণ",—মহানন্দই গহীন মাতেৰে ক'লে, "আমাৰ বংশৰ এটা মান আছে। দেউতাৰ এটা মান আছে। আজি দেউতা থকা হ'লে কি কৰিলেহেঁতেন সেইটো আমি ভাবিব লাগিব।"

অৰুণ তলমূৰকৈ অলপ পৰ বহি ৰ'ল। তাৰ পাছত হঠাতে থিয় হৈ সি মহানন্দক ক'লে, "বাহিৰতে কথা পাতোঁগৈ বলক। মাৰ আগত এইবিলাক কথা পাতিব নালাগে।"

সি কোঠালিটোৰ পৰা ওলাই আহিল। দুৱাৰখনৰ ওচৰত থিয় হৈ সি আকৌ মাতিলে, "আহক।"

আগফালৰ বাৰান্দাৰ লাইটটো জ্বলি আছিল ; অৰুণে লাইটটো নুমুৱাই দিলে। তাৰ পাছত সি বাৰান্দাৰ পৰা নামি, চোতালখন পাৰ হৈ একে-বাৰে গে'টখনৰ ওচৰত ৰ'লহি। সেইখিনি ঠাইত অ'ৰ-ত'ৰ পৰা অহা পোহৰত কোনোমতে মানুহৰ মুখ চিনিব পৰা হৈ আছিল।

অলপ পাছতে মহানন্দও সেইখিনি পালেহি।

অৰুণে ক'লে, "এইখিনিতে থিয়ৈ-থিয়ৈ কথা পাতোঁ। বেয়া নাপাব। ভিতৰত কথা পাতিলে কোনোবাই নহয় কোনোবাই শুনিব পাৰে। আপুনি মাক কোৱা কথাখিনিৰ অলপ-অলপ মই মোৰ কোঠালিৰ পৰাই শুনিছিলো। কিন্তু আপোনাক ক'বলগীয়া কিছুমান কথা ঘৰখনৰ অইনে শুনাতো ভাল নাপাওঁ।" তাৰ পাছত সুৰটো সলাই সি ক'লে, "বাৰু, কওকচোন, কি কৈছিল আপুনি ?"

"মইতো কলোৱেই। ভনী এজনীক বিয়া দিম, নিজৰ মান-সন্মান ৰাখি দিব লাগে।"

"আজি দেউতা থকা হ'লে কি কৰিলেহেঁতেন সেইটো আমি ভাবিব লাগিব ;—আপোনাৰ মতে কথা সেইটোৱেই। নহয় জানো ?" অৰুণে সুধিলে।

"ওঁ। সেইটো বৰ ডাঙৰ কথা।" মহানন্দই জোৰ দি ক'লে।

"দেউতা জীয়াই থকা হ'লে আপোনাৰ যে ৰাধা নামৰ ভনীয়েক এজনী

আছিল, সেই কথাটো আপুনি গম পালেহেঁতেন নে?"---অৰুণে মহানন্দৰ মুখলৈ চাই শান্ত সুৰেৰে সুধিলে।

মহানন্দই স্তব্ধ হৈ অৰুণৰ মুখলৈ চালে। অকণমান সময়লৈ কাৰো মুখত কথা নোলাল। তাৰ পাছত অৰুণেই কথা ক'লে, "হুঁ? কি কয়? পালেহেঁতেন নে? দেউতা কিমান মান-সম্মান থকা, কিমান ডাঙৰ পৰিয়ালৰ মানুহ আছিল কাৰণে আপুনি মোৰ নিচিনা এটা ভায়েক পালে জানে?"

অৰুণৰ মাত কঠোৰ হৈ আহিল। "দেউতাক আপুনিও চিনি পায়, ময়ো চিনি পাওঁ। মই যি ধৰণে চিনি পাওঁ, ঠিক সেই ধৰণেই দেউতাৰ মান-সম্মান ৰক্ষা কৰিম। দেউতা যিমানৰ মানুহ, তেখেতক ঠিক সিমানত ৰাখিম। আপোনালোকে আপোনালোকৰ ভাগে যি পাৰে কৰক; আমাক আমাৰ মতে কাম কৰিবলৈ দিয়ক।"

মহানন্দই মাটিলৈ চাই অলপ সময় বৈ থাকিল, তাৰ পাছত যাবলৈ বুলি গে'টখনত হাত থলে। অৰুণে গে'টখন খুলি দিলে। মানুহজনৰ মুখখন কেনেকুৱা হ'ল, আধা আন্ধাৰত সি ধৰিব নোৱাৰিলে।

ৰাতি যোগমায়াই অৰুণক সুধিলে---"তেওঁক তই কি কলি?"

অৰুণে---নাই, একো কোৱা নাই বুলি কথাটো তল পেলাবলৈ চেষ্টা কৰিলে। মাকে জোৰ কৰোঁতে সি ক'লে, "তেওঁক এইবোৰ কথাৰ মাজত সোমাবলৈ মানা কৰিলো।"

"কিবা বেয়াকৈ কলি নে কি?"

"মই যি ক'বলগীয়া কৈছোঁ। কথাখিনি ভাল পাইছে নে বেয়া পাইছে তেওঁহে জানে!"---অৰুণে মাকক আৰু কথা সোধাৰ সুবিধা নিদিলে।

পাছদিনাও প্ৰায় গোটেই দিনটো অৰুণৰ মুখখন গম্ভীৰ হৈ থাকিল। ক্লাছ নাইনৰ এ ছেকচ্ছনত ইংৰাজী পঢ়াবলৈ গৈ হঠাতে সি উগ্ৰমূৰ্তি ধৰিলে। লৰ্ড অৱ চেটিউনৰ গল্পটো পঢ়োৱা হৈ গৈছে। প্ৰথম বেঞ্চত বহা ল'ৰা এটাৰ পৰা কিতাপ এখন লৈ অৰুণে গল্পটোৰ প্ৰশ্ন কেইটামানৰে ক্লাছটো আৰম্ভ কৰিলে। আধা ঘন্টাৰ ভিতৰতে কোঠালিটোত থকা চল্লিশটা ল'ৰাৰ পয়ত্ৰিশটা বেঞ্চৰ ওপৰত থিয় হ'ল। তাৰ পাছত অৰুণে কিতাপ-খন ল'ৰাটোক ওভোতাই দি কথা ক'বলৈ আৰম্ভ কৰিলে। ---স্কুলত পঢ়ি-বলৈ আহিছা নে কি কৰিবলৈ আহিছা? বজকৰা হ'বলৈ আহিছা? ঘৰত কিতাপ মেলা? নে স্কুলত কোন মাষ্টৰে কি কৰিলে মাৰা-দেউতা-ৰাৰ লগত সেইবোৰ কথা পাতা?

আচম্বিতে তীব্ৰ হৈ উঠা খঙত অৰুণৰ হিতাহিত জ্ঞান লোপ পোৱাৰ

নিচিনা হ'ল। সি বেঞ্চৰ মাজৰ বাটটোৰেদি অহা-যোৱা কৰি-কৰি চিঞৰি-বলৈ ধৰিলে। বীৰু বেঞ্চৰ ওপৰত থিয় হৈ আছিল। একো-একোবাৰ অৰুণ সেইখিনিতে ৰ'ল, আৰু বীৰুৰ ওচৰৰ অইন ল'ৰাৰ মুখলৈ চাই গৰ্জিবলৈ ধৰিলে।---এনেকৈ পঢ়া-শুনা কৰি, এনেকুৱা অভ্যাসেৰে তোমা-লোক ডাঙৰ মানুহ হ'বা? গোলাম হ'বা, গুণ্ডা হ'বা, চোৰ হ'বা।

ঘণ্টা পৰিবলৈ দহমিনিটমান থাকোঁতে অৰুণ চকীখনত বহিল। ওচৰৰ বি ছেকছনত পঢ়াই থকা মাষ্টৰজনে বাৰান্দালৈ ওলাই আঁৰ চকুৰে এবাৰ অৰুণক চাই গ'ল। অলপ সময় মনে-মনে বহি থাকি অৰুণে এইবাৰ অতি শান্ত মাতেৰে কথা আৰম্ভ কৰিলে।---দেশখনত কি হৈছে তোমালোকে জানানে? কিয় মানুহবোৰে প্ৰচেছন কৰিছে, কিয় মিটিং কৰিছে, কিয় দলে-দলে মানুহক পুলিচে ধৰি জেললৈ নিছে,---তোমালোকে জানানে? ---

অৰুণে অইন কিবা এক খণ্ডত, অইন কিবা এক উত্তেজনাত ক'ৰবাত আৰম্ভ কৰিছিল, কিন্তু ক'ব নোৱৰাকৈয়ে সি অইন ক'ৰবাত উপস্থিত হ'লহি। হঠাতে যেন তাৰ ধাৰণা হ'ল, ভূমিধৰ উকীলৰ অফিছত সিহঁতে যিখন দেশৰ কথা পাতে, সেইখন দেশৰ মংগল-অমংগলৰ কাৰণে বেঞ্চৰ ওপৰত উঠি থকা এই ল'ৰাবোৰেই দায়ী। লাহে-লাহে সি এটা বক্তৃতা আৰম্ভ কৰিলে। ভূমিধৰ উকীলৰ অফিছত নতুন মানুহ এজনক লগ পালে সি যেনেকুৱা কথা কয়, তেনেকুৱা কথাৰ বক্তৃতা। গান্ধীজীয়ে কি কৈছে, কিয় কৈছে---

এসময়ত পিৰিয়ডটো শেষ হোৱাৰ ঘণ্টা পৰিল। অৰুণ যেন চক খাই উঠিল। বাক্য এটা আধা কোৱাকৈ এৰি সি বৈ গ'ল। অকণমান সময় মনে-মনে বহি থাকি সি কোঠালিটোৰ পৰা ওলাই আহিল।

নিজৰ কোঠালিৰ চকীখনত বহাৰ পাছতহে যেন লাহে-লাহে অৰুণৰ সম্বিৎ উভতি আহিল। ছি ছি! হঠাতে তাৰ কি হ'ল? কিয় সি এনেকুৱা কৰিলে? আধা-বলিয়া মানুহেহে এনেকুৱা কৰে! হাতৰ তলুৱাত গালখন থৈ সি অলপ সময় থৰ লাগি বহি ৰ'ল। তাৰ পাছত হঠাতে তাৰ মনত পৰিল---ল'ৰাবোৰক সি বেঞ্চৰ পৰা নামি বহিবলৈ কৈ নাহিল। সি তৎক্ষণাত উঠি বেৰত লগাই থোৱা ৰুটিনখন চালে, --- নাইন এ'ত কেশৱ দাসৰ ক্লাছ। প্ৰায় দৌৰাৰ নিচিনাকৈ সি টিচাৰছ কমনৰুমলৈ গ'ল। কেশৱ দাস তাত নাই। সি আকৌ নাইন এ'লৈ গ'ল। ল'ৰাবোৰ বেঞ্চৰ ওপৰত থিয় হৈয়েই আছে, আৰু কেশৱ দাসে সিহঁতক কৈছে,---"হেড মাষ্টৰে বহিবলৈ কৈ নগ'ল যেতিয়া মইতো তহঁ-তক বহিবলৈ ক'ব নোৱাৰোঁ! কি হৈছিল কচোন।"

অকণে কেশৱ দাসক বাহিৰলৈ মাতি আনি ক'লে,—"বহিবলৈ দিয়ক।"

সি ওলাই অহাৰ পাছতো, ইজন মাষ্টৰ নোসোমোৱালৈকে সিহঁত বেঞ্চৰ ওপৰত থিয় হৈয়েই আছিল? অকণৰ মনটো আৰু দমি গ'ল। তাৰ নিজৰ ওপৰতে খং উঠিল। বেয়া কথা। এইবোৰ বেয়া কথা। কথাষাৰ সি মনে-মনে কেইবাবাৰো নিজকে ক'লে। কিছু সময় চকু মুদি বহি থাকি সি শান্ত হ'বলৈ চেষ্টা কৰিলে, আৰু তাৰ পাছত নতুনকৈ অনা কিতাপ এখন য'ত এৰিছিল ত'ৰ পৰা পঢ়িবলৈ ললে।

আবেলি যেতিয়া স্কুল ছুটীৰ ঘণ্টা পৰিল, তেতিয়া অকণে কিতাপখনৰ ত্ৰিছ পৃষ্ঠামান পঢ়ি শেষ কৰিলে। তাৰ নিজকে শান্ত, ধীৰ, স্থিৰ যেন লাগিল। সি মেজখনৰ ওপৰত চকু ফুৰালে। ভালেমান কাম কৰিবলগীয়া আছিল। হ'ব। সি চিন্তা নকৰিলে। চকীদাৰ এটাই আধামেলা দুৱাৰখনেদি ভুমুকি মাৰিছিল; অকণে তাক মাতি সৰু মাতেৰে ক'লে, "অতুল ৰায় আছে নে গ'ল চাচোন। আছে যদি মই মাতিছোঁ বুলি ক।"

অলপ পাছতে অতুল আহিল।

"তোমাৰ এতিয়াই যাবলগীয়া আছে নে অলপ সময় ৰ'ব পাৰিবা?" অকণে সুধিলে।

"নাই, মোৰ লৰালৰি নাই।" অতুলে বিনয়ৰ সুৰত ক'লে।

"বহাচোন।"

অতুল বহিল; কিন্তু সি কিছু সময় মনে-মনে বহিয়েই থাকিবলগীয়া হ'ল। অকণে কথা আৰম্ভ নকৰিলে।

"মই কামবোৰ কেনেকৈ চলাবলৈ ভাল পাওঁ, তুমি জানা।"—কিছু সময়ৰ পাছত অকণে ক'লে। অতুলে অকণৰ মুখলৈ প্ৰশ্ন সোধাৰ দৃষ্টিৰে চালে।

"স্বৰাজৰ কামৰ কথা কৈছোঁ।" অকণে ক'লে। অতুলে মূৰ দুপিয়ালে। সি জানে।

অকণে স্কুলৰ সকলো শিক্ষকৰ ভিতৰত তাকে প্ৰথমে ভূমিধৰ উকীলৰ অফিছটোলৈ লৈ গৈছিল। তেতিয়াৰে পৰা অকণে আৰু অফিছটোৱে গুৰুত্বপূৰ্ণ চিঠি, প্ৰচাৰপত্ৰ আদি কিছুমান বিশেষ ধৰণৰ লিখা-মেলাৰ কামত অতুলৰ ওপৰতে নিৰ্ভৰ কৰি আহিছে। সি সকলোৰে বিশ্বাসৰ পাত্ৰ হৈ উঠিছে। স্কুলৰ কামত হওক, স্বৰাজৰ কামত হওক,—সি কেতিয়াও চিঞৰ-বাখৰ, উচ্চবাচ্য কৰা নাই। মনে-মনে কৰিবলগীয়া কামখিনি কৰিছে, তাৰ পাছত মনে-মনে পঢ়া-শুনা কৰি আছে। হাতত কিতাপ এখন নোহোৱাকৈ তাক প্ৰায় দেখাই নাযায়। কমনৰুমত কিম্বা এটা বিষয়ৰ আলোচনাত সকলো শিক্ষকে সমানে কথা ক'বলৈ আৰম্ভ

কৰিলে সি লাহেকৈ কিতাপখন জপায় আৰু কথা কোৱা মানুহবোৰৰ মুখলৈ একাদিক্রমে চাই যায়। "কি হে' অতুল, তুমি কি কোৱা?"—বুলি কোনোবাই তাক পোনে-পোনে নুসুধিলে সি একো নকয়।

অলপ পৰ বৈ অৰুণে ক'লে, "মই স্বৰাজৰ কামৰ পৰা স্কুল দুখনক যিমান পাৰোঁ আঁতৰাই ৰাখিছোঁ। কেতিয়াবা কোনেও গম নোপোৱাকৈ দুই-এখন মিটিং ইয়াতে পাতিবলগীয়াত পৰিছোঁ। সেইটো বেলেগ কথা। মিলিটেৰিয়ে কেম্প পাতিবলৈ ঘৰ বিচাৰি ফুৰিছে। স্বৰাজৰ কামৰ লগত আমাৰ সম্পৰ্ক আছে বুলি জানিলে চৰকাৰে তৎক্ষণাত স্কুলৰ ঘৰবোৰ মিলিটেৰিক দিয়াৰ সুবিধা উলিয়াই লব। মই সেইটো হ'বলৈ দিব খোজা নাই। ল'ৰা-ছোৱালীবোৰৰ ক্ষতি কৰিব খোজা নাই। সিহঁতে এতিয়া স্বৰাজৰ নামত পঢ়া-শুনা ক্ষতি কৰিবৰ সময় হোৱা নাই। সিহঁতে নিজে বুজি-শুনি কিবা এটা কৰিব পৰা হোৱা নাই।"

অৰুণ অলপ সময় ৰ'ল। মেজখনৰ ফালে শূন্য দৃষ্টিৰে চাই সি কিবা ভাবিলে, আৰু তাৰ পাছত ক'লে, "কিন্তু আজি মোৰ মনলৈ হঠাতে এটা নতুন চিন্তা আহিছে। ইহঁতে—বিশেষকৈ ক্লাছ নাইন-টে'নৰ ল'ৰা-বোৰে ইমান ডাঙৰ ঘটনা এটাৰ কথা একো নজনাকৈ থাকিব, একো নভবাকৈ থাকিব,—এইটো জানো ভাল কথা হ'ব? আজি নাইন-এ'ৰ ক্লাছটো লওঁতে মোৰ ভাব হ'ল,—ইহঁত এনেকৈয়ে থাকিব নে কি? সিহঁতে লৰ্ড অৱ চেৰ্টিউনৰ গল্পৰ কথাবোৰ ভালকৈ নাজানিব পাৰে, কিন্তু—"

অৰুণ আকৌ ৰ'ল। অলপ পাছত সি ক'লে, "ইহঁতৰ মাজৰ কেইটা-মানক বাছি লোৱা যাওক নে কি? কি কোৱা?"

অতুলে তলমূৰকৈ ভাবিবলৈ ধৰিলে। অৰুণে তাৰ মুখখনলৈ একে-থৰে চাই ৰ'ল। অলপ পাছত হঠাতে সি অলপ ডাঙৰ মাতেৰে, বেলেগ সুৰত ক'লে, "বাৰু, সেইটো হ'ব। তুমিও ভাবা, ময়ো ভাবোঁ। মই আচলতে তোমাক অইন এটা কথা ক'বলৈহে মাতিছিল। বিয়া-বাৰুৰ কথা কি ভাবিছা?"

"কাৰ?" অতুলে সন্ত্ৰস্ত হৈ সুধিলে।

"তোমাৰ? ৰাধাৰ?"

অতুল যেন লগে-লগে জঁয় পৰি গ'ল। অলপ পাছতে অৰুণে বুজিলে—তাৰ মুখৰ পৰা সোনকালে কথা ওলোৱাৰ কোনো আশা নাই। চকী-খনত পোন হৈ বহি সি ক'লে, "তুমি দেখিলাই, এইবোৰ কথাত মই লুক-চাক ভাল নাপাওঁ। এসময়ত মই সন্দেহ কৰিছিলো,—তোমালোকে লুক-চাক কৰি কিবা খেল খেলিব খুজিছা নে কি। মাজে-মাজে সেই

সন্দেহ মোৰ এতিয়াও হয়। তুমি জানা নে নাজানা ক'ব নোৱাৰোঁ।—এক জঘন্য লুক-চাকৰ মাজতেই মোৰ জন্ম। সেই কাৰণে এতিয়া লুক-চাক বুলিলেই মোৰ ঘিণ লাগে। থি কৰা—সকলোৰে জনাকৈ কৰা। সোন-কালে কৰা। মেদিনীপুৰত এতিয়া তোমালোকৰ কোন-কোন আছে?"

"খুৰা-খুৰীহঁত আছে। বৰমা এগৰাকী আছে।"

"যাক-যাক সুধিব লাগে সোধা। চিঠিৰে যদি কাম নহয়, তেনেহ'লে এবাৰ গৈ লগ ধৰি আহাঁ। সকলো কথা মোক সোনকালে জানিবলৈ দিবা।" কথাখিনি কৈ অকণ উঠিল। লগে-লগে অতুলো।

দীঘল বাৰান্দাখনত গপ-গপকৈ খোজ পেলাই অকণ গুচি গ'ল। চকী-দাৰৰ বাহিৰে চৌহদটোত কোনো নাছিল। খোজ কাঢ়ি বাৰান্দাখন শেষ কৰোঁতে অতুলৰ বহুত সময় লাগিল।

অতুল থাকে কামাখ্যাচৰণ নামৰ ব্যৱসায়ী এজনৰ ভাৰাঘৰত। সৰু-সৰু দুটা কোঠালিৰ ভাৰাঘৰ। পিছফালৰ বাৰান্দাখনৰ এটা মূৰ বেৰ দি এটা কোঠালি কৰা হৈছে; সেইটোৱেই অতুলৰ পাগঘৰ। কিন্তু সি যিমান বস্তু খায়, তাৰ আধাও এইটো পাগঘৰত ৰান্ধিব নালাগে। সি শুদা ভাতকেইটা ৰান্ধিলে দাইল-ভাজি-তৰকাৰী কামাখ্যাচৰণৰ ঘৰৰ পৰা আহে। সি চিৰা তিয়াই থলে চাহ কামাখ্যাচৰণৰ বিধবা নবৌয়েকে দি যায়; সি শুদা চাহকাপ কৰিলে লুচি-ভাজি কামাখ্যাচৰণৰ ঘৈণীয়েকে দি যায়। বাৰান্দাখনৰ পৰা নামিলেই এখন আহল-বহল চোতাল। চোতালখনৰ ওপৰেৰে ইফালৰ পৰা সিফাললৈ ছভাল তাঁৰ; তাত অতুলে সাৰ পোৱাৰ আগৰে পৰা তিতা কাপোৰ ওলমে। ন বজাৰ সময়লৈ কামাখ্যাচৰণৰ তিনিজনী জীয়েকৰ শাৰী ওলমে। অতুলৰ চুৰিয়া গামোচা আদি লাজ-লাজকৈ বাৰান্দাৰ বৰ্ষী এডালতে ওলমি থাকে। সেই-বোৰ প্ৰায়েই ছাঁতে শুকায়।

ৰাধা ক্লাছ টেঁনত থাকোঁতে অতুলে যেতিয়া প্ৰথমে তাইক ৰবীন্দ্ৰ-নাথ ঠাকুৰৰ কবিতা এটা মুখস্থ কৰিবলৈ কৈছিল, তেতিয়া সি এইটো ঘৰত নাছিল। তেতিয়া সি ৰেলত কাম কৰা কেৰাণী এজনৰ লগত আছিল।

আজি ঘৰলৈ উভতি আহোঁতে অতুলৰ বহুত পলম হ'ল। কামাখ্যা-চৰণৰ জীয়েহঁতে তেতিয়া কোনটো কাৰ মাত ধৰিব নোৱৰাকৈ, ভাওৰ-ভাওৰকৈ পঢ়া মুখস্থ কৰিছে।

অইন দিনা অতুলে কিতাপ পঢ়ি থাকোঁতে ৰাতি বাৰ বাজি যায়, আজি কিতাপ মেলাকৈ বিছনাত পৰি থাকোতেই এক বাজি গ'ল।

# এঘাৰ

মহানন্দৰ লগত হঠাতে চাৰিজন নতুন ঠিকাদাৰৰ সম্পৰ্ক ঘটিল। চাৰিও-জনেই মিলিটেৰিৰ ঠিকাদাৰ। তেওঁলোকে চহৰখনৰ পূবফালে---আৰু দূৰত থকা ঠাই এখনত হাবি কাটি মুকলি ঠাই উলিয়াব লাগে, তাত মিলি-টেৰিৰ কাৰণে ঘৰ সজাব লাগে। এফুট ওখ পকা ভেটি, কাঠৰ খুটা-বাতাম, কাঠৰ দুৱাৰ-খিৰিকি, বাতামৰ মাজত বাঁহৰ হলাৰ বেৰ। বেছি-ভাগ কাঠ-বাঁহৰেই কাৰবাৰ। কাম ঢেৰ, কাম শেষ কৰিবলৈ বান্ধি দিয়া সময়হে বৰ কম। টকা ঢেৰ, তৎক্ষণাত বস্তুহে পাবলৈ নাই। মহানন্দৰ লগত ঠিকাদাৰ কেইজনৰ বন্দবস্ত---কাঠ হ'লেই হ'ল;---সেইবোৰ শাল নে গমাৰি নে তিতাচেপা নে কি,---সেইবোৰ নাম ঠিকা-দাৰ কেইজনে দি লব। খুটাবোৰত ইচ্ছা কৰিলে মহানন্দই তেওঁৰ দোকানতে মাটিতেল দি ক'লা কৰি দিব পাৰে আৰু সেইবোৰ শালকাঠ বুলি ক'ব পাৰে।

মহানন্দৰ খাৱন-শোৱনৰ ঠিক নোহোৱা হ'ল। কেতিয়া ওলায়, কেতিয়া সোমায় তাৰ হিচাপ নোহোৱা হ'ল। য'ত তেওঁ কাঠ কিনাৰ বন্দবস্ত কৰে, কেতিয়াবা তাৰ ওচৰৰ নেপালীৰ দোকানত চাহ আৰু গোল-গোল বনৰুটি খায়; য'ত কাঠ বেচাৰ বন্দবস্ত হয়, কেতিয়াবা তাত ঠিকা-দাৰৰ লগত মুৰগীৰ ঠেং খায়।

মহানন্দৰ দোকানৰ আগত বিদেশী জীপগাড়ী ৰয়, তাৰ পৰা জাঁপ মাৰি দেশী ঠিকাদাৰ নামে। দিনটোৰ ভিতৰত চাৰি-পাঁচখন ট্ৰাক ৰয়হি; সেইবোৰৰ কোনোখনৰ পৰা কাঠ নামে, কোনোখনত কাঠ উঠে। শম্ভু আৰু তাৰ পুতেকৰো আজৰি সময় নোহোৱা হ'ল। সিহঁতৰ দৰমহাও ডেৰগুণ হ'ল। জগমোহনৰ গুদামৰ বনুৱা এটা হঠাতে মহানন্দৰ দৰমহা খোৱা বনুৱা হৈ গ'ল।

অৰুণৰ লগত মহানন্দৰ দেখাদেখি নোহোৱাই হ'ল। এদিন স্কুললৈ আহোঁতে দোকানৰ আগত মহানন্দই কিবা কৰি থকা অৰুণে দূৰৰ পৰা দেখিছিল; কিন্তু সি ওচৰ পায়হি মানে মহানন্দ দোকানৰ ভিতৰ সোমাল আৰু ট্ৰাক এখনৰ আঁৰ হ'ল।

মহানন্দৰ ব্যৱসায় বৰ ভাল চলিছে বুলি অৰুণহঁতে খবৰ পায় বাম---

মানে ৰমেশৰ পৰা। সি প্ৰায়েই গধূলি-গধূলি অৰুণহঁতৰ ঘৰলৈ আহে। অৰুণমান সময় ৰাধাহঁতৰ লগত কথা পাতি সি লক্ষেশ্বৰহঁতৰ ফালে যায়গৈ। তাত সি বেছিভাগ সময় গৌৰীৰ লগত কথা পাতি থাকে।

ৰামহঁতৰ কলেজৰ এটা ঘৰ মিলিটেৰিয়ে লৈছে। ইটো ক্লাছ সিটো কমত, সিটো ক্লাছ বন্ধ,—এনেকৈয়ে প্ৰিন্সিপালে কলেজখন খুলি ৰাখিছে। ৰামে কৰিবলগীয়া ক্লাছো কেতিয়াবা বন্ধ থাকে, কিন্তু এটা ক্লাছ বন্ধ হ'লে সি তিনিটামান ক্লাছ ক্ষতি কৰে। ক্লাছবোৰ ঠিকমতে নহয় বুলি শুনি দেউতাকে তাক কয়,—"কলেজলৈ নাযাব যদি ট্ৰাকখনৰ লগতে যাচোন। নিজৰ মানুহ এটা লগত থাকিলে কথাবোৰ বেছি ভাল হয়।"

ৰামে ট্ৰাকত উঠি কৰবালৈ যাবলৈ পালে বৰ ভাল পায়। প্ৰথম দুদিন সি অকলে ড্ৰাইভাৰৰ কাষত বহি গৈছিল, তাৰ পাছত, যোৱা কেইমাহত সি ঘনিষ্ঠ বন্ধু হিচাপে বাছি লোৱা শৰত আৰু অনাদিক লগত লৈ যোৱা কৰিলে। শৰত তাৰ কলেজত লগ লগা বন্ধু, অনাদি চুবুৰিৰে মনোৰঞ্জন দাসৰ পুতেক। জংগলতেই হওক, কোনোবা কাঠফলা কলতেই হওক, কোনোবা গাঁৱৰ বাহনিতেই হওক,—দিনটো মুকলিমূৰীয়া হৈ কটাবলৈ সিহঁতৰ ভাল লাগে। কিন্তু আবেলি হৈ আহিলেই ঘৰলৈ উভতিবলৈ ৰামৰ উথপথপ লাগে। উভতি আহি কাঠৰ দোকানত সি দেউতাকক দিনটোৰ কথাখিনি সংক্ষেপে কয়, কাগজ-পোতিখিনি জেপৰ পৰা উলিয়াই দিয়ে, পইচাৰ হিচাপ পাছত দিম বুলি কয় আৰু বেগাবেগিকৈ ঘৰলৈ যায়। ঘৰ সোমায়েই সি মুখ-হাত ধুই, কাপোৰযোৰ সলাই সাৱধানে চুলিখিনি আচোঁৰে; পছন্দ নোহোৱালৈকে হাত বুলাই-বুলাই চুলিখিনিত ভাঁজ দি থাকে আৰু তাৰ পাছত মুখত অলপমান পাৰ্ল পাউডাৰ ঘহে। তাৰ পাছত সি মাকে দিয়া দিয়ে লবালৰিকৈ খায়; খায়েই যোগমায়াহঁতৰ ঘৰলৈ ওলাই যায়।

তেতিয়া সাধাৰণতে গধূলি পাৰ হৈ যায়। চুবুৰিটোৰ শব্দবোৰ তেতিয়া ভাগৰুৱা আৰু কোমল হৈ আহে। কোনোবাই গুণ-গুণকৈ পঢ়ে, কোনোবাই দূৰত সাৰেগামা গায়, কোনোবাই ক'ৰবাত খুটুক-খুটুককৈ লাগনী-খৰি ফঁহিয়ায়। কাৰোবাৰ ঘৰৰ পৰা দাইলত তেল মৰাৰ গোন্ধ, সৰু মাছ ভজাৰ গোন্ধ বতাহত ওপঙি আহে।

ৰাম প্ৰথমতে যোগমায়াহঁতৰ ঘৰটোৰ ৰাধাহঁত থকা ফাললৈ যায়। অৰুণ ঘৰত নাথাকিলে সি ৰাধা আৰু যোগমায়াৰ আগত হাত-ভৰি জোকাৰি দিনটোত সি ক'ত কি কৰিলে তাৰ বৰ্ণনা দিয়ে আৰু দেউতাকৰ কাৰবাৰৰ কথা কয়।—কাঠৰ কাৰবাৰতো টকা আছেই, এতিয়া বাঁহৰ কাৰবাৰতো

চেৰ টকা। —মিলিটেৰি কেম্পত একোটা ডাঙৰ ট্ৰাংক নোটৰ বাণ্ডিলেৰে ঠাহ খাই থাকে। —এই সময়ত নিজৰ ট্ৰাক এখন থকা হ'লে বৰ ভাল হ'লহেঁতেন বুলি ৰামৰ দেউতাকে প্ৰায়েই কৈ থাকে।

অৰুণ ঘৰত থাকিলে ৰামে ইমান কথা নকয়। কিন্তু অৰুণ ঘৰত নাথাকিলেও এক জাউৰি কথা শেষ হোৱাৰ পাছতে সি কি কৰোঁ কি নকৰোঁ কৰে, তাৰ পাছত এটা চেলু উলিয়াই লক্ষেশ্বৰহঁতৰ ফাললৈ যায়গৈ। সমুখতে পালে সি তৰা, নবীন, তিলকহঁতৰ লগতো কথা পাতে; কিন্তু যিমান পাৰে সোনকালে গৌৰীৰ ওচৰলৈ যায়গৈ।

মাজৰ কোঠালিটোত বিছনাখনৰ গাতে লাগি থকাকৈ গৌৰীৰ পঢ়া মেজখন। ওচৰতে চকী এখনো আছে; কিন্তু তাই বিছনাতে বহি পঢ়ি ভাল পায়। ৰাম চকীখনৰ ওচৰত থিয় হয়হি। গৌৰীয়ে গাৰ কাপোৰ-কানি অলপ ঠিক-ঠাক কৰি লৈ পোন হৈ বহে; কপালৰ আগৰ চুলিখিনি হাতেৰে পিছলৈ ওভোতাই, অৰুণমানকৈ হাঁহি এটা মাৰি কয়, "বহা।"

ৰাম বহে। সি "কি পঢ়িছা চাওঁ" বুলি কয়, আৰু গৌৰীয়ে কিতাপ-খন জপাই কয়, "নালাগে চাব। আজি ক'ত কি কৰিলা কোৱাচোন।"

ৰামে অকল আজিৰ কথাই নহয়, যিদিনাৰ যি কথা মনত পৰে কৈ যায়। —কেইদিনমানৰ আগতে প্ৰিন্সিপালে তাক মাতি নি ভালকৈ পঢ়া-শুনা কৰিবলৈ ক'লে; আচলতে কিন্তু কলেজ চলি থাকে নে বন্ধ হৈ যায় ঠিক নাই; দেউতাকে তাক এখন নতুন ছাইকেল কিনি দিছে; সিহঁতৰ লগত একেলগে পঢ়া উৰ্মিলা নামৰ শকত ছোৱালীজনীৰ দেউতাকক পুলিছে এৰেষ্ট কৰিলে; সিহঁতৰ লগৰ ল'ৰাবোৰে গৌৰিক বৰ ধুনীয়া দেখে; অনাদিয়েতো অনবৰত গৌৰীৰ কথাকে কৈ থাকে।

"চাহ খাবা নে কি?" গৌৰীয়ে সোধে, কিন্তু ৰামে উত্তৰ দিয়াৰ আগতেই তাই উঠি যায়। তাই চাহ লৈ আহে মানে এইখিনি সময় ৰামে গৌৰীৰ বহীবোৰৰ মাজৰ পৰা চিনাকি বাহিৰা বহীখন বিচাৰি লয়; সেইখনৰ পাত এটাত কাঠ-পেন্‌ছিলেৰে ফুল এপাহ, কলি এটা, পাত দুটা, —কেতিয়াবা অৰুণ-অৰুণ চৰাই দুটা আঁকে, আৰু প্ৰায়েই সেই ছবি-বোৰৰ তলত কায়দা লগোৱা আখৰেৰে গৌৰীৰ নামটো লিখে; ঘঁহাই-ঘঁহাই আখৰকেইটা ডাঠ কৰে; গৌৰী অহা অলপ পলম হ'লে আখৰ-কেইটাৰ চুক-কোণবোৰৰ পৰা পাকখোৱা শুং কিছুমান উলিয়াই দিয়ে।

গোসাঁই ঘৰৰ পৰা আহি ভিতৰ সোমোৱা লক্ষেশ্বৰৰ ভৰিৰ খৰমৰ শব্দ শুনিলেই ৰাম চকীখনৰ পৰা উঠে। লক্ষেশ্বৰৰ লগত সি অতি নম্ৰ-ভাৱে কথা পাতে। দেউতাকে ব্যৱসায়ৰ কামত লগোৱাৰ কাৰণে তাৰ পঢ়া-শুনাৰ বহুত ক্ষতি হৈছে বুলি আপত্তি কৰে।

সি ওলাই যোৱাৰ পাছত গৌৰীয়ে বাহিৰা বহীখন সমুখত লৈ, বাওঁ

হাতেৰে কপালৰ আগৰ চুলি কেইডালমান লিৰিকি-বিদাৰি বহুত সময় বহি থাকে ; তাৰ পাছত বহীখন অইনবোৰ বহীৰ তলত সুমুৱাই থৈ দিয়ে।

গৌৰীহঁতৰ ঘৰৰ পৰা ওলাই ৰাম প্ৰায়েই গোপালৰ দোকানলৈ যায়। গোপালে তেতিয়া গাদীত বহি হিচাপ-পাতি কৰে ; তাৰ তিনিখন ডাঙৰ-ডাঙৰ পকাবন্ধা বহী আছে,—সেই কেইখনত কিবাকিবি লিখে, আৰু মাজে-মাজে ক'লা কাঠৰ কলমাৰি এডালেৰে দীঘে-পথালিয়ে আঁচ টানে। দোকানত কাম কৰা ল'ৰা দুটাৰ এটাৰ ঘৰ দূৰত, সি তেতিয়ামানে যায়গে ; ইটো ল'ৰাই বাহিৰত সজাই থোৱা বস্তু-বাহানিবোৰ সামৰে।

ৰাম গাদীখনতে বহে। অলপ পাছত সি ভৰি তুলি লয় আৰু হাত মেলি ৰেকৰ পৰা ছিগাৰেটৰ পেকেট এটা উলিয়াই আনে। সি এই কামটো কৰোঁতে প্ৰথম দিনা গোপালে অবাক হৈ তালৈ চাইছিল, আজি-কালি নাচায়।

"কি খবৰ গোপাল দা ? বিক্ৰি-বাট্টা কেনে চলিছে ?"—গোপালৰ ওচৰতে পৰি থকা দিয়াচলাইটো হাতলৈ লৈ ৰামে সোধে।

"মালেই নাই, বিক্ৰি-বাট্টা হ'ব ক'ৰ পৰা ?"—গোপালে মুৰ নোতোলা-কৈয়ে উত্তৰ দিয়ে।

"কিয় ? মালৰ কি হৈছে ?"—ৰামে ছিগাৰেটটো জ্বলাই সোধে।

গোপালে কয়—চেনি নাই, নিমখ নাই, আটা-ময়দা একো নাই ; ৰেছন কার্ডতে মানুহে মাল পোৱা নাই। দুসেৰ ৰহৰ ডাইল কিনিলে লগত আধাসেৰ নিমখ পায়। আৰু সেইবিলাক ৰহৰ ডাইল এঘণ্টা সিজাই থাকিলেও নিসিজে।

গোপালে কেইবাদিনো এনেকৈ বয়বস্তুৰ নাটনিৰ কাৰণে ব্যৱসায় বেয়া হোৱাৰ কথা কৈ থকাৰ পাছত এদিন ৰামে ছিগাৰেট এটা জ্বলাই ক'লে,—এটা ঠিকাদাৰে তাৰ দেউতাকৰ লগত মিলিটেৰিক আটা-ময়দা-চেনি আদি দিয়াৰ ঠিকাৰ কথা পতা সি শুনিছিল ; গোপালে এবাৰ তাৰ দেউতাকৰ লগত কথা নাপাতে কিয় ?

"হয় নে কি ?"—গোপালে উৎসাহেৰে সুধিলে।

"চাওকচোন আপুনি দেউতাৰ লগত কথা পাতি। ময়ো বাৰু দেউতাক কম।"

পাছদিনা গোপালে ভাবি আছিল—দোকান সামৰি সি এবাৰ মহানন্দৰ ওচৰলৈ যাব ; কিন্তু দোকান সামৰাৰ আগতে মহানন্দ নিজে আহি তাৰ দোকানত উপস্থিত হ'ল। গোপালে তেওঁক আথেবেথে বহিবলৈ দি ছিগাৰেটৰ পেকেট এটা আৰু দিয়াচলাইটো তেওঁৰ কাষত আগবঢ়াই দিলে।

ছিগাৰেটৰ পেকেটটোলৈ চাই মহানন্দই লাহেকৈ ক'লে, "হ'ব দিয়া। ছিগাৰেট মোৰ জেপতে আছে।" তাৰ পাছত তেওঁ পাঞ্জাবীৰ তল জেপৰ পৰা গ'ল্ডফ্লেক ছিগাৰেটৰ টেমা এটা উলিয়ালে।

"ই—আমাৰ ৰামে ক'লে, তোমাৰ বোলে বস্তু-বাহানিৰ কিবা দিগদাৰ হৈছে?"—মহানন্দই সুধিলে।

"আপুনিতো দেখিছেই বজাৰৰ অৱস্থা কেনেকুৱা! যুদ্ধ যদি এনেকৈ আৰু কেইমাহমান চলে, তেনেহ'লে দেখোন মানুহে খাবলৈ নাপাই মৰিব!"

"কিয় মৰিব হে'? আৰু—যুদ্ধ কেইমাহমান চলিব বুলি তোমাক কোনে ক'লে? কেই বছৰ চলিব তাৰ খবৰ নোলোৱা কিয়?"—মহানন্দই টিনটোৰ পৰা ছিগাৰেট এটা উলিয়াই ওঁঠৰ চেপত সুমুৱালে। টেমাটো গাদীৰ ওপৰত থৈ তেওঁ ইটো জেপৰ পৰা দিয়াচলাইটো উলিয়াই ছিগাৰেটটো জ্বলালে; ধোঁৱাখিনি লাহে-লাহে উলিয়াই দিলে; তাৰ পাছত সুধিলে, "তোমাক সঁচাকৈয়ে বস্তু,—মানে এই তেল, নিমখ, চেনি, আটা, ময়দা,—এনেকুৱা বস্তু লাগে নে কি?"

"লাগেতো!" গোপালে লগে-লগে ক'লে।

"মোৰ লগত এফালে ওলাব পাৰিবা?"

"কলৈ?"

"সেইটো পাছৰ কথা। ওলাব পাৰিবা নে নোৱৰা, সেইটো কোৱা।"—মহানন্দই চকু মুদি ছিগাৰেটত হোঁপা এটা মাৰিলে।

"কেতিয়া?"

"কাইলৈকে।"

অলপ সময় মনে-মনে থাকি গোপালে ক'লে, "আপোনাৰ লগতহে যাব লাগিব? যাম।"

আৰু এহোঁপা ছিগাৰেট খাই মহানন্দই ক'লে, "লেনদেনবোৰ কিন্তু অলপ বেলেগ ধৰণৰ হ'ব।"

"কেনেকুৱা?"

"তোমাৰ যাতে ভাল লাভ হয়, তেনেকুৱা।" মহানন্দই হাঁহি এটা মাৰি ক'লে, আৰু লগে-লগে তেওঁ বহাৰ পৰা উঠিল।

পাছদিনা প্ৰথমতে কাঠ-কড়িওৱা ট্ৰাকত, আৰু পাছৰ এছোৱা জীপ-গাড়ীত তুলি মহানন্দই গোপালক য'লৈ নিলে, সেইবোৰ ঠাই গোপালে আগতে দেখাও নাই, সেইবোৰৰ নামো শুনা নাই।

কেইদিনমানৰ পাছত এদিন ৰামে গৌৰীহঁতৰ ঘৰত চাহকাপ খাবৰ সময়ত গৌৰীৰ বাছিৰা বহীখন কোলাতে লৈ থাকিল। গৌৰীয়ে তাক

কিবাকিবি সুধিছিল, কিন্তু সি উত্তৰবোৰ ছিজিল লগাই দিব পৰা নাছিল। মাজে-মাজে তাৰ হাতখন যেন কঁপিছিল। দুআঙুলমান চাহ বাকী থাকোঁতেই সি কাপ-প্লেটযোৰ মেজৰ ওপৰত থলে; কোলাৰ বহীখন গৌৰীৰ অইন বহীবোৰৰ একেবাৰে তলত থলে, থৈ ক'লে, "এইখন ইয়াতে থলো। চাবা।"

কথাষাৰ কৈয়েই সি তৎক্ষণাত কোঠালিটোৰ পৰা ওলাই গ'ল। লক্ষেশ্বৰ, তৰা কাকো মাত নলগোৱাকৈ সি গুচি গ'ল।

সি যোৱাৰ ফালে অলপ সময় চাই থাকি গৌৰীয়ে বহীখন উলিয়াই পাত মেলিলে। পাতৰ মাজত ভাঁজ কৰা কাগজ এখন। গৌৰীৰ বুকুখন ধপকৈ উঠিল। তাই বহীখন আকৌ জপাই দিলে। বিছনাখনত বহি তাই আকৌ লাহেকৈ বহীখন মেলিলে; পাত লুটিয়াই কাগজখন উলিয়ালে।

বহীৰ পৰা ফালি লোৱা ৰুল পৰা কাগজত লিখা চিঠি। ওপৰত ঘঁহাই-ঘঁহাই লিখা আছে—লাভ ইজ ব্লাইণ্ড। সম্বোধন নাই, পোনে-পোনে চিঠিৰ কথা আৰম্ভ; —বয়সত কোন ডাঙৰ সেইটোময় নাজানো। হয়তো ময়েই ডাঙৰ। কিন্তু তুমি মোতকৈ ওপৰ ক্লাছত পঢ়া। সেই কাৰণে মই তোমাক বহুত কথা ক'ব পৰা নাই। কিন্তু তোমাক মোৰ বহুত কথা ক'বলৈ মন যায়। সদায় কম বুলি ভাবি যাওঁ, কিন্তু ক'ব নোৱাৰোঁ। ভয় লাগে—কিজানি তুমি বেয়া পোৱা। কিজানি তুমি খং কৰা।

তাৰ পাছত এটা নতুন পেৰাগ্ৰাফ।—তুমি মোক কথাবিলাক ক'বলৈ দিবা নে? মোৰ কথাবিলাক তুমি শুনিবানে?

তাৰ পাছত তিনিডাল চৌ খেলোৱা ৰেখা;—ছবিত পানী বুজাবলৈ যেনেকুৱা ৰেখা টনা হয়, তেনেকুৱা। কাগজখনৰ পৰা এটা পাতল গোন্ধ ওলাই আছে। পাৰ্ল পাউডাৰৰ গোন্ধ।

চিঠিখন আগতকৈ সৰুকৈ জাপি গৌৰীয়ে হাতৰ মুঠিতে লৈ থাকিল। এবাৰ দেউতাকৰ খৰমৰ শব্দ শুনি তাই চক খাই উঠিল আৰু লগে-লগে তাইৰ হাতৰ মুঠিটো টান হৈ গ'ল। হাতখন তাই মেজৰ তললৈ নিলে।

এটা সময়ত গৌৰী পাকঘৰলৈ যাব লাগে—ভাত খাবলৈ ঠাই-ঠুই অঁতাই গিলাচ, পীৰা আদি ঠিক-ঠাক কৰি দিবলৈ। কোনেও তাইক মাতিবই নালাগে; এটা আশুাজ আছে, সেইমতে গলেই হয়। আজি পাকঘৰলৈ যোৱাৰ আগতে তাই চিঠিখন আকৌ এবাৰ পঢ়িলে। তাৰ পাছত এসময়ত তাইৰ কাণত পৰিল—মাকে মাতিছে—গৌৰী।

চিঠিখন ব্লাউজৰ তলত সুমুৱাই, চাদৰখনৰ আগটো টানকৈ কঁকালত খুচি তাই পাকঘৰলৈ গ'ল। পাকঘৰৰ কামবোৰ কৰাৰ সময়ত তাইৰ গাটো মাজে-মাজে জিকাৰ খাই-খাই উঠিল। এইখিনি সময়ত পাকঘৰত বাধাও থাকে। ৰাধাৰ চকুলৈ চাবলৈ গৌৰীৰ ভয়-ভয় লাগিল।

# বাৰ

অতুল ৰায়ে হঠাতে ছদিনৰ কাৰণে স্কুলৰ পৰা ছুটী লৈছিল। দৰখাস্তখনত সি ঘৰুৱা কাৰণত ছুটী লাগে বুলি লিখিছিল। অকণে অতুলক লগ পোৱা নাছিল; কিন্তু দৰখাস্তখন দেখি সি ভাবিছিল---অতুলক যে সি সেইদিনা বিয়াৰ কথা কৈছিল, সেইবোৰ কথাৰ লগতে এই ছুটীৰ সম্পৰ্ক থাকিব পাৰে।

ছুটী শেষ হ'বৰ দিনা অকণে অতুলৰ চিঠি এখন পালে। কামাখ্যা-চৰণৰ সৰু জীয়েক দুজনীয়ে চিঠিখন স্কুলৰ হে'ডক্লাৰ্কক দি গৈছিল। লেফাফাটোৰ ভিতৰত এখন হে'ড মাষ্টৰলৈ লিখা চিঠি,---অতুলক আৰু চাৰি দিনৰ ছুটী লাগে; আৰু এটা বন্ধ সৰু লেফাফা; ওপৰত ৰাধাৰ নাম লিখা আছে।

ৰাধাই পায়েই লেফাফাটো খুলিলে। ভিতৰত চাৰি শাৰীৰ চিঠি এখন; মূল কথাটো হ'ল---অতুলৰ বহুত কথা ক'বলগীয়া আছে, সি লগ পালেই ক'ব; সি এনেকৈ ছুটী বঢ়োৱাৰ কাৰণে ৰাধাই যেন বেয়া নাপায়।

ৰাধাই বেয়া নোপোৱাকৈ থাকিব নোৱাৰিলে। তাইৰ মনটো অলপতে বেয়া লাগে। অতুল ইয়াতে আছে; কিয় চাৰি দিনৰ ছুটী বঢ়াব লগা হ'ল, এবাৰ আহি তেওঁ কৈ যাব নোৱাৰিলেহেঁতেন নে?

এনেয়ে ৰাধা স্কুললৈ ঘন্টা পৰাৰ বহুত আগতে আহে; কিন্তু যিদিনা ছুটী শেষ হোৱাৰ পাছত অতুল আহিব, সেইদিনা তাই মূৰামূৰি সময়ত আহিল। কি দৰকাৰ আগতে অহাৰ!

সকলো শিক্ষক তেতিয়া কমনৰুমৰ পৰা নিজ-নিজ ক্লাছলৈ ওলাই গৈছে; অতুল অকলে বহি আছে। ৰাধাই আহিয়েই তালৈ চাই হুঁহাৰ নিচিনা কৰিলে আৰু চকমাটি এটুকুৰা লৈ তাইৰ ক্লাছটোলৈ যাবলৈ দুৱাৰ-খনৰ ফালে খোজ ললে। অতুলে মাতিলে, "শুনাচোন।"

ৰাধাই বৈ, ঘূৰি ক'লে, "ফাইনেল বে'ল কেতিয়াবাই পৰিল। দেৰী হৈছে।"

"তোমাৰ খং উঠি আছে?"

"নাই। কিয় খং উঠিব?"

অতুল ৰাধাৰ ওচৰলৈ আহিল। সি সৰু মাতেৰে ক'লে, "আজি আবেলি তোমালোকৰ ঘৰলৈ যাম। বহুত কথা আছে।"

ৰাধাই হাতৰ চকমাটিটুকুৰা চিকুটিলে। অলপ পাছত তাই ক'লে,

"অসুবিধা হয় যদি নালাগে যাব।" কৈয়েই তাই আকৌ তাহেঁকে চাঁহিলে আৰু ক্লাছৰ ফালে গুচি গ'ল।

তাই ক্লাছ ছেভেনৰ বি ছেকছনত ইংৰাজী পঢ়াইছিল। গোটেই ক্লাছটোৰ সময়খিনিত বাৰে-বাৰে তাইৰ মনত পৰি থাকিল—অতুলৰ মুখখন শুকাই গৈছে; চকুযোৰ দেখিলে এনেকুৱা লাগে যেন সি কেইবা-ৰাতিও শোৱাই নাই।

আবেলি স্কুল ছুটীৰ পাছত অতুল কমনৰুমতে কিছু সময় বহি থাকিল। চকীদাৰে কোঠালিটো বন্ধ কৰিবলৈ বাৰান্দাত ইফাল-সিফাল কৰি আছে বুলি ধাৰণা হোৱাত এসময়ত সি ওলাই আহিল। বাৰান্দাত অলপ সময় খোজ কাঢ়ি সি ঘনশ্যাম চৌধুৰী উদ্যানলৈ গ'ল। তাৰ বেঞ্চ এখনত কিছু সময় বহি থকাৰ পাছত যেতিয়া সি ভাবিলে—এতিয়া চাগৈ ৰাধা চাহ-তাহ খাই আজৰি হ'ল, এতিয়া সি সিহঁতৰ ঘৰলৈ যাব পাৰে, তেতিয়া তাৰ ভয় লাগিল।

ৰাধাহঁতৰ ঘৰৰ বহা কোঠালিৰ চুকৰ চকী এখনত বহি ৰাধাৰ মুখলৈ চাওঁতে তাৰ আৰু বেছি ভয় লাগিল। ৰাধাৰ কথা সুধিবলৈ মন যোৱা নাছিল। তাইৰ মুখখন ওফন্দি আছিল। কিন্তু অতুলে বহু সময়লৈ একো নোকোৱা দেখি তাই সুধিলে, "কি হ'ল? বহুত কথা আছিল বুলি কৈছিল দেখোন? কথাবোৰ সাজি হোৱাই নাই নে কি?"

অতুলে ক'লে, "নহয় ৰাধা, এইটো তেনেকৈ কথা কোৱাৰ সময় নহয়। মই ক'ত থাকোঁ তুমি জানা।" তাৰ পাছত সি মনে-মনে থাকিল। সি আৰু একো নোকোৱা দেখি ৰাধাই সুধিলে, "জানো। কিয়?"

"সুবিধা মতে অইন ঘৰ পোৱা নাছিলো কাৰণেহে মই তাত আছিলো। কামাখ্যাবাবুৰ ঘৰখনৰ সকলোৱে মোক মৰম কৰে, ময়ো সকলোৰে লগত ভাল ব্যৱহাৰ কৰোঁ। কিন্তু মইতো কেতিয়াও সন্দেহেই কৰা নাছিলো—" অতুল আকৌ বৈ প'ল।

"কি?"

"তেওঁলোকে তেওঁলোকৰ ভাওৰ ছোৱালীজনী মোলৈ বিয়া দিব খোজে। মই সেইটো ঘৰত থাকিবলৈ লোৱাৰ পৰাই খোলে তেওঁলোকে সেই কথাটো ভাবি আছে।"

কিছু সময় দুয়ো মনে-মনে ৰ'ল। তাৰ পাছত ৰাধা উঠি ভিতৰলৈ সোমাই গ'ল। যোগমায়াই অতুলৰ কাৰণে চাহ-জলপান সাজু কৰিছিল; অলপ পাছত ৰাধাই সেইখিনি লৈ অতুলৰ ওচৰলৈ আহিল। অতুলে তেতিয়া কপালত হাত ফুৰাই চকু মুদি বহি আছিল।

সৰু মেজখনত চাহ-জলপানখিনি সজাই থৈ ৰাধা মনে-মনে থিয় হৈ ৰ'ল।

অতুলে ক'লে, "মই ছুটী লৈছিলো ঘৰলৈ যাবলৈ। অৰুণ দাদাই কোৱা মতে খুৰাহঁতৰ লগত কথা পাতিবলৈ। যাবলৈ ওলোৱাৰ আগদিনা কামাখ্যাবাবুৰ ঘৈণীয়েকক কথাটো ক'লো। তেখেতে সুধিলে—হঠাতে কিয় ঘৰলৈ যোৱা? মই ক'লো। সকলো কথা ক'লো। তোমাৰ কথাও ক'লো। তাৰ পাছৰ পৰাই মানুহঘৰে হুলুস্থুল আৰম্ভ কৰিলে। এইটো ঘটনা বোলে ঘটিবই নোৱাৰে। মই গলে বোলে কামাখ্যাবাবুও মোৰ লগতে মেদিনীপুৰলৈ যাব।"

ৰাধাই গম্ভীৰ সুৰেৰে হঠাতে ক'লে, "নিনিলে কিয়? তেখেতসকলে হুলুস্থুল কৰিছে যেতিয়া আপুনি আপত্তি কৰিছে কিয়?"

অতুলৰ খং উঠি গ'ল। সি সুধিলে, "আপত্তি নকৰিলে তুমি ভাল পোৱা নে কি? তোমাৰ মনৰ তেনেকুৱা কিবা হৈছে নে কি?

"যদি আপোনাৰ আপত্তি আছে, তেনেহ'লে তেখেতসকলৰ হুলুস্থুল কৰিবলৈ কি আছে?" ৰাধাই সমানে টান মাতেৰে সুধিলে।

"মোক কথাবোৰ শেষলৈকে ক'বলৈ নিদিয়া কিয়?"—অতুলে ৰাধাৰ চকুলৈ স্থিৰ দৃষ্টিৰে চাই ৰ'ল। অলপ পাছত সি শান্ত মাতেৰে ক'লে, "কামাখ্যাবাবু কেনেকুৱা মানুহ, সেইটোৰ খবৰ লোৱাৰ মোৰ কোনো প্ৰয়োজন হোৱা নাছিল। কিন্তু এইবাৰ মানুহটোৰ লগত মোৰ সাত-আঠ দিনৰ খোৱা-শোৱা নষ্ট হ'ল। সাংঘাতিক মানুহ।"

অতুল ৰ'ল। ৰাধাই তাৰ মুখলৈ চাই ৰ'ল। অলপ পাছত অতুলে ক'লে, "তেওঁৰ ভায়েক এটাই ইয়াতে ছি, আই, ডি-ত কাম কৰে। অন্নদাচৰণ। সেই মানুহটোৱে দাদাক বিপদত পেলাব পাৰে।"

"কাক? অৰুণ দাদাক?" ৰাধাই আচৰিত হৈ সুধিলে। অতুলে মূৰ দুপিয়ালে।

অতুলে চাহ কাপৰ আধাখিনি খালে; জলপান নুচুলেই। সিহঁতে কথা পাতি থাকোঁতেই এসময়ত গোসাঁইঘৰত ভোৰতাল বাজিল। তাৰ অলপ পাছত অৰুণ কৰবাৰ পৰা উভতি আহিল। "অতুল আহিছা?" বুলি সুধি সি কোঠালিটোৰ মাজেৰে ভিতৰলৈ সোমাই গ'ল।

অতুলে ৰাধাক ক'লে, "দাদাক এতিয়া এইবোৰ একো নক'বা।"

তাৰ তিনি দিনৰ পাছত জগদীশ শৰ্মা নামৰ পুলিচৰ মানুহ এজন গধূলিৰ পাছত অৰুণক লগ পাবলৈ আহিল। সাধাৰণ মানুহৰ সাজ-পাৰ

পিল্লি। তলৰ পৰা প্ৰমোছন পাই-পাই চাকৰিৰ শেষ বয়সত ছাব ইন্স-পেক্টৰ হোৱা শৰ্মা অৰুণৰ বহু দিনৰ চিনাকি।

অৰুণে সুধিলে, "হঠাতে ওলালহি দেখোন?"

শৰ্মাই হাঁহি এটা মাৰি ক'লে, "ডিউটি কৰিবলৈ আহিছোঁ।"

তাৰ পাছত তেওঁ দুৱাৰ কেইখনৰ ফালে চাই লৈ সৰু মাতেৰে সুধিলে, "তুমি বোলে স্কুলৰ ল'ৰাৰ আগত বক্তৃতা দিছা?"

"কিহৰ বক্তৃতা?"

"স্বাধীনতা আন্দোলনৰ?"

অৰুণে নিৰ্বাক হৈ শৰ্মাৰ মুখলৈ কেই মুহূৰ্তমান চাই ৰ'ল। তাৰ পাছত সি ক'লে, "স্বাধীনতা আন্দোলনৰ বক্তৃতা,—ল'ৰাৰ আগত,—আমিতো তেনেকৈ স্কুলত মিটিং পতা নাই!"

"মিটিং পাতি নহয়; ক্লাছত; —ল'ৰাহঁতক বেঞ্চৰ ওপৰত থিয় কৰাই লৈ?" শৰ্মাই গহীন মাতেৰে সুধিলে।

অৰুণৰ মনত লগে-লগে কথাটো পৰিস্কাৰ হৈ গ'ল। "অ' বুজিছোঁ। সেইবোৰ এনেয়ে ক্লাছৰ কথাৰ মাজত কোৱা কথা। কিন্তু আপুনি সেইবোৰ জানিলে কেনেকৈ?"

"মই জনা নাই। পুলিছে জানিছে। আৰু,—কোনোবাই নক'লে পুলিছে জানিব কেনেকৈ? মুঠতে, তুমি যি কৰা চাই-চিতি কৰিবা। মোৰ চাকৰিৰ কেইটামান দিনহে আছে, আৰু সেইকেইটা দিনৰ প্ৰতি মোৰ মায়াও বৰ বেছি নাই। সেই কাৰণে মই তোমাক এনেকৈ কথা ক'ব পাৰিছোঁ। কিন্তু সকলোৱেতো নোৱাৰে। তোমাৰ কিবা এটা বিপদ হ'লে মোৰো বেয়া লাগিব। আমাৰ বহুতৰে ক্ষতি হ'ব। উঠোঁ।"

দুৱাৰমুখ পাই হঠাতে উভতি শৰ্মাই সুধিলে, "কেশৱ দাস নামৰ মাষ্টৰ এটা আছে নে কি স্কুলত?"

"আছে। কিয়?"

"নিমখহাৰাম মানুহ। তাৰ ওপৰত চকু ৰাখি কাম কৰিবা।"—শৰ্মা বাৰান্দালৈ ওলাল।

"কিয়? কি হৈছে কওকচোন।"—অৰুণে শৰ্মাক প্ৰায় আগভেটি ধৰিয়েই সুধিলে।

"এতিয়ালৈকে যি হৈছে, তাৰ আভাস তোমাক দিলোৱেই। আৰু খবৰ লওঁ। কি খবৰ পাওঁ তোমাক জনাম বাৰু।"

অৰুণে শৰ্মাক গে'টৰ মুখলৈকে আগবঢ়াই দি সেইখিনিতে থিয় হৈ ৰ'ল। সেইদিনা ল'ৰাবোৰক থিয় কৰাই লৈ কি-কি কৈছিল সি মনত পেলাবলৈ চেষ্টা কৰিলে। তাৰ পাছত সি এক মনে কেশৱ দাসৰ কথা

ভাবিবলৈ ধৰিলে। ইফালৰ পৰা ৰাম আহি আছিল, সি মনেই কৰা নাছিল।

"খুৰা!" ৰামে মাত লগালে।

"হুঁ? অ' ৰাম? কলেজ ঠিকমতে কৰি আছ?"

"আছোঁ খুৰা।"

"যা।" অকণে গে'টৰ মুখৰ পৰা অকণমান আঁতৰি দিলে। ৰাম ভিতৰলৈ সোমাই গ'ল।

ভিতৰলৈ গৈ ৰামে পেহী, আইতা বুলি চিঞৰিলে। কাৰো মাত নাপাই সি গৌৰীহঁতৰ ফাললৈ গ'লগৈ।

যোগমায়া আৰু ৰাধাই কোঠালিটোৰ দুৱাৰ বন্ধ কৰি বিছনাত বহি কথা পাতিছিল। অলপ আগতে ৰাধাই জগদীশ শৰ্মাই অকণক কোৱা কথাবোৰ দুৱাৰৰ বাহিৰৰ পৰা শুনিছিল। তাৰ পাছত তাই ধৈৰ্য ধৰিব পৰা নাছিল। যোগমায়াক বিছনাত বহুৱাই লৈ তাই অতুলে কোৱা কথা-বোৰ এফালৰ পৰা কৈ গৈছিল। কথাবোৰ শুনাৰ পাছত যোগমায়াৰ মুখৰ মাত নোহোৱা হৈছিল। ৰাধায়ো তলমূৰ কৰি মনে-মনে আছিল। সিহঁত দুয়োজনীয়ে ৰামৰ মাত শুনিছিল, কিন্তু এজনীয়েও লৰচৰ নকৰিলে।

অলপ পাছত যোগমায়াই ৰাধাৰ ফালে চালে। ৰাধাই তেতিয়াও তলমূৰ কৰি আছিল। তাইক কথা সুধিবলৈ যোগমায়াৰ ভয়-ভয় লাগিল। আচলতে তাই নিজেই ভয়ত কোঁচ-মোচ খাই গৈছিল। মনে-মনে থকা গোটেই সময়খিনি তাইৰ মনটোৱে এতিয়া কি হ'ব—এতিয়া কি হ'ব কৰি আছিল। অকণমান সময় ৰাধাৰ গম্ভীৰ মুখখনলৈ চাই থাকি তাই সুধিলে, "এতিয়া কি হ'ব?"

ৰাধাই বহাৰ ভংগীটো সলালে, গাৰ কাপোৰ ঠিক কৰিলে, কপালৰ আগৰ চুলিত হাত ফুৰালে, তাৰ পাছত ক'লে, "একো নহয়। তই এইবোৰ কথা আৰু ভাবি নাথাকিবি। যি কৰিব লাগে মই কৰিম।"

"তই কিটো কৰিবি! ই অকণ ওলাই গ'ল নে কি? মাতি আন-চোন তাক, কথাবোৰ পাতোঁ।"

"নালাগে। পুলিছৰ মানুহজনে তাক যিখিনি কথা ক'লে, সেইখিনিয়েই তাক আঁটিব। সি সেইবোৰকে চম্ভালক। ভিতৰৰ পৰা আমি সেইবোৰ কথা শুনি আছোঁ যেতিয়া তাৰ লগত সেইবোৰ কথাকে পাতিবি। মোৰ কথা, অতুলদাৰ কথা তাৰ লগত নাপাতিবি। আৰু তোকো কৈছোঁ,— মোৰ বিয়াৰ কথা আৰু নুলিয়াবি।" —কথাখিনি কৈ ওলাই যাবলৈ বুলি ৰাধা বিছনাৰ পৰা উঠিল।

যোগমায়াই ক'লে, "নুলিয়ালে কেনেকৈ হ'ব ? ইমান দিনৰ মূৰত কথাটো ওলাইছিল, কিবা এটা ছিজিল লাগিব বুলি ভাবিছিলো, এতিয়া আকৌ—"

ৰাধাই মুখতে ধৰিলে, "ইমান দিন গ'লেই যেতিয়া এতিয়ানো কিয় উথপথপ লগাব লাগিছে ? দিন যেনেকৈ গৈছে, তেনেকৈয়ে গৈ থাকিবলৈ দে।"

"তই ক'লেই হ'ব নে কি ? মই এনেকৈ দিন যোৱা চাই থাকিব নোৱাৰোঁ নহয় !" যোগমায়াৰ মাতত এক কষ্টৰ সুৰ মিহলি হৈ আছিল। ৰাধা মাকৰ ফালে ঘূৰিল। তাইৰ মুখলৈ যোগমায়াই করুণ দৃষ্টিৰে চালে।

ৰাধাই ক'লে, "তই চাই থাকিব নোৱাৰিলে কি হ'ব ? অতুল দাদাৰ মুখৰ পৰা শুনি মই যিবোৰ কথা ক'লো, সেইবোৰ তই বুজিলি নে নাই ? তইঁতে এতিয়া মোক তেওঁৰ লগত বিয়া দিবলৈ জিদ ধৰ, সিফালে কামাখ্যাচৰণৰ ভায়েক ছি, আই, ডি, অন্নদাচৰণে অকণ দাদাক জেললৈ নিবলৈ জিদ ধৰিব। মই কৈ দিছোঁ, কথা বহুত দূৰলৈ যাবগৈ। এতিয়া সেইবোৰ কথা নুলিয়াবি। মোৰ বিয়া এতিয়া ডাঙৰ কথা নহয়।"

ৰাধা কোঠালিটোৰ পৰা ওলাই গ'ল। যোগমায়া সেই ফাললৈকে চাই বহি ৰ'ল। তাই যেন ৰাধাক সেইখিনিতে থিয় হৈ থকা দেখিয়েই থাকিল। ---তেজ-মঙহেৰে গাটো ভৰপুৰ হৈ উঠিছে। ক'তো আৰু অকণো মঙহ থবলৈ ঠাই নাই। মতা মানুহ হিচাপে দেউতাক যেনেকুৱা গুখ-পাখ আছিল, ছোৱালী হিচাপে জীয়েকো তেনেকুৱা। চোতালৰ ৰ'দত টান কাম কৰিলে বগা মুখখনৰ পৰা ঘাম আৰু তেজ অগাপিছাকৈ ওলাই আহিব খোজে। যোগমায়াৰ চকুৰ আগতে তিলতিলকৈ তাইৰ গাটোৱে এই গঢ় লৈছে। এনেকৈ এই গঢ়টো চাই থকা যোগমায়াৰ কাৰণে বৰ কষ্টকৰ হৈছে। এতিয়া এনেকৈ সমুখত লৈ চাই থাকোঁতেই গঢ়টো মৰহিবলৈ আৰম্ভ কৰিব নে কি ?

যোগমায়াৰ মনটোৱে ছটফটাবলৈ ধৰিলে।

ৰাধা আগফাললৈ ওলাই আহিল। গে'টৰ ওচৰলৈকে আহি তাই চালে—অকণ ক'ৰবাত আছে নে কি ? নাই। তাই চোতালখনৰ ইমুৰৰ পৰা সিমুৰলৈ লাহে-লাহে খোজ কাঢ়িবলৈ ধৰিলে। মাজে-মাজে একো ঠাইত তাই ক'ব নোৱৰাকৈয়ে বৈ গ'ল ; মাটিলৈ চাই কিবা ভাবিলে ; তাৰ পাছত আকৌ সাৰ পোৱাৰ নিচিনাকৈ লৰচৰ কৰি খোজ আৰম্ভ কৰিলে। —মাকে কৈছে—দিনবোৰ এনেকৈ যোৱা চাই থাকিব নোৱাৰি। বহুত দিন তায়ো ভাবিছে—দিনবোৰ বৰ বেছি খৰকৈ গৈ আছে নে কি ? সেই স্কুলৰ শেষৰ দিনখিনি তাইৰ বৰ খৰকৈ পাৰ হোৱা যেন লাগিছিল।

সেইবোৰ দিনত তাইৰ কেৱল অতুলৰ চকুৰে-চকুৰে পৰিছিল ; অতুলে তাইক দুই-এটা সাধাৰণ কথা সুধিছিল ; তাৰেই তাইৰ মনটো ভৰি পৰিছিল আৰু লাজে-ভয়ে তাই কোঁচ-মোচ খাই আছিল। তাৰ পাছত— সেই কলেজত নাম লগোৱাৰ দুমাহমান পাছতে যে বাছত এদিন অতুল তাইৰ ওচৰতে বহিছিল, নামিবৰ আগে-আগে যে সি তাইক চিঠি এখন দিছিল, সেই দিনাৰে পৰা দিনবোৰ কেনেকৈ পাৰ হৈছিল—তাইৰ ঠিক হিচাপ নাছিল। অতুলক দেখি থকা সময়খিনি, অতুলৰ চিঠি পঢ়া সময়খিনি, বৰ খৰকৈ পাৰ হৈছিল ; —তাই চিঠি এখন দিয়াৰ পাছত তাৰ উত্তৰ নোপোৱালৈকে মাজৰ সময়খিনি তাইৰ নাযায়-নুপুৱায় লাগিছিল। তাইৰ সামৰণ-কাপোৰ থোৱা বাকচটোৰ তলিত অতুলৰ চিঠিৰ জাপটো দুআঙুলমান ডাঠ হৈছিল। অতুলে দীঘলীয়া চিঠিবোৰৰ আৰম্ভণি আৰু শেষত ৰাধাক মৰম যাচিছিল, কিন্তু বাকীখিনিত যি মন যায় তাকে লিখিছিল ;—টলষ্টয়ৰ কথা, গান্ধীৰ কথা, মেদিনীপুৰত তাৰ সৰুকালৰ কথা, অকণৰ স্কুল দুখনৰ কথা, ৰবীন্দ্ৰনাথৰ কবিতাৰ কথা—'ফুলবোৰ যেন কথা, পাতবোৰ যেন তাৰ চাৰিওফালে পুঞ্জিত নিৰৱতা'—ই।

এসময়ত ৰাধাৰ মন এক গভীৰ স্নেহৰ অনুভূতিৰে আচ্ছন্ন হৈ পৰিছিল। তাত উত্তেজনা নাছিল, চাঞ্চল্য নাছিল।

তাৰ পাছত অতুলৰ মৰমেৰে পৰিপূৰ্ণ হৈ, শান্ত হৈ তাই উপলব্ধি কৰিছিল—এটা সুন্দৰ জীৱনলৈ বাট চোৱাই হ'ল তাইৰ কাম।

তাৰ পাছৰ দিনবোৰ আপোন গতিৰে পাৰ হৈছিল। কেতিয়া কি হ'ব, সেইবোৰ লৈ তাই চিন্তা কৰিছিল ; কিন্তু উত্ৰাৱল হোৱা নাছিল। সিহঁতৰ মৰমৰ কথা তাই গোপন কৰাৰ চেষ্টাও কৰা নাছিল, সদৰিও কৰা নাছিল ; কিন্তু অকণকে আৰম্ভ কৰি বহুতে কথাটো জানিছিল বুলি জানি তাই আশ্বস্ত হৈছিল।

মাত্ৰ কিছুদিনৰ আগতে মাকৰ মুখত অকণে কোৱা কথাবোৰ শুনি তাইৰ ধাৰণা হৈছিল—এইবাৰ বোধকৰো বাট চোৱাটো শেষ হ'ল !

কিন্তু তাৰ পাছত এইবোৰ কি হ'ল ?

ৰাধাৰ এবাৰ চিন্তা হ'ল—দিনবোৰ সঁচাকৈ বৰ খৰকৈ গৈছে নে কি ? বাকীবোৰ দিনো এনেকৈয়ে খৰকৈ যাব নে কি ? মাকে যে ক'লে—দিনবোৰ এনেকৈ যোৱা চাই থাকিব নোৱাৰি, সঁচাকৈয়ে তাইক লৈ মাকৰ কষ্টৰ দিন আহিল নে কি ? কিন্তু আহিলেওতো উপায় নাই !

অকণৰ যাতে কোনো ধৰণৰ বিপদ নহয়, তাৰ বাবে তাই যি কৰিব লাগে কৰিবই, কিন্তু—ঠিক কি কামটো কৰিব ? অতুলক কিছুদিনলৈ একেবাৰে আঁতৰি থাকিবলৈ ক'ব ? কিমান দিনলৈ ? যিমান দিনলৈ পুলিচৰ পৰা অকণৰ বিপদ নহয় সিমান দিনলৈ ? সেয়া বা

কিমান দিনৰ কথা! সিমান দিনে অতুল বা কোনখিনি পাইছেগৈ! কামাখ্যাচৰণৰ জীয়েকে ইতিমধ্যে—

ৰাধাৰ গাটো শিৰশিৰাই উঠিল। তাই ঘৰটোৰ মুখৰ ফালে পকী-পিৰালিটোৰ ওপৰতে কোনোমতে বহি দিলে।

অলপ পাছত ৰাম ঘৰটোৰ পৰা ওলাই গ'ল। যাবৰ সময়ত সি কাঠৰ গে'টখন ভাওৰ শব্দ এটা কৰি বন্ধ কৰি থৈ গ'ল।

ৰামৰ চিঠিখন পাই গৌৰীয়ে প্ৰথমতে চক খাইছিল; পাছলৈ তাই অস্থিৰ হ'ল। সেইদিনা ৰাতি তাইৰ একে লেঠাৰিয়ে টোপনি নাহিল। মাজে-মাজে তাই কেইবাবাৰো সাৰ পালে, আৰু প্ৰত্যেকবাৰেই চিঠিখনৰ কথাকেইটা তাইৰ মনলৈ আহিল। এইবোৰৰ অৰ্থ কি? এবাৰ তাই ভাবিলে—ৰামে যে তাইৰ বাহিৰা বহীখনত ঘঁহাই-ঘঁহাই তাইৰ নামটো লিখে, এই চিঠিখন লিখাটোও সেই একে ধৰণেৰে কাম; কিন্তু পাছলৈ তাইৰ তেনেকুৱা যেন নালাগিল।

পাছদিনা সন্ধিয়া হৈ অহাৰ লগে-লগে তাইৰ ভয় লাগি আহিল।

কিন্তু সেইদিনা সন্ধিয়া ৰামো সিহঁতৰ ঘৰলৈ নাহিল। ৰাতি শুবৰ সময়ত গৌৰীয়ে ভাবিলে,—কিয় নাহিল? আজি কলেজতো তাক তাই বহুত দূৰৰ পৰাহে দেখিছে; অইন দিনা সি এবাৰলৈ হ'লেও তাইৰ ওচৰলৈ আহে; আজি নাহিল।

তাৰ পাছদিনা ৰাম আহিল, আৰু পাছৰ কেইদিনো আহিয়েই থাকিল। সেইদিনা সি বোলে ভয়তে নাহিল,—চিঠিখন পাই বা গৌৰীয়ে কি ভাবিছে—সেই ভয়তে। সি গৌৰীক বাৰে-বাৰে সুধিলে—বেয়া পাইছা নে কি? গৌৰীয়ে ক'লে,—নাই পোৱা। নাই পোৱা যদি উত্তৰ দিয়া নাই কিয়? —অ! উত্তৰ দিবলৈ আকৌ কিটো আছে! কথা দেখোন পাতিয়েই আছোঁ! তুমি কিবা কম বুলিহে কৈছিলা। কোৱা আকৌ কি কথা!

ৰামৰ মতে কথাবোৰ তেনেকৈ ক'ব নোৱাৰি। দুদিনমান অহা-যোৱা কৰাৰ পাছত সি কথাবোৰ অতি সংক্ষেপে চিঠিৰ আকাৰে লিখি আনিলে। কাগজখনত পাৰ্ল পাউডাৰৰ গোন্ধ। ওপৰত ঘঁহাই-ঘঁহাই লিখা আখৰৰ গড ইজ লাভ; সম্বোধনৰ ঠাইত দুশাৰী ফুট-ফুট, তলত সেই টৌ-খেলোৱা ৰেখা, মাজত চাৰিশাৰী কথা। সেই কেইশাৰীৰ সাৰাংশ হ'ল—মই তোমাক ভাল পাওঁ। তুমি মোক ভাল পোৱানে?

সেইখন চিঠি পঢ়াৰ পাছত গৌৰীৰ বুকু ধপধপাবলৈ ধৰিলে। একোবাৰ তাইৰ ভয় লাগিল, একোবাৰ লাজ লাগিল। পাছদিনা তাই

কলেজলৈও নগ'ল। আবেলিৰ পৰা তাই গম্ভীৰ হৈ থাকিল। সন্ধিয়াৰ পাছত অইন দিনাতকৈ অলপ পলমকৈ ৰাম আহিল। গৌৰীয়ে ষিমান পাৰে মনত পেলাই-পেলাই বাহিৰা কথা উলিয়ালে। শেষত ষেতিয়া ৰামে চিঠিখনৰ উত্তৰ খুজিলে, তেতিয়া তাই সমুখৰ বহীখনৰ পাত এটাৰ চুক এটা ভাঁজ কৰি, পোন কৰি-কৰি ক'লে,—ৰাম সিহঁতৰ ঘৰলৈ আহি থাকিব ; সিহঁত দুটাই ইমান দিনে পতাৰ নিচিনাকৈ কথা পাতি থাকিব ; তাতকৈ বেলেগ ধৰণৰ কিবা এটা তাই ভাবিব নোৱাৰে। ৰামে যদি অইন কিবা মনত লৈ থাকে, তেনেহ'লে সি যেন তাইৰ লগত আৰু কথা নাপাতে।

অকণমান সময় মনে-মনে বহি থাকি এই অলপ আগতে ৰাম ওলাই গৈছে। যাওঁতে আগফালৰ গে'টখন ডাঙৰ শব্দ এটা কৰি বন্ধ কৰি থৈ গৈছে।

আজিকালি ইয়াৰ পৰা ওলাই ৰাম সাধাৰণতে গোপালৰ দোকানত বহেগৈ। আজি সি তালৈ নগ'ল। পুলিছ চাহাবজনৰ আধা-সজা ঘৰটোৰ আগত জাপি থোৱা ইটাৰ দ'মটোৰ গাত হাত থৈ সি কিছু সময় থিয় হৈ ৰ'ল। তাৰ পাছত সি অনাদিহঁতৰ ঘৰলৈ গৈ অনাদিক মাতিব খুজিলে ; কিন্তু নামাতিলে। সি শিৱ মন্দিৰটোৰ ওচৰ পালেহি। মন্দিৰটোৰ চালিখনৰ তলত কেইটামান মানুহে ঢুলুকী বজাই গান গাই আছিল, আৰু দুটামানে একাষে বহি ভাং খাই আছিল। ৰাম লাহে-লাহে চালিখনৰ ওচৰ চাপিল আৰু ভাং খাই থকা মানুহকেইটাৰ ওচৰতে বহিল।

পাছদিনা স্কুললৈ গৈয়েই অকণে এখন নটিছ জাৰি কৰিলে—স্কুল ছুটীৰ পাছত টিচাৰছ কমনৰুমত শিক্ষকসকলৰ লগত হে'ডমাষ্টৰে কথা পাতিব ; সকলো শিক্ষক যেন উপস্থিত থাকে। এবাৰ সি কেশৱ দাসক নিজে লগ ধৰিলে। মানুহজনৰ সম্মুখত থিয় হোৱাৰ লগে-লগে সি যেন পুলিছ ছাব ইন্সপেক্টৰ জগদীশ শৰ্মাৰ মাতটো আকৌ শুনিবলৈ পালে। এইটো নিমখহাৰাম মানুহ।

কেশৱ দাসৰ মুখলৈ অকণমান সময় চাই থাকি অকণে সুধিলে, "আপুনি মিটিঙৰ নটিছখন দেখিছে নহয় ?"

"দেখিছোঁ দেখিছোঁ।"—কেশৱ দাসে হাঁহি এটা মাৰি মোলায়েম সুৰত ক'লে। "কিহৰ মিটিং পাতিছে ? কিবা জৰুৰী কথা—"

অকণে গম্ভীৰ মাতেৰে ক'লে, "মিটিঙত থাকিব।" কৈয়েই সি আঁতৰি আহিল।

আধাঘন্টা ছুটীৰ সময়ত অতুলে বাধাক সুধিলে, "কিহৰ মিটিং কিবা জানানে ?"

নাজানে। বাধায়ো নাজানে।

স্কুল ছুটীৰ পাছত সকলো শিক্ষক-শিক্ষয়িত্ৰী কমনৰুমত বহি ৰ'ল। এম. ই. স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰী কেইগৰাকীও আহিল। তেওঁলোকে গুণগুণাই কথা পাতি আছিল; অৰুণ কোঠালিটোত সোমোৱাৰ লগে-লগে সকলোৰে কথা বন্ধ কৰি থিয় হ'ল। সকলোকে বহিবলৈ কৈ অৰুণ নিজে থিয় হৈ থাকিল। অকণমান সময় মনে-মনে থাকি সি ক'লে, "মই আপোনালোকক এটা কথা জনাই থবলৈ এই মিটিংখন পাতিছোঁ। কথাটো মই একেবাৰে পোনে-পোনে কওঁ। কিছুদিনৰ আগতে মই ক্লাছ নাইনৰ এ ছেকছনত পঢ়াই থাকোঁতে ভালেমান সময় পঢ়াৰ বাহিৰৰ কথা ক'লো। বাহিৰৰ কথা মানে দেশৰ কথা ক'লো। দেশখনৰ কি হৈছে, কিয় মানুহবোৰে আন্দোলন কৰিছে, কিয় দেশখন স্বাধীন হ'ব লাগে,— সেইবোৰ কথা ক'লো। তাৰ পাছত মই অৱশ্যে বহুত পৰ ভাবিছিলো— ল'ৰাহঁতক সেইবোৰ কথা কোৱাৰ পৰা কিবা লাভ হ'ল জানো ? সিহঁতক সেইবোৰ কথা কোৱা উচিত হ'ল জানো ? পাছত ভাবি ঠিক কৰিলো,— লাভ হ'ল যদি হ'ল নহ'ল নাই, কিন্তু মোৰ কামটো অনুচিত হোৱা নাই। আজি মই আপোনালোকক প্ৰথমতে অনুৰোধ কৰিছোঁ,—আপোনালোকেও বিচাৰ কৰি মোক ক'ব,—মোৰ সেইটো অনুচিত কাম হৈছিল নে কি। আপোনালোকৰ মতামতো মই জানিব লাগে। তাৰ পাছত,—আপোনা-লোকক মই সুধিছোঁ,—সেইদিনা যে মই ক্লাছটোত সেইবোৰ কথা কৈছিলো, আপোনালোকৰ কোনোবাই আজিলৈকে সেই কথাটো জানিছিলনে ?"

অৰুণ ৰ'ল। শিক্ষকসকলে ইজনে-সিজনৰ মুখলৈ চালে। তেওঁ-লোকৰ মাজত গুণগুণনি উঠিল। তাৰ পাছত তেওঁলোকৰ বিভিন্নজনৰ মুখৰ পৰা প্ৰথমতে সৰুকৈ আৰু পাছলৈ ডাঙৰকৈ "নাজানো" শব্দটো ওলাই আহিল। "আমি সেইবোৰৰ গমেই নাপাওঁ"—কেইজনমানে সেই ধৰণৰ কথা ক'লে।

"আপুনি জানিছিলনে ?" অৰুণে কেশৱ দাসক সুধিলে।

কেশৱ দাসে হতভম্ব হৈ অৰুণৰ চকুলৈ চালে। অৰুণে আকৌ সুধিলে, "কওঁক দাস, আপুনি জানিছিলনে ?"

"জানিছিলো।"

অৰুণে কেশৱ দাসৰ মুখলৈ অকণমান পৰ চাই ৰ'ল। সি জানিবলৈ চেষ্টা কৰিলে—এই যে মানুহটোৱে কথাটো স্বীকাৰ কৰিছে, জৰুত কৰিছে, নে সত্তভাৱ কাৰণে কৰিছে, নে দেমাকি দেখুৱাই কৰিছে।

"কোনেও নাজানে; আপুনি জানিছিল আৰু পুজিছে জানিলে।"

---হঠাতে অৰুণৰ মাতটো সৰু আৰু গম্ভীৰ হৈ পৰিল। —"কথাটো আপুনি মনত ৰাখিব। একেবাৰে চফা কথাটো হ'ল, এই স্কুলখনত কি হয়, মই কি কৰোঁ, সেইবোৰ কথা আপুনি পুলিছক জনাই থাকে বুলি মোৰ মনত বিশ্বাস জন্মিছে। আৰু কোনে-কোনে এই কামটো কৰে মই ক'ব নোৱাৰোঁ, কিন্তু আপুনি কৰে।" ---কেশৱ দাসৰ মুখলৈ চাই অৰুণ ৰ'ল। দাসে তলমূৰ কৰিলে।

"এই কথাটো আপোনালোক সকলোৱে মনত ৰাখিব।" —অৰুণে অইন শিক্ষকসকলৰ ফালে চাই ক'লে। "এনেকুৱা এটা অৱস্থা হ'লেই যেতিয়া মই আপোনালোকক আজি পৰিষ্কাৰকৈ কৈ থওঁ---মই আজিৰ পৰা জেললৈ যাবলৈ সাজু হৈ থাকিম। কিন্তু মই যি ভাল দেখোঁ কৰিমেই। হঠাতে যদি মোক পুলিছে ধৰি নিয়ে, তেনেহ'লে স্কুলখন চলাই ৰাখিবলৈ আপোনালোকৰ মাজত ভালেমান মানুহ ওলাব। আপোনালোকে চাব---যাতে স্কুলখনৰ ক্ষতি নহয়।"

তাৰ পাছত অৰুণ এক মুহূৰ্তও তাত নৰ'ল। শেষৰ ফালে সি অলপ উত্তেজিত হৈ উঠিছিল; সেই উত্তেজনা লৈয়েই সি ওলাই গ'ল।

মানুহবোৰ অলপ সময়ৰ কাৰণে বোবা হৈ বহি ৰ'ল। প্ৰত্যেকৰে যেন কিবা ক'বলৈ মন গৈছিল; কিন্তু কোনেও শব্দ উলিয়াবলৈ সুবিধা কৰিব পৰা নাছিল। কেশৱ দাস তলমূৰকৈ বহি আছিল; এসময়ত তেওঁ হঠাতে থিয় হ'ল, আৰু কাৰো ফালে নোচোৱাকৈ কোঠালিটোৰ পৰা ওলাই গ'ল। বাৰান্দাত হোৱা তেওঁৰ জোতাৰ শব্দ লাহে-লাহে সৰু হৈ গ'ল। শব্দটো কাণত নপৰা হোৱাৰ লগে-লগে মানুহবোৰৰ মাজত গুণগুণনি উঠিল। তাৰ পাছত চকী লৰোৱাৰ শব্দ হ'ল। কোঠালিটোৰ পৰা ওলাই গৈ মানুহবোৰে বাৰান্দাত, মুকলি পথাৰখনত সৰু-সৰু জুম বান্ধিলেগৈ। তাৰ পাছত তেওঁলোকৰ মুখ খুলিল।

কোঠালিটোত নিৰ্বাক-নিস্পন্দ হৈ অকলশৰে বহি ৰ'ল ৰাধা। অলপ পাছত মূৰ তোলোঁতে খোলা দুৱাৰেদি তাই দেখিলে---এটা জুমৰ শিক্ষক দুজনমানে হাত জোঁকাৰি-জোঁকাৰি চিঞৰ-বাখৰ কৰিছে। আকৌ অলপ সময় তলমূৰ কৰি তাই ভাবিলে কৰ্কায়েকে কথাবোৰ এনেকৈ কৈ ঠিক কৰিলে নে?

তাইৰ অতুলক লগ পাবৰ মন গ'ল। বাকীসকল শিক্ষকৰ লগতে অতুলো ওলাই গৈছিল। ৰাধাই বাহিৰলৈ গৈ সি ক'ত আছে চালে। এজুম শিক্ষকৰ মাজত থিয় হৈ সি কথা শুনি আছিল। অইন দিনা ইমানবোৰ মানুহৰ আগত অতুলৰ ওচৰ চাপিবলৈ ৰাধাই ভাল নাপালেহেঁতেন, কিন্তু আজি তাই পোনে-পোনে জুমটোৰ ওচৰলৈ গ'ল আৰু ইংগিতেৰে অতুলক ওচৰলৈ মাতি আনিলে।

"এইবোৰ কি কথা ?" অতুলেই প্ৰথমে সুধিলে।

"আমাৰ ঘৰলৈ যাব ?" ৰাধাই সুধিলে।

"ব'লা। দাদা ঘৰলৈকে গৈছে নে চাওঁগে ? ব'লাচোন। গৈছে যদি দাদাক লগ ধৰোঁগৈ। এইবোৰ কি কথা !"—অতুল উত্তেজিত হৈছিল।

বাটত ৰাধাই জগদীশ শৰ্মাই অৰুণক কোৱা কথাবোৰৰ যিমান শুনিছিল সকলো ক'লে।

"সাংঘাতিক কাণ্ড !"—অতুলে কথাবোৰ শুনি নিজকে কোৱাদি ক'লে।

অৰুণ স্কুলৰ পৰা যোৱা চিনেই আগফালৰ চকী এখনত গম্ভীৰ মুখেৰে বহি আছিল। অতুলহঁত ভয়ে-ভয়ে তাৰ কাষ চাপিল।

"বহা।" অৰুণে অতুলক ক'লে।

অতুল বহিল। ৰাধা দুৱাৰখনৰ ওচৰত থিয় হ'লগৈ। তাইৰ ভিতৰলৈ সোমাই যাবলৈ মন নগ'ল। অতুলে কেনেকৈ কথা আৰম্ভ কৰিব তাকে ভাবিছিল, কিন্তু হঠাতে কথা আৰম্ভ কৰিলে অৰুণে। —"মই লুকচাক ভাল নাপাওঁ। মিনিংলেছ বুদ্ধি-কৌশল ভাল নাপাওঁ। আমাৰ মাজত এটা অপকাৰী মানুহ আছে বুলি গম পাইছোঁ। মই যে গম পাইছোঁ, সেইটো তেওঁক জনাই থলো ; লগতে সকলোকে জনাই থলো। কিন্তু ঠিক বুজিবা, স্কুলৰ ফালৰ পৰা, হে'ডমাষ্টৰ হিচাপে মই আৰু তেওঁৰ একো অপকাৰ নকৰোঁ। মোক চৰকাৰে জেলত ভৰাই থৈ দেশদ্ৰোহী কৰিব নোৱাৰে ; মই তেওঁক চাকৰিৰ পৰা খেদি দেশপ্ৰেমিক কৰিব নোৱাৰোঁ।"

অৰুণমান পৰ মনে-মনে থাকি অৰুণে আকৌ ক'লে, "মই যি ভাল বুলি ভাবিলো কৰিলো ; এতিয়া তেওঁ যি ভাল দেখে কৰক। তেওঁৰ যদি দোষ নাই, তেনেহ'লে মই তেওঁক দোষী বুলি ক'লেই নহ'ব নহয়।"

সেইদিনা ৰাতি চাৰে আঠমান বজাত কেশৱ দাস অৰুণহঁতৰ ঘৰলৈ আহিল। অৰুণ ঘৰতে আছিল।

কেশৱ দাস অলপ সময় মনে-মনে বহি থাকিল। তাৰ পাছত তেওঁ শান্ত মাতেৰে ক'লে, "আপুনি আপোনাৰ ফালৰ পৰা উচিত কামেই কৰিলে। কিন্তু এটা কথা ভাবি চাওকচোন। আপুনি সেই ক্লাছটোৰ ল'ৰাইঁতক সেইদিনা কি কৈছিল, সেইবোৰ শুনি থাকিবলৈ মই তাত বহি আছিলোনে ? নাছিলো। নহয় জানো ?" কেশৱ দাসে উত্তৰৰ আশাত অৰুণৰ মুখলৈ চাই ৰ'ল।

অৰুণে আইনফালে চাই ক'লে, "আপোনাৰ কি ক'বলগীয়া আছে কৈ যাওক।"

কেশৱ দাসে কৈ গ'ল।

সেইদিনা ক্লাছটোত অকণে কথা কওঁতে তাত কেশৱ দাস নাছিল ; কিন্তু মহানন্দৰ পুতেক বীৰু বেঞ্চৰ ওপৰত থিয় হৈ আছিল। পাছদিনা স্কুলত কেশৱ দাসক বীৰুৱে লগ ধৰি ক'লে—দেউতাই আপোনাক আজি গধূলি আমাৰ ঘৰলৈ যাবলৈ কৈছে। কেশৱ দাসে মহানন্দক চিনি নাপায় ; তেওঁ অকণৰ ককায়েক ; সিমানেই তেওঁ জানে। তেওঁ গধূলিৰ পাছত মহানন্দহঁতৰ ঘৰলৈ গ'ল। মহানন্দই তেওঁক আথে-বেথে চাহ-জলপান খুৱালে, তাৰ পাছত ক'লে,—মাষ্টৰ, আপুনি মোক অলপ সহায় কৰিব লাগে। মোৰ ল'ৰাকেইটাৰ আগৰ ছোৱাত পঢ়া-শুনাৰ অলপ খেলিমেলি হ'ল। এতিয়া সিহঁতৰ এটা গত লগাব লাগে। আপুনি গধূলি-গধূলি সৰু দুটাক—এই বীৰু আৰু পূৰ্ণক ঘৰতে অলপ শিকাই-বুজাই দিব লাগে। তাৰ বাবে আপুনি যি বিচাৰে—দিম। পাৰিবনে ?

নোৱৰাৰ কাৰণ নাই। কেশৱ দাসে সুধিলে,—কেতিয়াৰ পৰা ?

মহানন্দই ক'লে,—পলম কৰিতো লাভ নাই! আজিৰে পৰা ; এতিয়াৰে পৰা!

এতিয়াৰে পৰাতো হ'ব নোৱাৰে ; ঠিক আছে, কাইলৈৰ পৰা। কেশৱ দাসে ক'লে।

পাছদিনা যেতিয়া কেশৱ দাস মহানন্দৰ ঘৰলৈ গ'ল, তেতিয়া মহানন্দই মানুহ এজনৰ লগত কথা পাতি আছিল। কোঠালিটোত সোমায়েই দাসে মদৰ গোন্ধ পাইছিল। ক'ত বহি দাসে ল'ৰা পঢ়ুৱাব, মহানন্দই সেইবোৰ কথা নুলিয়ালে ; তেওঁ দাসক ওচৰতে বহুৱাই ললে। কথাই-কথাই দাসে জানিব পাৰিলে,—ইজন মানুহে চৰকাৰৰ ছাপ্লাই ডিপাৰ্টমেণ্টত কাম কৰে ; তেওঁৰ নামটোও কিবা দাস। কথাৰ মাজতে মহানন্দই হঠাতে ডাঙৰ মাতেৰে, হাঁহি-হাঁহি কেশৱ দাসক সুধিলে,—আপোনালোকৰ স্কুলত বোলে আজিকালি দেশ কেনেকৈ স্বাধীন কৰিব পাৰি সেইবোৰ কথা পঢ়োৱা হয় ?

কোনে কৈছে ? —কেশৱ দাসে আচৰিত হৈ সুধিলে।

কিয় ? আপুনি দেখোন নিজেই দেখিছিল। বীৰু! অ'ই বীৰু! —মহানন্দই ভিতৰৰ ফালে চাই মাজু পুতেকক চিঞৰিলে।

তাৰ পাছদিনা কেশৱ দাস যেতিয়া মহানন্দহঁতৰ ঘৰ পায়গৈ, তেতিয়া এজন মানুহে বীৰুৰ লগত কথা পাতি আছে। মানুহজনে কেশৱ দাসক ওচৰত বহুৱাই লৈ যিখিনি কথা ক'লে, তাৰ সাৰাংশ হ'ল—বীৰুৰ মুখৰ পৰা তেওঁ বহুত কথা জানিলে। বাকীখিনি কথাৰ কাৰণে কেশৱ দাসে তেওঁক সহায় কৰিব লাগিব। এইবিলাক কথা বাহিৰৰ কোনেও নাজানিব, কেৱল কেশৱ দাস আৰু তেওঁৰ মাজতে থাকিব।

মানুহজনৰ নাম অন্নদাচৰণ।   তেওঁ ছি, আই, ডি-ত কাম কৰে।

কথাখিনি কৈ কেশৱ দাস অকণমান সময় ৰ'ল।  ইতিমধ্যে অৰুণ চকীখনত পোন হৈ বহিছিল। পৰ্দাখনৰ সিফালে দুৱাৰৰ চৌকাঠত আঁউজি থকা ৰাধাই যেন উশাহ লবলৈ পাহৰি গৈছিল।

"তাৰ পাছত মোৰ সেই মানুহজনৰ লগত বীৰুহঁতৰ ঘৰতে আৰু এদিন দেখা হৈছে। মোক তেওঁ স্কুলৰ খা-খবৰ সুধিছে; স্কুলত মেল-মিটিং কিবা হৈছে নেকি সুধিছে; মই যি জানো, যি দেখিছোঁ— কৈছোঁ। স্কুলত মিটিং নাই হোৱা, অথচ মই হৈছে বুলি ক'লো" আপুনি ক'ত কি কৰিছে মই নাজানো, কিন্তু সাজি-সাজি কিছুমান কথা ক'লো,—তেনেকুৱা কাম মই কৰা নাই।"

অলপ পৰ মনে-মনে থাকি, "মোৰ কথা সিমানেই। তাকে আপোনাক কৈ যাবলৈ আহিলো।"—বুলি কেশৱ দাস উঠিল।

অৰুণ নিস্তব্ধ হৈ বহি ৰ'ল। কেশৱ দাস কোঠালিটোৰ পৰা ওলাই যোৱাৰ পাছতহে সি চক্ খোৱাৰ নিচিনাকৈ মূৰটো লৰালে আৰু তাৰ পাছত ঘপহকৈ থিয় হ'ল। আগফালৰ চোতালত সি কেশৱ দাসক লগ ধৰিলেহি; কিন্তু তাৰ মুখেদি কোনো কথা নোলাল। "আহোঁ"— বুলি কৈ কেশৱ দাস গে'টখনেদি ওলাই গ'ল। অৰুণে কিবা এটা ক'বলৈ বুলি কেশৱ দাসক পিছফালৰ পৰা মাতিব খুজিলে। সি সোঁহাতখন দাঙিলে; কিন্তু কেই মুহূৰ্তমানৰ পাছত হাতখন লাহে-লাহে নমাই আনিলে। কেশৱ দাস আন্ধাৰত সোমাল; কিছু সময়ৰ পাছত তেওঁক দোকান এখনৰ পৰা ওলোৱা মেনথল লাইটৰ পোহৰত দেখা গ'ল, তাৰ পাছত তেওঁ আকৌ নেদেখা হ'ল। ইমান সময় অৰুণ পদুলিমুখতে থৰ লাগি থিয় হৈয়েই থাকিল।

অলপ পাছত সি গম পালে—ৰাধা আহি গে'টখনৰ ওচৰত বৈছেহি। সি সেইখিনিৰ পৰা আঁতৰি যাবলৈ খোজ পেলালে। ৰাধাই সুধিলে, "কলৈ যাব?"

"নাই, কলৈকো নাযাওঁ" বুলি অৰুণ স্কুলৰ ফালে আঁতৰি গ'ল। ৰাস্তাটোৰ কাষে-কাষে সি তলমূৰ কৰি খোজ কাঢ়িবলৈ ধৰিলে।

কেশৱ দাসে কথা শেষ কৰাৰ আগতেই অৰুণ স্তব্ধ হৈ গৈছিল। সি ভাবি-ভাবি কথাবোৰৰ লগত মানুহবোৰক খাপ খুৱাব পৰা নাছিল; কিন্তু

তাৰ সন্দেহ হৈছিল—কৰবাত কিবা এটা হৈছে। মহানন্দৰ ঘৰত ছি, আই, ডি-ৰ মানুহ ?

কৰ নোহোৱাকৈয়ে অৰুণে ঘনশ্যাম চৌধুৰী উদ্যানৰ গে'টখন পাৰ হৈ গৈছিল। এঠাইত সি ৰ'ল আৰু কিবা এটা ভাবি উভতিল। লাহে-লাহে সি মগজুত এটা উত্তাপ অনুভৱ কৰিলে। তাৰ খোজ খৰ হ'ল। দূৰৰ পৰা সি যোগমায়া নিকেতন নামৰ ঘৰটোলৈ চালে। দুটা কোঠালি আৰু আগফালৰ বাৰান্দাত লাইট জ্বলি আছে।

অৰুণ সোমাই গ'ল। বাৰান্দাত থিয় হৈ সি মাতিলে, "বীৰু!" তাৰ পাছত সি বন্ধ দুৱাৰখনত টক-টক কৰি আকৌ মাতিলে, "বীৰু! পূৰ্ণ!"

দূৰত সৰুকৈ এটা মাত শুনা গ'ল, "কোন ?"

অৰুণ মনে-মনে থিয় হৈ ৰ'ল। সি মূৰ তুলি ওপৰলৈ চালে। ইলেক্‌ট্ৰিক লাইট লগোৱা বগা তাঁৰবোৰ ক'লা বাতামৰ ওপৰত টি-টিকৈ জিলিকি আছে। এঠাইত কেইডালমান তাঁৰৰ মূৰবোৰ ওলমি আছে। লাইট লগোৱা কাম সম্পূৰ্ণ হোৱা নাই।

বাৰান্দাখনত তিনিখন কাঠৰ চকী, মাজত এখন গোল মেজ। এসময়ত অৰুণে নিজে অৰ্ডাৰ দি চন্দ্ৰ মিস্ত্ৰিৰ হতুৱাই সজোৱা চকী-মেজ।

পাৰ্বতীয়ে দুৱাৰখন খুলি পৰ্দাখন আঁতৰাই বাহিৰলৈ চালে। লগে-লগে তাই চিঞৰ মাৰিলে, "অ' অৰুণ? আহাঁ। ইস ৰাম, আজিনো কি মন গ'ল ?"

"দাদা আছেনে ?"

"দাদাৰৰ কথা হ'ব বাৰু পাছত ; আহাঁচোন তুমি, আহাঁ।" পাৰ্বতীয়ে বৰ আগ্ৰহেৰে ক'লে।

অৰুণ সোমাই গ'ল। কোঠালিটোত নতুন-নতুন কুছন পৰা, আহল-বহল চকী, মাজত বাৰ্নিছ কৰা চিকচিকীয়া মেজ, মজিয়াত এখন সৰু ফুলাম কাৰ্পেট।

"বহাঁ।"

অৰুণ বহিল। পাৰ্বতীয়ে ভৰভৰকৈ কৈ গ'ল— অৰুণক আজিকালি দেখিবলৈকে নাই। পাৰ্বতী যেতিয়াই সিহঁতৰ ঘৰলৈ যায়, তেতিয়াই খবৰ লৈ শুনে— অৰুণ নাই, ওলাই গৈছে। আজি যে কেনেকৈ এইখন ঘৰত তাৰ ভৰি পৰিল ঈশ্বৰেহে জানে।

"দাদা ?" পাৰ্বতীয়ে শেষ কৰাৰ পাছত অৰুণে সুধিলে।

"তেখেত আছিল ঘৰতে। এই অকণমান আগতে ওলাই গৈছে। তুমি চাহ-তাহ খোৱা মানে আহিবই চাগে।"

অৰুণে চাহ-তাহ নালাগে বুলি আপত্তি কৰিলে, পাৰ্বতীয়ে নুশুনিলে।

তাই চাহ কৰিবলৈ ভিতৰ সোমাওঁতে অৰুণে সমুখৰ চকীৰ কুলাম কুছনটোৰ ফালে শূন্য দৃষ্টিৰে চাই বহি ৰ'ল।

সমুখৰ মেজত চাহ-জলপানখিনি ঠিকঠাককৈ সজাই দি-দি পাৰ্বতীয়ে ক'লে, "এখেত দাসৰ ঘৰলৈকে গ'ল নে কি!"

"কোন দাস?" অৰুণে উৎসুক হৈ সুধিলে।

"এই যে এইখিনিৰে মনোৰঞ্জন দাস। কাম নাথাকিলে গোধূলি এখেত তেওঁলোকৰ ঘৰতে বহেগৈ। ৰবা, ইহঁতৰ এটাক খবৰ কৰি আহিবলৈ পঠিয়াই দিওঁ।"

"নাই নালাগে। মই তেখেতক পাছত লগ ধৰিম।" অৰুণে লৰা-লৰিকৈ ক'লে। পাৰ্বতীয়ে বৰ মৰমেৰে, আন্তৰিকতাৰে তাৰ সোধ-পোছ কৰিছিল। সি মহানন্দক যিটো কথা সুধিম বুলি আহিছিল, এইজনী মানুহৰ উপস্থিতিত সেইটো কথা সুধিবলৈ তাৰ মন নগ'ল। এটা নাৰিকলৰ লাৰু, এটা বিস্কুট আৰু চাহ কাপ খাই সি ওলাই আহিল। সি প্ৰথমতে ঘৰলৈ উভতিব বুলি ভাবিছিল, কিন্তু কেইখোজমান আগুৱাই সি মনোৰঞ্জন দাসৰ ঘৰৰ ফালে যাবলৈ মন কৰিলে।

অৰুণহঁতে সেই যে প্ৰথম মাটি বেচিবলৈ আৰম্ভ কৰিছিল, তেতিয়াই সিহঁতৰ পৰা মাটি কিনা মানুহ মনোৰঞ্জন দাস। ইমান বছৰেও অৰুণৰ লগত মানুহজনৰ বিশেষ ঘনিষ্ঠ সম্পৰ্ক হোৱা নাই। ওচৰ-চুবুৰীয়া হিচাপে বাটত দেখিলে মাতে; এবাৰ দাসে তেওঁৰ সৰু ল'ৰাটোৰ অন্নপ্ৰাশনলৈ মাতিছিল, অৰুণ গৈছিল; দাসৰ ডাঙৰ পুতেক অনাদিয়ে কলেজৰ কিবা কথা সুধিবলৈ কেতিয়াবা গৌৰীক বিচাৰি অৰুণহঁতৰ ঘৰলৈ আহে; অৰুণে মুখামুখি হ'লে তাক সোধে—"ভালনে তোমালোকৰ?" অনাদিয়ে কয়— "ভাল ছাৰ।" — সিমানেই। কিন্তু সৌ সিদিনা অহা মহানন্দই আজৰি পালেই গধূলি মনোৰঞ্জন দাসৰ ঘৰত বহেগৈ। মনোৰঞ্জন দাস ঠিকাদাৰ মানুহ; মহানন্দয়ো এতিয়া নানা ধৰণৰ ঠিকাৰ কামত হাত দিছে; সেই কাৰণেই হয়তো তেওঁলোকৰ এটা যোগাযোগ হৈছে। হ'ব পাৰে। কেই মুহূৰ্তমানৰ কাৰণে অৰুণৰ মনলৈ এই ভাবটো আহিল, তাৰ পাছত গুচি গ'ল।

মনোৰঞ্জন দাসৰ ঘৰৰ পদূলিত খোজৰ গতি কমাই অৰুণে ঘৰটোলৈ চালে। এটা কোঠালিৰ দুৱাৰ খোলা। ভিতৰত কোনোবাই কথা পতাৰ শব্দ অৰুণৰ কাণত পৰিল। সি ঠিক কৰিলে—এইখিনিতে অহা-যোৱা কৰি সি অলপ সময় ৰ'ব। মহানন্দ ওলাই আহিবও পাৰে। বাস্তাত কথাখিনি পাতিবলৈ তাৰ সুবিধা হ'ব। কথাখিনি ভাবি-ভাবি সি

গেটখনৰ পৰা অলপ আঁতৰি গৈছিল ; ঘৰটোৰ পৰা কোনোবা এজন ওলাই অহা দেখি হঠাতে সি উত্তেজিত হৈ উঠিল। সি মানুহজনৰ একেবাৰে কাষ চাপি গ'ল।

"গোপাল নে কি ?" অৰুণে সুধিলে।

গোপালে থতমত খাই গৈছিল। সি থোঁতামোজা লগাই ক'লে, "হয় দাদা।"

"ক'লৈ আহিছিলি ?"

"ইয়াত, দাসবাবুৰ লগত অলপ কাম আছিল।"

"দাসবাবুৰ লগত আকৌ তোৰ কিহৰ কাম অ' ?"

"কাম মানে—" গোপালে এক মুহূর্তমান সময় কিবা ভাবিলে, ভাবি ক'লে, "অলপ টকা পাবলগীয়া আছিল, তাৰে খবৰ কৰিবলৈ আহিছিলো।"

অৰুণেও অলপ সময় নিঃশব্দে গোপালৰ মুখলৈ চাই ৰ'ল। তাৰ এনেকুৱা এটা সময় পৰিছে, এইখিনি সময়ত যেন সি কাকো বিশ্বাস নকৰিব। গোপালেও যেন বিশ্বাস কৰিবলগীয়া কথা কোৱা নাই।

অৰুণে গহীন মাতেৰে সুধিলে, "তাত দাদা আছে নে কি ?"

"কোন ? মহানন্দ দাদা ? আছে।" সহজ প্ৰশ্ন এটাৰ উত্তৰ দিবলৈ পাই গোপালে যেন সকাহ পালে।

"মই মাতিছোঁ বুলি কগৈ যাচোন।"

গোপাল সোমাই গ'ল আৰু অলপ পাছতে মহানন্দৰ পিছে-পিছে ওলাই আহিল। অৰুণৰ ওচৰ চাপি মহানন্দই কোমল মাতেৰে সুধিলে, "কি হ'ল অৰুণ ? মোক বিচাৰিছিলা বোলে ?"

গোপালে লৰালৰিকৈ তাৰ ঘৰৰ ফালে খোজ ল'লে।

"হয়।"—অৰুণে ক'লে।

"মই ইয়াত আছোঁ বুলি তুমি কেনেকৈ জানিলা ?"

"মই আপোনালোকৰ ঘৰলৈ গৈছিলো।"

"এ হয় নে কি ? ব'লা ব'লা।" মহানন্দই নিজৰ ঘৰলৈ যাওঁ বুলি খোজ পেলালে।

অৰুণে ক'লে, "নালাগে। এতিয়া আৰু নাযাওঁ। মই কথা এটা সুধিব খুজিছিলো। ইয়াতে সোধোঁ।"

মহানন্দ অৰুণৰ মুখামুখি হৈ থিয় হ'ল। তেওঁ সুধিলে, "কি কথা ?"

অৰুণে অকণো সময়, এটা শব্দও নষ্ট কৰিব নুখুজিলে। সি ক'লে, "অন্নদাচৰণ নামৰ ছি, আই, ডি, ত কাম কৰা মানুহ এজন আপোনালোকৰ ঘৰলৈ আহে বুলি শুনিছোঁ।" কথাষাৰ কৈ সি মহানন্দৰ মুখলৈ চালে।

মহানন্দৰ হাতত এটা জ্বলোৱা ছিগাৰেট আছিল। তেওঁ ছিগাৰেটটো মুখত লগাইছিল; অৰুণৰ কথা শুনি নোহোঁপাকৈয়ে সেইটো নমাই আনিলে। অৰুণমান সময় অৰুণৰ মুখলৈ চাই থাকি তেওঁ ক'লে "হয়, আছে। কিয় সুধিলা?"

"আপোনাৰ ঘৰলৈ কোন আহে, কাৰ-কাৰ লগত আপোনাৰ চা-চিনাকি হৈছে, আহ্-যাহ হৈছে, সেইবোৰ খবৰ লোৱাৰ আচলতে মোৰ কোনো দৰকাৰ নাছিল। কিন্তু এই মানুহজনৰ পৰা মোৰ, আমাৰ স্কুলখনৰ অপকাৰ হ'ব পাৰে, বা হৈছে। সুবিধা পালে তেনেকুৱা মানুহে এটা সময়ত অপকাৰ কৰিবই। কিন্তু মোৰ কথা হৈছে, আপুনি তেওঁক সুবিধা কৰি দিছে নে কি?"

"সুবিধা মানে?" মহানন্দই শান্ত মাতেৰে সুধিলে।

"মানে আমাৰ অপকাৰ কৰিবলৈ আপুনি সেইজন মানুহক আমাৰ পাছত লগাই দিছে নে কি?—অৰুণৰ মাতটো হঠাতে কঠোৰ হৈ উঠিল।

অলপ সময় দুয়োটা মানুহ মনে-মনে থাকিল। মহানন্দই ছিগাৰেট-টোত দীঘলকৈ হোঁপা এটা মাৰিলে। ধোঁৱাখিনি মুখৰ পৰা ওলাই শেষ হোৱাৰ আগতে তেওঁ কথা আৰম্ভ কৰিলে; ক'লে, "অৰুণ, তুমি কথা-বতৰাত বৰ খাৰাংখাচ বুলি মই শুনিছোঁও, নিজে প্ৰমাণো পাইছোঁ। এতিয়া ময়ো যদি তোমাৰ লগত খাৰাংখাচকৈ কথা পাতোঁ, তেনেহ'লে কথাটো বেয়া হয়; নহয় জানো?"

"একো বেয়া নহয়। আপুনি কথাবোৰ খুলি নক'লে মই খ্ৰি শুনিছোঁ, খ্ৰি বুজিছোঁ, সেইবোৰকে ধৰি থাকিম। আপোনাক এতিয়া এনেকৈ সোধাৰ কাৰণ হ'ল—মই যে আপোনাৰ কথা এনেকৈ ভাবিছোঁ, সেইটো আপুনি জানি থব লাগে। কথাবোৰ সঁচা নে মিছা, সেইটো বিচাৰ কৰাৰ ব্যৱস্থা মই কৰিম। কিন্তু আপুনি যদি নিজ মুখে সঁচা কথাবোৰ কয়, তেনেহ'লে আপোনাৰ লাভ হ'ব। ভৱিষ্যতে আপুনি কেনেকৈ চলিব লাগে, সেই বিষয়ে মই এতিয়াই আপোনাক কৈ যাব পাৰিম।"

অৰুণৰ মুখত অ'ৰ-ত'ৰ পৰা সামান্য পোহৰ পৰিছিলহি; কিন্তু তাৰ কথাৰ সুৰত মহানন্দই তাৰ মুখখন যেন পৰিষ্কাৰকৈ দেখা পালে। তেওঁ আৰু এহোঁপা ছিগাৰেট খালে, আৰু ওঁঠলৈ ক্ষীণ হাঁহি এটা আনি সৰু মাতেৰে সুধিলে, "তুমি কি শুনিছা? কি বুজিছা?"

অৰুণে ক'লে, "কি শুনিছোঁ সেইবোৰ বাৰু নালাগে, কি বুজিছোঁ সেইখিনি শুনক। বীৰুৱে স্কুলৰ কথা ঘৰত কয়। স্কুলৰ কথা মানে বাধাৰ কথা আৰু মোৰ কথা। আৰু বেছি কথা জানিবলৈ আপুনি কেশৱ দাসক প্ৰাইভেট টিউটৰ পাতিছে। তাৰ পাছত

ছি, আই, ডি,ৰ অন্নদাচৰণক ঘৰ লগাইছে আৰু অন্নদাচৰণে মোৰ কথা চৰকাৰক জনাইছে।"

অৰুণে তীক্ষ্ণ দৃষ্টিৰে আধা আন্ধাৰত ডুব গৈ থকা মহানন্দৰ মুখলৈ চালে। মহানন্দই মাটিলৈ চাই আছিল; তেওঁ মূৰ তুলি অৰুণৰ চকুলৈ চাই শান্ত সুৰেৰে ক'লে, "তুমি ইমান বুদ্ধিমান, জ্ঞানী ল'ৰা;— তুমি যি বুজিছা, সেয়া ভুলকৈ বুজিছা বুলি কমনে? মই তোমাক—"

অৰুণে কথাৰ মাজতে চেপা মাতেৰে গৰ্জি উঠিল, "কিন্তু আপুনি এইবোৰ কৰিছে কিয়?"

মহানন্দই অৰুণৰ প্ৰশ্নটো গ্ৰাহ্য নকৰিলে। তেওঁ নিজৰ আধা কোৱা বাক্যটো আকৌ আৰম্ভ কৰিলে, "মই তোমাক কৈ দিছোঁ, তুমি এই সুৰেৰে, এইবোৰ কথা মোৰ লগত নাপাতিবা। ভৱিষ্যতে মই কেনেকৈ চলিব লাগে সেইটো তুমি কম বুলি কৈছিলা নহয়? নালাগে ক'ব। সেইটো মই নিজে ঠিক কৰিম। তুমি ভৱিষ্যতে কেনেকৈ চলিব লাগে, সেইটো মই ক'লোৱেই। হ'ব? যাওঁ দিয়া।"—

ছিগাৰেটৰ টুকুৰাটো বাটৰ কাষলৈ দলিয়াই দি মহানন্দই খোজ পেলালে। কেইখোজমান গৈ হঠাতে তেওঁ উভতিল। অৰুণৰ কাষ চাপি আহি তেওঁ ক'লে, "আৰু তুমিনো ভৱিষ্যতৰ কথা নতুনকৈ ক'ব লাগিছে কিয়? তুমিতো সেইদিনা কৈছিলাই,—দেউতাক তুমিও চিনি পোৱা, ময়ো চিনি পাওঁ;—দেউতাৰ মান-সন্মান ৰক্ষা কৰিবলৈ তোমালোকে তোমালোকৰ ভাগে যি পৰা কৰিবা, মই মোৰ ভাগে যি পাৰোঁ কৰিব লাগে।—কৈছিলা নহয়? তাৰ পাছত আৰু নতুন কথা ক'বলৈ কিটো আছে? মইতো নুবুজা মানুহ নহওঁ।"

তাৰ পাছত হঠাতে মহানন্দৰ মাতটো টান হৈ পৰিল,—"মই চব বুজোঁ অৰুণ। চব বুজি আছোঁ আৰু বুজি থাকিমো। মোক বেঙা বুলি নধৰিবা মই কিমান বুজি আছোঁ, তোমালোকে ধাৰণাই কৰিব পৰা নাই।"

এইবাৰ মহানন্দ যে আঁতৰি গ'ল, আৰু নুভতিল। অৰুণ সেইখিনিতে থিয় হৈ ৰ'ল। অলপ পাছত সি লাহে-লাহে ঘৰৰ ফালে খোজ ল'লে। তেতিয়া চুবুৰিটোৰ কাৰোবাৰ কাৰোবাৰ ঘৰৰ কলৰ পাৰত কাঁহী-বাটি ধোৱাৰ শব্দ হৈছে।

# তেৰ

কেশৱ দাস ওলাই যোৱাৰ পাছত ৰাধাই ঘৰখনৰ মানুহবোৰৰ পৰা আঁতৰি, অ'ত বহি, ত'ত থিয় হৈ বহু সময় কটাই দিলে। এবাৰ যোগমায়াই তাইক বিচাৰি-বিচাৰি গোসাঁইঘৰৰ ওচৰত চোতালখনত পাই সুধিলে—কি হ'ল? মানুহজনে কিহৰ কথা কৈছিল? ৰাধাই ক'লে,—একো নাই হোৱা। সেইবোৰ স্কুলৰ কথা, মাকে সেইবোৰ শুনিব নালাগে। যোগমায়াই তাইৰ কথাটো সঁচা নহয় বুলি সন্দেহ কৰি আচল কথাটো ক'বলৈ পেৰাপেৰি কৰিলে; ৰাধাই শেষত মাকক ভেকাহি মাৰি আঁতৰাই পঠালে।

গৌৰীয়ে কেইবাবাৰো মতাৰ পাছত তাই ভাত খাবলৈ বুলি পাগঘৰলৈ গ'ল; কিন্তু নিজৰ কাঁহী-বাটিৰ বস্তুবিলাক আৰ-তাৰ কাঁহীলৈ দি খোৱাৰ নামটো কৰি উঠি আহিল। বিছনাত পৰাৰ পাছত অন্নদাচৰণ নামৰ মানুহ এটাই তাইৰ মনৰ ওপৰত উপদ্ৰৱ কৰিবলৈ ধৰিলে। মানুহটো মহানন্দ বৰদেউতাকৰ ঘৰতো সোমালহি! কিমান কি কৰিব মানুহটোৱে? অকণে আজি জানিলে,—তাৰ মেল-মিটিঙৰ কামৰ লগত মানুহটোৰ কেনেকুৱা সম্পৰ্ক ঘটিছে; কিন্তু ৰাধা আৰু অতুলৰ লগত মানুহটোৰ কেনেকুৱা সম্পৰ্ক ঘটিছে, সেইটোতো সি নাজানে! অন্নদাচৰণ যে কামাখ্যাচৰণৰ ভায়েক, আৰু কামাখ্যাচৰণৰ জীয়েকক যে—

ৰাধাই ঠিক কৰিলে— কামাখ্যাচৰণহঁতৰ কথাও অকণক ভাঙি-পাতি কৈ দিয়া ভাল। কিন্তু কোনে ক'ব? তাই নিজে ক'ব নে অতুলে ক'ব? ওঁহো, তাই এইবোৰ কথা অকণক ক'ব নোৱাৰিব।

পাছদিনা ৰাধা সোনকালে স্কুললৈ আহিল। অতুলো আজিকালি সোনকালে আহে! সি যিমান পাৰে সোনকালে সি থকা ঘৰটোৰ পৰা ওলাই আহে আৰু স্কুলৰ কমনৰুমত বহি কিতাপ পঢ়ি থাকে।

ৰাধা যেতিয়া স্কুল পালেহি তেতিয়া অইন কোনো শিক্ষক অহা নাই। সোনকালে কথাখিনি শেষ কৰিবলৈ ৰাধাই যিমান পাৰে খৰকৈ, ভয়ত চেপা খাই থকা মাতেৰে কেশৱ দাসে কোৱা সকলো কথা অতুলক ক'লে আৰু শেষত ক'লে, "আপুনি আপোনাৰ ঘৰৰ কথাবোৰ একো লুকচাক নকৰাকৈ দাদাক কৈ দিয়ক। দাদাই সকলো জানিব লাগে। আজি আপোনাৰ এটা ক্লাছ অফ আছে নহয়?"

"আজিয়েই কম নে ?" অতুলে সুধিলে।

"আজিয়েই। আৰু স্কুল ছুটিৰ পাছত আমাৰ ঘৰলৈ যাব। দাদাই কি ক'লে শুনিম, আৰু মোৰো কেইটামান কথা আছে।"

ৰাধাৰ শেষৰ ক্লাছটো অফ আছিল। ঘৰলৈ আহি তাই অলপ সময় বিছনাত পৰি থাকিল। তাৰ পাছত হাত-মুখ ধুই ভাল কাপোৰ এযোৰ পিন্ধি তাই অতুললৈ বাট চালে। অতুল আহিল সাঁজ লাগি ভগাৰ পাছত। গৌৰীহঁত তেতিয়া পঢ়িবলৈ বহিছিল, যোগমায়া আৰু লক্ষেশ্বৰ গোসাঁইঘৰত সোমাইছিল।

"কিয় ইমান পলম হ'ল?" ৰাধাই অতুলক বহিবলৈ কোৱাৰ আগেয়েই সুধিলে।

"দাদাই মোক স্কুল ছুটিৰ পাছত আকৌ মাতি নিছিল। এইমাত্ৰ কথা শেষ কৰিছে।" অতুলে নিজে চকী এখনত বহি লৈ ক'লে।

"সি এতিয়া কলৈ গ'ল? ঘৰলৈতো অহা নাই।"

"মই আহোঁতে স্কুলতে আছে। ঘৰলৈ অহাৰ কথা— সোধোঁতে কাম আছে বুলি ক'লে।" অতুলে হাতৰ কিতাপ-বহীখিনি ওচৰৰ মেজ এখনত থৈ ভাগৰুৱা মানুহৰ নিচিনাকৈ চকীখনত আঁউজি দিলে।

ওচৰৰ চকীখনত বহি লৈ ৰাধাই সুধিলে, "কথাবোৰ ক'লে?"

অতুলে মূৰ দুপিয়ালে।

"দাদাই কি ক'লে?"

"তেখেতে নিজৰ ফালৰ পৰা বেছি একো কোৱা নাই। মোকহে বহুত কথা সুধিলে। তেখেতে কেৱল এটা কথা বুজি পোৱা নাই। অন্নদাচৰণ ভোমালোকৰ মহানন্দ দাদাৰ লগ লাগিল কেনেকৈ?"

দুয়ো অলপ সময় মনে-মনে ৰ'ল। তাৰ পাছত ৰাধাই ক'লে, "ময়ো সেই কথাটোকে ভাবি আছোঁ। ভাবি-ভাবি কি পাইছোঁ জানে?"

অতুলে ৰাধাৰ চকুলৈ চালে। ৰাধাৰ চকুযোৰ করুণ হৈ উঠিল। সৰু মাতেৰে তাই নিজেকে কোৱাদি ক'লে, "আচলতে দাদাই যে স্বাধীনতা আন্দোলনৰ কাম কৰে, সেইটোৰ ওপৰত চাগে সেই মানুহবোৰৰ সিমান চকু নাই। বেছি চকু চাগে আমাৰ ওপৰত, মোৰ ওপৰত। কি ঠিক—মোৰ খবৰ ল'বলৈ আহিয়েই কিজানি সেই মানুহঘৰৰ ডাঙৰ দাদাৰ ওচৰ পাহেলি!"

"তুমি তেনেকৈ ভাবিছা কিয়? কিবা প্ৰমাণ পাইছা নেকি?" অতুলে সুধিলে।

"প্ৰমাণ পোৱা নাই; কিন্তু কিয় জানো ক'ব নোৱাৰোঁ—মোৰ তেনেকুৱা এটা ভাব হৈছে।" অলপ পৰ খিৰিকিৰ পৰ্দাৰ ফাঁকেদি

বাহিৰ হ্মালে চাই থাকি ৰাধাই সুধিলে, "আপোনাক মই এটা কথা সোধোঁ। সঁচা কথা ক'ব। মই বেয়া নাপাওঁ।"

অতুলে অকণমান সময় ৰাধাৰ চকুলৈ চাই ৰ'ল। তাৰ পাছত ক'লে, "সোধা।"

"আপোনাৰ হ্মালৰ পৰা সেই মানুহঘৰে কিবা লাই পাইছে নে কি?"

"মানে?"

"মানে—সেই মানুহঘৰে যে এনেকুৱা এটা আশা কৰিব পাৰিলে, আপুনি তেওঁলোকৰ ডাঙৰ ছোৱালীজনীৰ প্ৰতি, বা ঘৰখনৰ বাকী মানুহবোৰৰ প্ৰতি তেনেকুৱা কিবা ভাব দেখুৱাইছিল নে কি? নহ'লে তেওঁলোকেনো হঠাতে—"

"নাই।"—অতুলে ভাবি দিয়াৰ সুৰেৰে চিঞৰ মাৰি উঠিল। তাৰ পাছত সি অইনহ্মালে চাই মনে-মনে থাকিল। অলপ পাছত সি সেই একে সুৰেৰেই ক'লে, "তুমি সুধিছা—মই সেই ছোৱালীজনীক, তাইৰ মাক-বাপেক ভনীয়েকহঁতক কিবা প্ৰশ্ৰয় দিছিলো নে কি? সেইটোৱেইতো কথা? নহয় জানো? মই তেনেকৈ কাৰোবাক প্ৰশ্ৰয় দিয়া হ'লে তুমি গম নাপালাহেঁতেননে?"

তাৰ পাছত কিছু সময়লৈ কোনেও কথা নক'লে। এসময়ত ৰাধা মনে-মনে চাহ আনিবলৈ বুলি ভিতৰলৈ সোমাই গ'ল। চাহ-জলপান আনি মেজত সজাই দি "খাওক" বুলি কৈ তাই কিছুসময় আকৌ মনে-মনে ৰহি ৰ'ল। অতুলে চাহ-জলপানৰ প্ৰতি কোনো আগ্ৰহ নেদেখুৱালে।

অলপ পাছত ৰাধাই ক'লে, "খং নাখাব। মই খালী এটা কথাকে ভাবি থাকোঁ। আপোনাৰ মনত একো নাই, আপুনি কাকো লাই দিয়া নাই, তেনেহ'লে কিহৰ জোৰত তেওঁলোকে আপোনাক বান্ধি ৰাখিব খোজে? কিয় আপুনি তেওঁলোকৰ লগত কোনো সম্বন্ধ হ'ব নোৱাৰে বুলি পৰিষ্কাৰকৈ কৈ দি আঁতৰি আহিব নোৱাৰে? এইখন টাউনতনো আপুনি থাকিবলৈ ঘৰ এটা নোলাবনে? এইটো কথা মনলৈ আহিলে মই কষ্ট পাওঁ। সেই কাৰণে খুলি কৈছোঁ।"

অতুলে চকু মুদি কিছু সময় নিশ্চল হৈ বহি ৰ'ল। সি যেতিয়া চকু মেলিলে তেতিয়া ৰাধাই চাদৰৰ আগেৰে চকু আৰু নাকৰ পানী মচিছে। অকণমান সময় ৰাধালৈ চাই থাকি অতুলে ক'লে, "কি কাৰণে তুমি কষ্ট পাইছা সেইটো খুলি কলা, তেতিয়াহে মই বুজিলো,—আমাৰ অৱস্থাটো এতিয়াও তেনেকুৱা হৈ আছে নে কি? ওহোঁ। অনাহকত বিচাৰি-বিচাৰি কষ্ট গোটাই নলবা। আমি সৰুতে এখন সৰু নৈত নাদুৰি-সাঁতুৰি গা ধুইছিলো। নৈখনৰ মাজলৈকে সাঁতুৰি যাওঁ, সিপাৰ পাওঁ পাওঁ হওঁগৈ,—এইবোৰত একো অসুবিধা নহৈছিল। অসুবিধা হৈছিল পাৰৰ ঘাম পানী

পোৱাৰ পাছত। ইমান বোকা। আঁঠুৰ ওচৰলৈকে ভৰি সোমাই যায়। কেতিয়াবাতো এখন ভৰি উলিয়াবলৈ জোৰ দিলে ইখন ভৰি বেছিকৈ সোমাই যায়।"

অতুলে চাহ কাপ তুলি ল'লে, এঢোক খালে, তাৰ পাছত ম্লান হাঁহি এটা মাৰি ক'লে, "ধৰি লোৱা—পাৰত উঠিবৰ সময়ত মই বোকাত সোমাইছোঁ।" আৰু এঢোক চাহ খাই সি ক'লে, "মোৰো কষ্ট হৈছে বুজিছা ? মই তোমাক কৈছিলো নহয়—মই কোনোদিনেই একো সন্দেহেই কৰা নাছিলো। মোক যে জোঁৱাই কৰিবলৈ তেওঁলোকে ইমানদিনে লুচি-ভাজি, চিৰা-মুৰি খুৱাই আছিল মই কেনেকৈ জানো কোৱা !"

অতুল ৰ'ল। একেলগে সি কেইবাঢোকো চাহ খাই কাপ-প্লেটযোৰ নমাই থলে, তাৰ পাছত এখন হাতেৰে ইখন হাত মোহাৰি-মোহাৰি ক'লে, "আজি দাদায়ো মোক কৈছিল—এইখিনিতে কোনোবাই নতুনকৈ সজা সৰু ঘৰ এটা ভাৰা দিব, ইচ্ছা কৰিলে মই এই সপ্তাহতে সেইটো ঘৰলৈ গুচি আহিব পাৰোঁ। কিন্তু মই এনেকৈ নাহোঁ।"

"কিয় ?" ৰাধাই আধাফুটা মাতেৰে সুধিলে।

"এনেকৈ আহিলে সিহঁতে তোমালোকৰ—তোমালোকৰ মানে—আমাৰ সকলোৰে অপকাৰ কৰিব। মই সিহঁতৰ বিষ দাঁত ভাঙি থৈ আহিব খোজোঁ।" অতুল উত্তেজিত হৈ উঠিল।

"মই একো বুজা নাই। কথাবোৰ ভাঙি কওকচোন।"

"তুমি এতিয়া সেইবোৰ একো শুনিব নালাগে ৰাধা। মই তোমাক অনুৰোধ কৰিছোঁ—তুমি মোৰ ওপৰত বিশ্বাস ৰাখা আৰু এইবোৰ কথা যিমান পাৰা পাহৰি থাকা। এইখিনি দিনত মই যিমান কথা জানিছোঁ, তাৰ আধাখিনি জানিলেও তুমি কষ্ট পাবা। মই ইমানকে কওঁ—মই এতিয়া সেই মানুহবিলাকৰ মাজতে থকা দৰকাৰ।"

ৰাধাই কিছুসময় তলমূৰ কৰি কিবা ভাবিলে, তাৰ পাছত ক'লে, "দাদাই সোনকালে আমাৰ বিয়াখন পতাৰ কথা কৈছিল, কিন্তু—"

"কোৱা।"

"মই যদি কওঁ সোনকালে কৰিব নালাগে, তেনেহ'লে আপুনি বেয়া পাব নে কি ?"

"সোনকাল কৰাৰ দেখোন উপায়েই নাই ! মই বেয়া পোৱাৰ উপায় থাকিল ক'ত ?" অতুলে হাঁহি-হাঁহি ক'লে।

অতুল যোৱাৰ এঘণ্টামান পাছত অৰুণ ঘৰলৈ আহিল। সি স্কুলৰ পৰা বাহিৰে-বাহিৰে মিটিং এখনলৈ গৈছিল। সি হাত-মুখ ধুই,

কাপোৰ-কানি সদায় বিছনাৰ ওচৰলৈ আহিল। গাৰু দুটা গালেওৰ মূৰত থিয়কৈ থৈ, তাতে আঁউজি সি ভৰি দুখন মেলি দিলে। অলপ পাছতে ৰাধা কোঠালিটোলৈ সোমাই আহিল। তাই সুধিলে, "কিবা খাবি নে কি ?"

"ওঁহোঁ।" অৰুণে ওচৰৰ মেজখনৰ পৰা কিবা কাগজ এখন তুলি ললে।

"ক'ৰবাত কিবা খাইছিলি জানো ?"

"সেই মিটিঙতে কিবাকিবি খাইছিলো। হ'ব দে। একেবাৰে ভাতেই খাম।"

অৰুণে কাগজখন পঢ়িবলৈ ধৰিলে। ৰাধা মেজখনৰ ওচৰতে থিয় হৈ ৰ'ল। অলপ পৰ মনে-মনে থাকি তাই ক'লে, "মই তোক এটা কথা কওঁ।"

অৰুণে কাগজখন আঁতৰাই তাইৰ মুখলৈ চালে।

"মই ঠিক কৰিছোঁ, কিছুদিনলৈ মই বিয়াৰ কথা নাভাবোঁ। ভয়ো সেইবোৰ কথা আৰু নাভাবিবি।" মেজত পৰা কাপোৰখনত চাহৰ কাপৰ গোলকৈ দাগ এটা পৰিছিল, ৰাধাই সেইটোৰ ওপৰত আঙুলি ঘঁহাই-ঘঁহাই ক'লে।

দিনটোৰ ভিতৰত দুবাৰ অতুলৰ লগত দীপ্তিদীয়াকৈ কথা পতাৰ পাছত অৰুণৰ কাণত ৰাধাৰ কথা কেইষাৰ নতুন যেন নালাগিল। কিছু সময় স্তব্ধ হৈ থাকি সি সুধিলে, "কিছুদিনলৈ মানে কিমান দিনলৈ ?"

ৰাধাই সেইটো প্ৰশ্ন আশা কৰা নাছিল। ককায়েকৰ মুখলৈ চাই আকৌ তলমূৰ কৰি তাই ক'লে, "চাওঁচোন। তেনেকৈ দিন-বাৰ ধৰিতো ক'ব নোৱাৰোঁ। মুঠতে যেতিয়ালৈকে মই নকওঁ, তেতিয়ালৈকে এইটো কথা আৰু নাভাবিবি।"

অলপ পাছত অৰুণে গাৰু দুটা এৰি বিছনাত পোন হৈ বহিল। গম্ভীৰ, সৰু মাতেৰে সি ক'লে, "কিমান দিন তোৰ এইটো কথা নভবাকৈ থাকিলো, তইতো জানই। এতিয়া আকৌ নভবাকৈ থাকিব লাগে। এইটো মোৰ ভুলৰ কাৰণে পোৱা শাস্তিৰ নিচিনাই হ'ল,—কি কৰ ?"

হঠাতে জোঁকাৰ খোৱাৰ নিচিনাকৈ ৰাধাই লগে-লগে ক'লে, "নহয় নহয় দাদা—"

অৰুণে তাইক কথা কোৱাৰ সুবিধা নিদি সুধিলে, "আচলতে তই মোৰ অপকাৰ হয় বুলি এনেকৈ কৈছ, নহয় ? কিন্তু মোৰ কিটো অপকাৰ হ'ব ? আৰু যদি অপকাৰ হ'বলগীয়া আছেই, তেনেহ'লেতো তোৰ বিয়াখন হৈ গ'লেও হ'ব, নহ'লেও হ'ব। মই কৈছোঁ,—তই মোৰ অপকাৰৰ কথা ভাবিব নালাগে।"

"ধৰি ল, মই তোৰ অপকাৰৰ কথা ভবা নাই, মোৰ অপকাৰৰ কথা

ভাবিছোঁ। তেতিয়াতো তই মোৰ কথা মানিবি?"--ৰাধাই পোনে-পোনে অকণৰ চকুলৈ চাই সুধিলে।

"তোৰ অপকাৰ?" অকণৰ মাতটো যেন চেপা খাই ওলাই আহিল।

"ধৰি ল, এতিয়া বিয়া কৰিলে মই বৰ কষ্ট পাম।"

ৰাধাই আকৌ কাপৰ গোল দাগটো মোহাৰিবলৈ ধৰিলে। অকণে একে থৰে তাইৰ মুখলৈ চাই ৰ'ল। তাইৰ মুখখন শান্ত, গম্ভীৰ হৈ আছিল। মুখখনলৈ চাই থাকোঁতে অকণৰ মনটো লাহে-লাহে বিষণ্ণ, অস্থিৰ হৈ উঠিল। অলপ পাছত সি ক'লে, "তই মোক ফাঁকি নিদিবি। ফাঁকি দি লাভ নাই। কিন্তু তই যেতিয়া কষ্ট পাম বুলি কৈছ, মই সেইটো কথা মানিবই লাগিব। কষ্টতো তই ইমান দিনে পায়েই আছ! মুখ খুলি কোৱা নাই কাৰণে মই জানিও নজনাৰ ভাও ধৰি আছোঁ। এতিয়া মুখ খুলি কোৱাৰ পাছতো তোৰ কথা নামানিমনে? মোৰ কষ্ট হ'ব, কিন্তু তই কৈছ যেতিয়া মানিম যা।"

"ইমান দিনে মই কি কষ্ট পাই আছোঁ?"--ৰাধাই আচৰিত হৈ সুধিলে।

"নাই পোৱা নে কি? নাই পোৱা যদি ভালেই!" বিছনাত পৰি থকা কাগজখন মেজত থৈ অকণে কিতাপ এখন হাতলৈ ললে। ৰাধাৰ এনেকুৱা লাগিল--সি যেন আৰু একো নক'বই! কিন্তু অকণমান কিতাপখনৰ ফালে চাই থাকি সি হঠাতে নতুন সুৰত আৰম্ভ কৰিলে, "মাই কৈ থাকে---তোৰ বিয়াখন কেতিয়াবাই হৈ যাব লাগিছিল। ময়োতো নুবুজা নহওঁ। কিন্তু এইবিলাক কথাত মোৰ বৰ ভয় লাগে বুইছ? তথাপি--মই একো নভবাকৈ, একো নকৰাকৈ থকা নাছিলো;---কিন্তু--অতুল অহাৰ পাছত কথাবোৰ বেলেগ হৈ গ'ল। তই বেয়া পাব বুলি তাক আঁতৰাই ৰাখিবও নোৱাৰিলো,---ক'ৰ ল'ৰা কি কথা বুলি ভাবি ফ'তকৰে ওচৰ চপাবও নোৱাৰিলো। চাওঁচোন বুলি থাকোঁতেই বহুত পলম হৈ গ'ল। এতিয়া আকৌ তই নিজেই পলম কৰিবলৈ ওলালি। বৰ কষ্টৰ কথা। ঠিক আছে, মই বাৰু বুজিলো, কিন্তু মাক তই কি বুলি বুজাবি?"

"মাই হ'বলা অকল মোৰ কাৰণেহে কষ্ট পায়? তোৰ কাৰণে নাপায়?" ৰাধাই হঠাতে তৰ্ক কৰাৰ সুৰেৰে সুধিলে। অকণে উত্তৰ দিয়াৰ আগেয়েই তাই ক'লে, "মাইতো কেতিয়াৰে পৰা তোৰ বিয়াৰ কথা কৈ দুখ কৰি থাকে! অলপ আগতে তই সুধিছিলি---কিমান দিনলৈ মোৰ বিয়াৰ কথা ভাবিব নালাগে। মই যদি কওঁ---যেতিয়ালৈকে তই বিয়া নাপাত, তেতিয়ালৈকে মোৰ বিয়াৰ কথা নাভাবিবি বুলি!"

"হঠাতে আকৌ কৰবাৰ কথা কৰবালৈ পোনালি কিয়? নহয় নহয়, তই সেইটো জিদ নধৰিবি।" অকণ অলপ উত্তেজিত হৈ উঠিল। "মোৰ

লগত তোৰ কথাটো নিমিলাবি। এইবোৰ ক'ব কামাখ্যাচৰণ অন্নদাচৰণ মাজত নোসোমোৱা হ'লে তইতো আজি এইবোৰ কথা ক'বলগীয়া নহ'ল-হেঁতেন।" অকণমান সময় ৰাধাৰ মুখলৈ চাই থাকি সি ক'লে, "তই যদি মোৰ কথা শুন,—এতিয়াও কওঁ,—এইবিলাকৰ কাৰণে ভয় কৰি নিজৰ বাটৰ পৰা আঁতৰি নাহিবি। তই যি ভাল পাইছিলি, মই যি ভাল দেখিছিলো সেইটো কৰিমেই বুলি মই তোক চাকৰি কৰিবলৈ দিলো; অতুলৰ লগত তোক বিয়া দিমেই বুলি বাস্তু কৰি দিলো; শেষত এতিয়া—।"

অকণ বিছনাৰ পৰা উঠিল। কোঠালিটোৰ মাজলৈ গৈ সি খঙেৰে ক'লে, "মোৰ মতে—তই তোৰ কাম কৰি যা; এই অন্নদাচৰণহঁতক মোক চম্ভালিবলৈ দে। আৰু তই অকল এই কামাখ্যাচৰণ অন্নদাচৰণহঁতকে দোষ নিদিবি;—সিহঁততকৈ বেছি দোষ কৰা মানুহ আছে। ইহঁত সকলোকে মোক চম্ভালিবলৈ দে।"

ৰাধাই খোলা মাতেৰে সুধিলে, "এইবোৰ মানুহক চম্ভালি থাকিলে সিফালে দেশৰ কামৰ কি হ'ব?"

"চলি থাকিব। এইবোৰো এক ধৰণৰ দেশৰ কাম বুলিয়েই ধৰিচোন। অকল ইংৰাজক খেদোৱাহে দেশৰ কামনে? অকণৰ মাতটো কঠোৰ হ'ল। তাক বৰ অস্থিৰ যেন দেখা গ'ল।

ৰাধাই লগে-লগে গম্ভীৰ মাতেৰে ক'লে, "সেই কাৰণে এতিয়া মই তোৰ লগে-লগে থাকোঁ। মই বহুত ভাবি-চিন্তি কথাটো ঠিক কৰিছোঁ। তই আপত্তি নকৰিবি। মই লগে-লগে থাকিলে তোৰ কিমান সুবিধা হয় ক'ব নোৱাৰোঁ, কিন্তু তোৰ পৰা আঁতৰি থাকিলে মোৰ অসুবিধা হ'ব। আৰু তই ঠিক জানিবি,—কোনোবা কামাখ্যাচৰণ নামৰ মানুহ এটাৰ জীয়েকৰ লগত মই টনা-আঁজোৰা কৰি থাকিব নোৱাৰোঁ। এয়াই শেষ। এইবোৰ কথা আৰু নাপাতোঁ।"

ৰাধা কোঠালিটোৰ পৰা যাবলৈ ওলাল।

"শুনচোন।" —অকণে তাইক ৰখালে।—"বহচোন।"

ৰাধা বিছনাখনৰ এমূৰত বহিল। বহিয়েই তাই ক'লে, "আৰু একো নুবুজাবি কিন্তু।"

অকণে শান্ত, সৰু মাতেৰে ক'লে, "নুবুজাওঁ। কিন্তু মাৰ কথাটো? মাক কি বুলি বুজাম? শোৱা, খোৱা, ঘৰৰ কাম কৰা, আমাৰ দুটাৰ বিয়াৰ কাৰণে আশা পালি থকা,—ইয়াৰ বাহিৰেতো মাৰ একো কামেই নাই। এতিয়া আৰু খোৱা, শোৱা, ঘৰৰ কাম কৰা—এইখিনিহে বাকী থাকিলগৈ। সেইটো কথা ভাবিলে দেখোন মনৰ বলেই নাইকিয়া হৈ যায়। কিন্তু মই যি কৰিব খুজিছিলো—মাৰ কথা ভাবি-ভাবিহে কৰিব খুজিছিলো।"

ৰাধাই অলপ সময় মজিয়ালৈ চাই থাকি ক'লে, "আচলতে মাক এনেকৈ

একো খবৰ-বাতৰি নিদিয়াকৈ ৰাখি আমি ভুল কৰিছোঁ। বেঙী মানুহ-জনীক বেছি বেঙী কৰিছোঁ। মোৰ হিচাপত মাক সকলো কথাৰ ভাগ দিব লাগে।"

"দিলে কি হ'ব? মাই কষ্টহে পাব!"

"খালী কষ্ট পোৱাৰ কথাটোকেনো আগে-ভাগে ভাব কিয়? কিজানি মাৰ খঙেই উঠে। তেনেকৈ চুকত সোমাই বিনাই থকাতকৈ মাই খঙত গৰগৰাই থকাই ভাল। মই ভাবিছোঁ—মই মাক আটাইবোৰ কথা ভাঙি-পাতি কৈ দিম।"

"আটাইবোৰ?"

"আটাইবোৰ।" ৰাধাই জোৰ দি ক'লে।

"মাই বুজিবতো?" অকণে অসহায়ভাৱে সুধিলে।

"কিজানি আমাতকৈ বেছিকৈয়ে বুজে! তাৰ প্ৰমাণ আমি কেতিয়াবা চাইছোঁ জানো?"

ৰাধা কোঠালিটোৰ পৰা ওলাই গ'ল। অকণ লাহে-লাহে আহি বিছনাখনত বহিলহি। অলপ পাছত গাৰু দুটা ঠিক ঠাইত সজাই লৈ সি বিছনাখনত দীঘল দি পৰিল। ঘৰখনৰ অ'ত-ত'ত নানা ধৰণৰ শব্দ হৈ আছিল; কিন্তু অকণৰ চাৰিওফাল নিজান-নিজান লাগিল। অলপ আগতে যেন নতুন ধৰণৰ গণ্ডগোলীয়া দৃশ্য এটা শেষ হ'ল; অলপ পাছতে যেন অইন এটা দৃশ্য আৰম্ভ হ'ব! কি বা হয়! তাৰ ধাৰণা হ'ল—ইমান দিনে ৰাধাৰ লগত ইমান কম কথা পতাটো তাৰ ভুল হৈছিল। আচলতে তাই ইমান কথা ভাবিব আৰু ক'ব পাৰিব বুলি সি ভবা নাছিল। তাই মাকক অতুল, কামাখ্যাচৰণ, অন্নদাচৰণ, কেশৱ দাস, মহানন্দ—সকলোৰে সকলো কথা ক'ব; কিন্তু মহানন্দৰ কথা তাই কিমান ক'ব পাৰিব? তাই যিখিনি নাজানে, সেইখিনি সি নিজে ক'ব নে কি? মনোৰঞ্জন দাসৰ পদুলিত কালি ৰাতি মহানন্দৰ মুখৰ পৰা যি শুনিছিল তাৰেকে? মাকে সহ্য কৰিব পাৰিব নে?

অকণে ঠিক কৰিলে,—সি অন্ততঃ মহানন্দৰ পৰা মাকক আঁতৰাই ৰাখিব।

কালি ৰাতি মহানন্দক কোৱা কথাবোৰ অকণৰ আকৌ মনত পৰিল। সি তাৰ মনৰ কথা মানুহজনক পৰিষ্কাৰভাৱে ক'ব পাৰিলেনে? ক'লেতো! যথেষ্ট টানকৈয়ে ক'লে। কিন্তু মানুহজনে ওলোটাই কি ক'লে? —তেওঁ সকলো বুজে। ভৱিষ্যতে কেনেকৈ চলিব লাগে সেইটো তেওঁ নিজে ঠিক কৰিব। তেওঁৰ লগত অকণে এইবোৰ কথা এই সুৰেৰে পাতিব নালাগে! —ইমান সাহসী মানুহ!

কেইদিনমানৰ পাছতে জগমোহনৰ বনুৱা কেইটামান আৰু মনোৰঞ্জন দাসৰ ঠিকাৰ কামত সহায় কৰা মানুহ কেইটামানে জগমোহনৰ গুদাম-টোৰ পিছফালৰ, অৰুণহঁতে এতিয়াও কাকো নেবেচা মাটি এডোখৰ চফা কৰিবলৈ ধৰিলে। মহানন্দই সেইখিনিতে কিবা সকাম পাতিব। পাছ-দিনা তাত ৰভা এখন থিয় হ'ল। পাৰ্বতীয়ে যোগমায়া, লক্ষেশ্বৰ, তৰা, গৌৰী অৰুণ, ৰাধা—সকলোকে সকামলৈ মাতি গ'ল। কিহৰ সকাম? কেনেকুৱা সকাম? "নাই, এনেয়ে। চুবুৰিৰ মানুহবোৰেও ধৰি আছিল, এখেতেও কিবা এটা কৰিব লাগিব বুলি মনে-মনে ভাবি আছিল; তাকে, —নাম-কীৰ্তন, অলপ-অচৰপ খোৱা-বোৱা,—সেয়াই আৰু!" পাৰ্বতীয়ে হাঁহি-হাঁহি ক'লে।

গধূলিৰে পৰা ৰভাতলি চুবুৰিটোৰ ল'ৰা-ছোৱালীৰে ভৰি পৰিল। লাহে-লাহে বয়সীয়া সকলো আহিল। ৰেলৰ আলিৰ কাষৰ সৰু-সৰু ঘৰবোৰৰ মানুহবিলাক, জগতমোহন-মদনমোহনহঁত, কাবুলী দুটা, শম্ভু-লতিফহঁতৰ মানুহবিলাক, সেই পহ এটা যে পুহিছে মানুহঘৰ,—সকলোকে ৰভাতলিত দেখা গ'ল। লক্ষেশ্বৰে সন্ধিয়াৰ পাছত বাহিৰত থাকিবলৈ ভাল নাপায়। সি পোহৰ হৈ থাকোঁতেই মহানন্দক মাত লগাই গ'লহি। যোগমায়া আৰু তৰা নাম-কীৰ্তন শেষ হোৱাৰ পাছতে ঘৰলৈ উভতিল। অৰুণ কৰবালৈ গৈছিল। ৰাধাই ঘৰ ৰখিলে।

সকামৰ আচল আনন্দ আৰম্ভ হ'ল নাম-কীৰ্তন শেষ হোৱাৰ পাছত। এচামে লুচি-ডাইল-ভাজি, পায়স, ৰসগোল্লা খাবলৈ বহিল, এচামে নিজৰ ইচ্ছামতে তাল-খোল বজাই যি গানেই মনলৈ আহিল তাকে গাবলৈ ধৰিলে। গোপালে মানুহক খুউৱা-বুউৱা কামৰ তদাৰক কৰিলে। সি এখন গামোচা কঁকালত টানকৈ মাৰি লৈছিল, আৰু ঘাম মচিবলৈ আইন এখন ডিঙিত মেৰিয়াই লৈছিল।

যোগমায়াহঁতৰ ঘৰৰ ফালৰ পৰা সকামৰ শেষলৈকে আছিল গৌৰী আৰু তিলক। ৰভাতলিত থিয় দিয়াৰ পৰাই গৌৰীয়ে ইফালে-সিফালে চাই আছিল,—ৰাম ক'ত আছে। ৰাম ওলাইছিলহি খোৱা-বোৱাৰ সময়ত। এবাৰ ওচৰেদি যাওঁতে গৌৰীয়ে তাক মাতি, হাঁহি-হাঁহি কৈছিল, "তোমাক দেখোন আজিকালি দেখিবলৈকে নাই! ভালে আছা?"

"আছোঁ" বুলি কৈ ৰাম আঁতৰি গৈছিল।

ৰাতি এঘাৰমান বজাত বয়সীয়া মানুহবোৰে পৰম তৃপ্তিৰে হাতযোৰ কৰি মহানন্দৰ পৰা বিদায় ললে। মহানন্দয়ো সকলোকে বিনয়েৰে হাতযোৰ কৰি বিদায় দিলে। সকলো যোৱাৰ পাছত ৰভাতলিৰ এটা চুকত মনোৰঞ্জন দাস, মহানন্দ, জগমোহন আৰু সেই ছাপ্লাই ডিপাৰ্ট-মেণ্টত কাম কৰা মানুহজন খাবলৈ বহিল। গোপালে তাৰ দোকানত

কাম কৰা ল'ৰা দুটা লগত লৈ ভেওঁলোকৰ পাতত খোৱাবস্তু বিলালে।

পাছদিনা সেই একেখিনি বনুৱাৰে কেইটামানে ৰভাখন ভাঙি, ঠাই-ডোখৰত কাঠৰ খুঁটা কেইটামান পুতিলে। তাৰ পাছদিনা কাঠমিস্ত্ৰিয়ে কাঠৰ মাৰলি লগোৱা আৰম্ভ কৰিলে। তাৰ পাছৰ তিনি-চাৰি দিনৰ ভিতৰতে ঠাই ডোখৰত বেৰ নোহোৱা, এচলীয়া ঘৰ এটা হ'ল। মনোৰঞ্জন দাসৰ ঠিকাৰ বস্তু থোৱা অস্থায়ী গুদাম-ঘৰ। কেইদিনমানৰ পাছতে ফুটা-ফুটা লোহাৰ শ্বিট কিছুমান বোজাই কৰা ট্ৰাক এখন গুদাম-ঘৰটোৰ সমুখত ৰ'লহি। সেইবোৰ দাসবাবুৰ মিলিটেৰি কেম্প সজা ঠিকাৰ বস্তু।

ট্ৰাকৰ ড্ৰাইভাৰৰ ওচৰৰ ছিটটোৰ পৰা জঁাপ মাৰি নামিল গোপাল। সি মানুহ লগাই শ্বিটবিলাক নমোৱালে আৰু ছালিখনৰ তলত জপাই থোৱালে। শ্বিটবোৰৰ তলত কেইটামান বস্তা আছিল। গোপালে ট্ৰাক-খন তাৰ দোকানৰ আগলৈ নি ৰখাই থলে ; ড্ৰাইভাৰ, হেণ্ডিমেন আৰু বনুৱা তিনিটাক চাহ-বিস্কুট খুৱালে ; আৰু আন্ধাৰ হোৱাৰ পাছত বস্তাকেইটা নমোৱাই বাপেক ৰামনাথৰ শোৱা-কোঠাত ভৰাই থোৱালে।

পাছদিনা আবেলি লক্ষেশ্বৰে এনেয়ে খোজকাঢ়োঁ বুলি চুবুৰিটোত এপাক মাৰিছিল। ৰেলৰ আলিৰ ফালৰ পৰা পাৰ্কখনৰ ফালে আহোঁতে সি নতুন চালিখন দেখি থমকি ৰ'ল। এইখন আকৌ কোনে কেতিয়া সাজিলে ? সিদিনা ইয়াত মহানন্দই সকামহে পাতিছিল। চালিখনৰ চাৰিওফালে ওখকৈ জেওৰাৰ চেহেৰাৰে বেৰ দিয়াৰ কাম কৰি থকা মানুহ এটাক লক্ষেশ্বৰে সুধিলে,—"এইবোৰ কাৰ কি অ' ?"

মানুহটোৱে ক'লে,—সি সেইবোৰ কথা ভালকৈ নাজানে ; গোপাল বাবুৱে বস্তুবোৰ ইয়াত থৈ গৈছে, সিমানেই জানে।

লক্ষেশ্বৰে ঠাইডোখৰ এবাৰ ভালকৈ চাই লৈ ঘৰলৈ উভতিল। ৰাতি ভাত খোৱাৰ সময়ত হঠাতে তাৰ কথাটো মনত পৰিল। সি অকণক সুধিলে, "সিদিনা মহানন্দই সকাম পতা মাটিডোখৰ কাৰোবাক বেচিলি নে কি ?"

"নাই বেচা। কিয় ?" অকণে সুধিলে।

"তাত দেখোন কাঠৰ খুঁটা, টিনপাতেৰে সজা ডাঙৰ চালি এখন দেখিলো। কিবাকিবি বস্তু জমা কৰাও দেখিলো।"

অকণে ভাত চোবোৱা বন্ধ কৰি অকণমান সময় মোমায়েকৰ চকুলৈ চাই ৰল ; তাৰ পাছত সুধিলে, "কাৰ চালি ? কাৰ বস্তু ?"

"জানো। মানুহ এটাই ক'লে—গোপালে থৈছে বোলে।"

"গোপালে ? মানে আমাৰ গোপালে ?"

"মানুহটোৱে কওঁতেতো মই ভেনেকৈয়ে বুজিলো। আকনো কোন গোপাল হ'ব ?"

অৰুণে একো নক'লে। তাৰ মগজুত এটাৰ পাছত এটাকৈ কেইবাটাও কথাই ভুমুকি মাৰি গ'ল।

পাছদিনা পুৱাই সি তিলকক ক'লে—গোপালক মাতি আনিবলৈ। তিলক গোসাঁইঘৰৰ কাষেদি থকা পিছফালৰ বাটটোৰেদি গোপালহঁতৰ ঘৰলৈ গ'ল, আৰু অলপ পাছতে খবৰ দিলেহি—গোপাল ঘৰত নাই, ওলাই গৈছে। অৰুণে ক'লে,—"ঘৰত খবৰ দি আহগৈ,—সি যেতিয়াই উভতি আহে, তেতিয়াই মোক লগ ধৰিব। মই স্কুলত থাকিলে তাতে লগ ধৰিব।"

দিনটো পাৰ হৈ গ'ল, গোপাল অৰুণৰ ওচৰলৈ নাহিল। অৰুণ অলপ পলমকৈ ঘৰ সোমাইছিলহি। ভাত খোৱাৰ আগে-আগে তাৰ মনত পৰিল—ক'তা ? ই গোপালতো নাহিল! অৰুণৰ মূৰটো গৰম-গৰম লাগি গ'ল। খুলি থোৱা চোলাটো আকৌ পিন্ধি সি বাটলৈ ওলাই গ'ল।

গোপালৰ দোকানৰ দুৱাৰ খোলা আছিল। বস্তু জোখা ল'ৰা দুটাই ইটো-সিটো সামৰি আছিল। অৰুণে সোমাই গৈ সিহঁতৰ এটাক সুধিলে, "গোপাল আছে নে নাই ?"

ল'ৰাটোৱে ভিতৰফালে থকা দুৱাৰ এখনলৈ দেখুৱাই ক'লে, "আছে।"

গোপালে কেইদিনমানৰ আগতে দোকানখনৰ লগতে সৰুকৈ এটা কোঠালি সজালে। যিবোৰ কাম দোকানৰ গাদীত বহি কৰাত অসুবিধা, সেইবোৰ সি সেইটো কোঠালিত কৰিবলৈ লৈছে।

অৰুণ দুৱাৰখনৰ ওচৰত থিয় হ'লগৈ। ইতিমধ্যে তাৰ মাত শুনিয়েই গোপাল জাঁপ মাৰি বহাৰ পৰা উঠিছিল। দুৱাৰখন খুলি সি ওলাই আহিল।

"অ' দাদা আহিল ? বলক, ঘৰলৈকে বলক।" কথা কৈ-কৈ সি সৰু কোঠালিটোৰ দুৱাৰখন বন্ধ কৰিলে।

অৰুণে সুধিলে, "মই তোমাক মাতি পঠিয়াইছিলো। খবৰটো পাইছিলা ?"

"পাইছিলো দাদা। মই মানে—"

"কেতিয়া পাইছিলা ?" অৰুণে টান মাতেৰে সুধিলে।

"মই এফালে ওলাই গৈছিলো। দুপৰীয়া ঘৰলৈ আহোঁতে খবৰটো পালো। কিন্তু আজি মই এটা কামত ভাত খায়েই আকৌ ওলাই যাব-লগীয়া হ'ল দাদা।"—গোপালে হাত দুখন মোহাৰি-মোহাৰি ক'লে।

"মই লগ ধৰিবলৈ খবৰ পঠিয়ালো,—মোক লগ ধৰাতকৈও সেই কামটো বেছি জৰুৰী আছিল নে কি ?" অৰুণে তীক্ষ্ণ দৃষ্টিৰে গোপালৰ চকুলৈ চাই সুধিলে। গোপালে উত্তৰ দিয়াৰ আগেয়েই সি ক'লে, "মই

ঘৰলৈ যাওঁ। আগফালে বহি থাকিম। পাঁচ মিনিটৰ ভিতৰতে আহিবা।"

কথাকেইটা কৈ অৰুণ ওলাই গুচি আহিল। ঘৰ পাই আগফালৰ বাৰান্দাৰ চকী এখনত বহি সি একেথৰে গে'টখনৰ ফালে চাই থাকিল।

পাঁচ মিনিট নালাগিল, তিনি মিনিটমানৰ ভিতৰতে গোপাল গে'টখনেদি সোমাই আহিল। সি চিৰিৰ ফালে আগুৱাব খুজিছিল, এনেতে অৰুণে সুধিলে, "মই যে এতিয়া গৈছিলো, তুমিতো দোকানতে আছিলা?"

গোপালে ক'লে, "হয় দাদা।" ক'ব নোৱৰাকৈয়ে সি চিৰিৰ ফালৰ পৰা আঁতৰি, অৰুণৰ পোনে-পোনে চোতালত, বাৰান্দাৰ ভেটিটোৰ ওচৰত থিয় হ'ল।

"তেনেহ'লে নাহিছিলা কিয়? মই নিজে গৈ মাতিবলৈ বাট চাই আছিলা নে কি?"

গৌৰীয়ে অৰুণক ভাত খাবলৈ মাতিবলৈ বিচাৰি ফুৰিছিল। অৰুণে সেই সুৰেৰে কাক কথা কৈছে চাবলৈ তাই দুৱাৰমুখলৈ আহিল।

গোপালে—মানে দাদা—হেঁ হোঁ কৈ কিবা কৈছিল, অৰুণৰ কাণত সেইবোৰ নোসোমাল। সি সুধিলে, "সেই তাত, সেই চালি ঘৰটো কোনে সজালে?"

"মনোৰঞ্জন বাবুৱে।"—গোপালে ক'লে।

"কাৰ পাৰ্মিছন লৈ সজালে?"—অৰুণে খঙেৰে সুধিলে।

গোপালে সৰু মাতেৰে ক'লে, "মহানন্দ দাদাই সাজিবলৈ কৈছিল।"

"কি?" —আচৰিত হৈ অৰুণে চেপা মৰা মাতেৰে সুধিলে।

গোপালে নিৰ্বিকাৰ সুৰেৰে আকৌ ক'লে—মহানন্দই মনোৰঞ্জন দাসক সেই ঠাইডোখৰত চালিখন সাজি গুদাম পাতিবলৈ দিছে।

অৰুণে কাৰ লগত এনেকৈ খঙেৰে কথা পাতিছে চাবলৈ যোগমায়া আৰু ৰাধাও দুৱাৰমুখলৈ আহিল। সিহঁত দুজনীয়ে গৌৰীৰ ওচৰত জুম পাতিলে।

অৰুণ অলপ পৰ মনে-মনে ৰ'ল। মনোৰঞ্জন দাসে মাটি এডোখৰত গুদামঘৰ সাজিব, মহানন্দই অনুমতি দিলে,—অৰুণহঁতে সেইবোৰ কথাৰ একো গম নাপায়। গোপালৰ লগত সেইবোৰ ঘৰুৱা কথা পাতিবলৈ অৰুণৰ মন নগ'ল; কিন্তু ভিতৰি-ভিতৰি সি খঙত অস্থিৰ হৈ উঠিল। গোপালক একো নোকোৱাকৈ এৰি দিবলৈও তাৰ মন নগ'ল। সি সুধিলে, "চালিখনৰ তলত বস্তু-বাহানিবোৰ বোলে তুমি থৈছা?"

"হয় দাদা।" গোপালে কওঁ-নকওঁকৈ ক'লে।

"এইবোৰৰ লগত তোমাৰ কি সম্পৰ্ক ?"

গোপাল মনে-মনে ৰ'ল। অৰুণে আকৌ টান মাতেৰে সুধিলে, "নোকোৱা কিয় ? এওঁলোকৰ লগত তোমাৰ কি সম্পৰ্ক ?"

অলপ পৰ মনে-মনে থাকি গোপালে ক'লে, "তেখেতসকলে ভাওৰকৈ ঠিকাৰ কাম আৰু ব্যৱসায় আৰম্ভ কৰিব খুজিছে। সেই কাৰণে মোক অলপ সহায় কৰি দিবলৈ কৈছে।"

"সহায় মানে––তুমিও তেওঁলোকৰ লগত ঠিকা, ব্যৱসায়––এইবোৰ কৰিবা নে কি ?"

"মইতো আৰু তেওঁলোকৰ সমানে-সমানে সেইবোৰ কৰিব নোৱাৰোঁ, তথাপি যি পাৰোঁ––" গোপালে বিনম্ৰ সুৰেৰে ক'লে।

অৰুণৰ মনত যোৱা কিছুদিনৰ ঘটনাবোৰে একেলগে ভিৰ কৰিছিল। সি যেন সকলো ঘটনাৰ মাজত এক যোগসূত্ৰ বিচাৰি পাইছিল। অলপ সময় গোপালৰ মুখলৈ চাই থাকি সি ক'লে, "সিদিনা ৰাতি তুমি কৈছিলা, ––মনোৰঞ্জন বাবুৰ পৰা অলপ পইচা পাবলৈ আছিল কাৰণে তুমি তেওঁৰ ওচৰলৈ গৈছিলা। কেতিয়াৰ পৰা তোমালোকৰ এই ব্যৱসায় আৰম্ভ হৈছে ? তোমাৰতো এটা ব্যৱসায় আছেই। মনত আছে––তোমাৰ এই ব্যৱসায়টো আৰম্ভ কৰিবলৈ তুমি মোৰ লগত কেইদিন কথা পাতিছিলা ? মাই যে তোমাক সাত শ টকা দিছিল ? মনত আছে ?"

"আছে দাদা।"––গোপালে অৰুণলৈ চাই আকৌ মাটিলৈ চকু নমালে।

"তেনেহ'লে ?" অৰুণে সুধিলে।

যোগমায়া, ৰাধা আৰু গৌৰীয়েও গোপালৰ মুখলৈ চাই ৰ'ল। অলপ পাছত গোপালে ক'লে, "আপুনিতো দেখিছেই দাদা, ঘৰখনত মানুহ কিমান বাঢ়িছে। বজাৰৰ অৱস্থাও দেখিছে। অকল দোকানখনৰ উপাৰ্জনেৰে মিলাব নোৱৰা হৈছোঁ। সেই কাৰণে ভাবিলো,––আৰু কিবা এটাত হাত দিয়া ভাল।"

"মই আকৌ শুনিছিলো––তোমাৰ দোকানৰ ব্যৱসায় বোলে বৰ ভাল চলিছে। নতুন ঘৰ সাজিবলৈ লৈছা।" তাৰ পাছত হঠাতে অৰুণে শান্ত মাতেৰে ক'লে, "যোৱা।"

গোপালে যেন শব্দটো বুজিয়েই নাপালে––এনেকুৱা দৃষ্টিৰে অৰুণৰ মুখলৈ চালে। অৰুণে আকৌ সেই একে মাতেৰেই ক'লে, "যোৱা।"

যাওঁ-নাযাওঁকৈ গোপাল গুচি গ'ল।

ভাত খাবৰ সময়ত অৰুণ গম্ভীৰ হৈ থাকিল। মঙ্গেশ্বৰ, নবীন আৰু তিলকে মনে-মনে ভাত খাই থাকিল। যোগমায়া, তৰা, ৰাধা আৰু গৌৰী অ'ত-ত'ত থিয় হৈ থাকিল। সকলোৰে ধাৰণা হ'ল––ক'ৰবাত কিবা এটা হৈছে।

অলপ পাছত লক্ষেশ্বৰে কাঁহীৰ ফালে চায়েই অৰুণক সুধিলে, "কিনো হৈছে ?"

অৰুণে অলপ পাছত ক'লে, "মানুহ বহুত হ'লতো। হৈছে কিবাকিবি। মই ঠিক ধৰিব পৰা নাই।"

"কথাবোৰ মোক ভাঙি কচোন।" লক্ষেশ্বৰে দাবী কৰাৰ সুৰত ক'লে।

"আপুনি এতিয়া সেইবোৰ শুনিব নালাগে। মিছাকৈয়ে---।" অৰুণে বাক্যটো শেষ নকৰিলে।

"মিছাকৈয়ে কিয় ? মইতো কিছুমান কথা নুশুনাকৈ থকা নাই। তই মোক সকলো কথা পোনে-পোনে ক'লে ভাল হয়। মই কাম নাই কাৰণেহে গোসাঁইঘৰত সোমাই থাকোঁ। দৰকাৰ হ'লে কাম কৰিব পাৰিম নহয় !"

লক্ষেশ্বৰৰ অস্বাভাৱিক গম্ভীৰ সুৰৰ কথাকেইষাৰ শুনি অৰুণে ভাত খোৱা বন্ধ কৰিলে। মোমায়েকৰ মুখলৈ চাই থাকি সি ৰাধাৰ চকুলৈ চালে, তাৰ পাছত মাকৰ চকুলৈ চালে। যোগমায়াৰ মুখখন গম্ভীৰ হৈ আছিল। অৰুণৰ ধাৰণা হ'ল---ৰাধাই মাকক কথাবোৰ ক'লে,--- অন্ততঃ তাই যিখিনি জানে। আৰু মাকে নিশ্চয় মোমায়েককো ক'লে।

মোমায়েকৰ কথাৰ উত্তৰত অৰুণে একো নক'লে। যিমানখিনি ভাত নাখালে মাকহঁতে আপত্তি কৰিব পাৰে, সিমানখিনি খাই সি উঠি আহিল।

সি মনে-মনে শেষৰ ভাতখিনি খাই থকাৰ সময়ত লক্ষেশ্বৰে কেৱল মুখৰ ভিতৰতে কোৱাদি ক'লে, "মই নিজেই খবৰ লবলৈ ওলাব লাগিব যেন পাইছোঁ।"

পাছদিনা পুৱাবেলা স্কুললৈ যোৱাৰ আগতে অৰুণ মনোৰঞ্জন দাসৰ ঘৰলৈ গ'ল। আগফালৰ চোতালত থিয় হৈয়েই সি মাত লগালে---দাস ঘৰত আছেনে ?

দাস ওলাই আহিল। তেওঁ অৰুণক আথে-বেথে ভিতৰলৈ মাতিলে; অৰুণ নগ'ল।

"চাওঁ শুনকচোন, কথা এটা পাতোঁ"---বুলি সি গে'টৰ ফালে খোজ ললে। গে'টখন পাৰ হৈ সি ঘূৰিল। মনোৰঞ্জন দাস তাৰ সন্মুখত থিয় হ'লহি।

"কওকচোন কি কথা। ভিতৰতে বহি কথা পাতিব পাৰিলো-হেঁতেন---।" দাসে ক'লে।

"হ'ব। এই মাটিভোখৰত চালিঘৰটো আপুনি সজাইছে?" অৰুণে সুধিলে।

"হয়। অলপ বস্তু-বাহানি থ'বলগীয়া হৈছে---।"

"বস্তু-বাহানি থ'বলগীয়া হৈছে, গুদাম এটা সজাবলগীয়া হৈছে, তাৰ কাৰণে মাটি অকণমান লাগে;---সেই ডোখৰ মাটি ওচৰতে এনেয়ে পৰি আছে, গতিকে---তাতে আপুনি গুদামটো সজাব,---সেইবোৰ একো ডাঙৰ কথা নহয়। কিন্তু আপুনি এবাৰ কথাটো মোক সুধিব নালাগিছিল জানো? সুধিলে ময়োতো ওঁ বুলিয়েই ক'লোহেঁতেন কিজানি!" অৰুণে সৰু মাতেৰে, ধীৰ-স্থিৰভাৱে কথাখিনি ক'লে।

মনোৰঞ্জন বাবুৱে অলপ আচৰিত হোৱাৰ নিচিনাকৈ ক'লে, "মই মহানন্দ বাবুক আগতে কথাটো সুধি লৈছিলো। তেখেতে সাজিবলৈ ক'লে কাৰণে---"

"তেখেতক সুধিলেই হয় নে কি?"

"মই ভাবিলো আপোনাৰ ককায়েকে কৈছে যেতিয়া,---আপোনালোক দুজনৰ ডাঙৰজনেই কৈছে যেতিয়া---।" মনোৰঞ্জন দাসে অৰুণৰ মুখলৈ চাই ৰ'ল।

এক মুহূৰ্তৰ কাৰণে অৰুণৰ ভাব হ'ল,---হয়তো! ডাঙৰজনেই কৈছে যেতিয়া মনোৰঞ্জন দাসৰ আৰু কৰিবলৈ কিটো আছে! লগে-লগে খণ্ডত তাৰ মুখখন কঠোৰ হৈ উঠিল। সি সুধিলে, "আপুনি এইখিনি মাটি কিনা কিমান দিন হ'ল? কাৰপৰা কিনিছিল মনত আছে?"

"নাথাকিব কিয়?" মনোৰঞ্জন দাসে হাঁহিলে।

"তেনেহ'লে আপুনি এবাৰ মাৰ ওচৰলৈ, বা মোমাইদেউৰ ওচৰলৈ, বা মোৰ ওচৰলৈ নাহিল কিয়? ইমান বছৰে ইয়াত থাকি, সকলো চকুৰ আগতে দেখি থাকিও আপুনি নাজানিলে---কোনটো কথা কাক সুধিব লাগে?"

"মই জানো; কিন্তু মহানন্দ বাবুৱে নুসুধিলেও হ'ব বুলি ক'লে কাৰণে নুসুধিলো। আৰু ভাবিলো,---এইটো এটা সৰু কথা---"

"কথাটো সৰু নে ডাঙৰ সেইটো ময়ো ভাবি চাম। আপুনি কেৱল এটা কাম কৰিব। মই যদি ভাঙিবলৈ কওঁ, তেনেহ'লে চালিখন ভাঙি পেলাব। মই খবৰ পঠিয়াম।"

অৰুণ আঁতৰি আহিল। হাতৰ ঘড়িটো চাই সি দেখিলে---স্কুল বহিবলৈ এতিয়াও এঘণ্টামান আছে। সি মহানন্দৰ কাঠৰ দোকানলৈ আহিল।

মহানন্দ দোকানতে আছিল। অৰুণক দেখি তেওঁ বহা কোঠালিটোৰ পৰা ওলাই আহিল।

অৰুণে পোনে-পোনে সুধিলে, "মনোৰঞ্জন দাসে যে সেই ভাত গুদাম-ঘৰটো সজালে,---আপুনি বোলে সজাবলৈ দিছিল ?"

"তেওঁ সজাম নে বুলি সুধিছিল, মই সজোৱা বুলি ক'লো।"---মহানন্দই জেপৰ পৰা ছিগাৰেটৰ টেমাটো উলিয়ালে।

"তেওঁ কথাটো মোক সুধি ল'ব লাগিছিল। তেওঁক বোলে আপুনি ক'লে---মোক নুসুধিলেও হ'ব বুলি ?"

"এঃ এইবোৰ সৰু কথা কিয়নো চবকে সুধি ফুৰিব লাগিছে ?" মহানন্দই ছিগাৰেট খোৱাৰ আয়োজন কৰিলে।

"চবকে মানে ?" অৰুণে খঙটো লুকুৱাই ৰাখিব নোৱাৰিলে।---"আৰু এইটোক মই যদি সৰু কথা বুলি ভাবোঁ, মাই যদি সৰু কথা বুলি ভাবে, মোমাইদেৱে যদি সৰু কথা বুলি ভাবে, তেনেহ'লে সৰু কথা। কিন্তু আপুনি সৰু কথা বুলি ভাবিব কিয় ?"

মহানন্দই নিৰ্বিকাৰভাৱে ছিগাৰেট এটা জ্বলালে। খঙত অৰুণৰ দাঁত কামোৰ খাই গ'ল। সি প্ৰায় চিঞৰিয়েই সুধিলে, "আপুনি আমাক নুসুধিলেও হ'ব বুলি মনোৰঞ্জন দাসক কিয় কৈছিল ?"

অলপ দূৰত মানুহকেইটামানে কাঠৰ খুঁটা কেইটামানত মাটিতেল লগাই আছিল; সিহঁতে অৰুণহঁতৰ ফালে চালে। মহানন্দই ধীৰে-সুস্থিৰে ক'লে, "তোমাৰ হৈছে কি অৰুণ ? তুমি দেখোন সদায় মোক ডবিয়াবলৈ অহা কৰিলা। এইটো তুমি বেয়া কাম কৰিছা।"

অৰুণে গৰ্জি উঠিল, "কোনটো বেয়া কাম কোনটো ভাল কাম সেইবোৰ মই ভাবিম। আপুনি মোক নোসোধাকৈ মনোৰঞ্জন দাসক সেই ডোখৰ মাটিত ঘৰ সাজিবলৈ দিলে কিয় ?"

"বাৰু, ময়ো তোমাক সোধোঁ। মনোৰঞ্জন দাসে তোমালোকক নুসুধি কথাটো মোক সুধিলে কিয় ? তেওঁতো তোমালোকক সদায় দেখিয়েই আছে !" মহানন্দই এইবাৰ মাতটো অলপ গম্ভীৰ কৰিলে।

"তেওঁ ভাবিলে আপুনি মোৰ ককায়েক। আপুনি মোতকৈ ডাঙৰ। কিন্তু আপুনিতো জানে আচল কথাবোৰ কেনেকুৱা !"

তেওঁ ভুলকৈ ভাবিলে নে কি ? তেওঁতো ঠিকেই ভাবিছে। আৰু তুমিও ঠিকেই কৈছা; ---আচল কথাবোৰ কেনেকুৱা ময়ো জানো।"

"মানে ?"

"মানেতো শুনা অৰুণ। এতিয়া মনোৰঞ্জন দাসে মাটিডোখৰ কামত লগাই থাকক। পাছত দৰকাৰ হ'লে মই কামত লগাম। তেওঁৰ দৰকাৰ যদি মোতকৈ বেছি হয়, তেনেহ'লে তেৱেঁই লৈ লব।"

"আমি যদি নেৰেটোঁ ?"

"দেউতাৰ মাটি মই ললেও কিনি লব লাগিব নে কি ?"

"নহয় এইবোৰ আপোনাৰ দেউতাকৰ মাটি।" অকণে আকৌ গৰ্জি উঠিল।

মহানন্দই মাটিতেল লগাই থকা মানুহকেইটালৈ চাই আচম্বিতে চিঞৰ এটা মাৰিলে, "তহঁতে কি শুনিছ? কাম কৰ।"

তাৰ পাছত এহোঁপা ছিগাৰেট খাই তেওঁ মাতটো আগৰ সমানলৈ নমালে। মাটিলৈ চাই, ছাইখিনি পেলাবলৈ ছিগাৰেটটো টুকৰিয়াই-টুকৰিয়াই তেওঁ ক'লে, "এইবোৰ দেউতাৰ মাটি নহ'লেও মোৰ মাৰ মাটি হ'ব পাৰিলেহেঁতেন।" তাৰ পাছত হঠাতে মহানন্দই তীব্ৰ খঙৰ সুৰেৰে সুধিলে, "কিয় নহ'ল? কাৰ কাৰণে নহ'ল?"

অকণে হাত এখন দাঙি চিঞৰিবলৈ মুখ মেলিলে; মহানন্দই ছিগাৰেটটো লৈ থকা হাতখন দাঙি ক'লে, "আৰু একো ক'ব নালাগে। মই যি দুটা কথা সুধিলো, তাৰ উত্তৰ ভাবা। উত্তৰ পালে ঠাণ্ডা মগজেৰে মোৰ ওচৰলৈ আহিবা।"

খঙত অকণৰ গাটো যেন কঁপি উঠিল। অলপমান সময় তীক্ষ্ণ দৃষ্টিৰে মহানন্দৰ মুখলৈ চাই থাকি সি ৰাস্তাৰ ফালে ঘূৰিল।

মহানন্দই লাহে-লাহে মাটিতেল লগাই থকা মানুহকেইটাৰ ওচৰলৈ গৈ অলপ সময় সিহঁতৰ কাম চাই ৰ'ল। তাৰ পাছত তেওঁ ক'লে, "এঃ! অলপ-অলপকৈ লগাই যা অ'! একে ঠাইতে লেপি আছ কিয়?"

# চৈধ্য

অৰুণ ঘৰত সোমাওঁতে যোগমায়া মাজৰ বহা কোঠালিটোতে আছিল। অৰুণৰ খোজ আৰু মুখখন দেখি তাইৰ মুখেদি আপোনা-আপুনি ওলাই গ'ল,—"কি হ'ল ?"

একো নোকোৱাকৈ অৰুণ তাৰ কোঠালিলৈ সোমাই গ'ল। যোগমায়াও তাৰ পিছে-পিছে গ'ল আৰু তাৰ ওচৰত থিয় হৈ আকৌ সুধিলে, "হুঁ ? কি হ'ল অৰুণ ?"

বিছনাখনত বহি অৰুণে ক'লে, "সাংঘাতিক কাণ্ড হ'ব কিন্তু, মই কৈ দিছোঁ।"

"কি হ'ল কচোন।"

"তই যেতিয়াই যি কৈছ, মই সকলো মানি আছোঁ ; মোৰ ইচ্ছা থাকক নাথাকক, তই কোৱা মতেই কাম কৰি আছোঁ। এইবাৰ কিন্তু মই নিজৰ ইচ্ছামতে কাম কৰিম। তই বেয়া নাপাবি। যিমানেই সাংঘাতিক কাণ্ড নহওক, তই মনে-মনে চাই থাকিব লাগিব।"

যোগমায়াই আকৌ অধৈৰ্য হৈ চিঞৰিলে, "হ'ল কি ? কাৰ কথা কৈছ ? কিহৰ কথা কৈছ ? খুলি কচোন।"

গণ্ডগোল শুনি ৰাধা কোঠালিটোলৈ সোমাই আহিল। তৰায়ো দুৱাৰমুখত থিয় দিলেহি। মাক-জীয়েক দুয়ো কি হৈছে জানিবলৈ পেৰা-পেৰি কৰাৰ পাছত অৰুণে ক'লে, "লাহে-লাহে। এইবোৰ এতিয়া এনেকৈ ক'ব পৰা কথা নহয়। নুবুজিবি।"

পাছদিনা আবেলি ৰাধা স্কুলৰ পৰা পলমকৈ উভতিল। তাই যেনেকৈ ঘৰ সোমালহি,—যোগমায়া, তৰা, গৌৰী এটাইমখা উচপ খাই উঠিল। আকৌ কি হ'ল ?

এজনী ছোৱালীয়ে যোগমায়া হাইস্কুলত চাকৰিৰ খবৰ কৰিবলৈ আহিছিল। স্কুল ছুটীৰ পাছত তাইৰ লগত কথা পাতি-পাতি ৰাধা ঘনশ্যাম চৌধুৰী উদ্যানৰ সিফালৰ বাছ ৰোৱা ঠাইডোখৰলৈকে আগবাঢ়ি গৈছিল। ছোৱালীজনীক বাছত তুলি দি উভতি আহোঁতে হঠাতে তাইৰ চকুত পৰিল—মহানন্দহঁতৰ ঘৰটোৰ আগফালৰ গেইটৰ পিলাৰটোত যোগমায়া নিকেতন বুলি লিখা প্লেটখন নাই। পিলাৰটোৰ সেই ঠাইডোখৰ কুৎসিৎ হৈ

আছে। চাবিওকাষৰ প্লাণ্টাৰবোৰ এনেকৈ এৰাই গৈছে যে দেখিলেই কিহবাৰে খুন্দিওৱা যেন লাগে।

ৰাধা সেইখিনিতে ৰ'ল। ঠাইভোখৰলৈ চাই থাকোঁতে তাইৰ নাকৰ পাহি দুটা লৰিবলৈ ধৰিলে। দুখোজমান ঘৰৰ ফালে আহি তাই উভতি গ'ল। গে'টখন খুলি তাই মহানন্দহঁতৰ ঘৰৰ বাৰান্দাত উঠিলগৈ। পাৰ্বতীয়ে ভিতৰৰ পৰাই তাইক দেখিছিল হ'বলা,—তাই বাৰান্দালৈ ওলাই আহিল। তাই ক'লে, "স্কুলৰ পৰা আহিলা ৰাধা? আহাঁ বহাঁহি।"

ৰাধাই ক'লে, "নাই নবহোঁ। হেৰি নহয় নবৌ, গে'টখনত ঘৰটোৰ নামটো থকা প্লেটখন দেখোন নাই?"

পাৰ্বতী চক খাই উঠিল। লগে-লগে তাইৰ মুখেদি কোনো মাত নোলাল। মানুহজনীৰ মুখখন গম্ভীৰ হৈ পৰিল। অলপ পাছত তাই ক'লে, "বহাঁহিচোন।"

ৰাধাই ক'লে, "নবহোঁ নবৌ। কওকচোন প্লেটখন কি হ'ল?"

পাৰ্বতীয়ে "জানো। মই ক'ব নোৱাৰোঁ" বুলি ক'বলৈ অকণমান সময় চেষ্টা কৰিলে, কিন্তু তাইৰ মুখেদি সেইষাৰ কথা নোলাল। তাই ভাগৰুৱা, বিপদত পৰা সুৰেৰে ক'লে, "এইবোৰ কি হৈছে মই ক'ব নোৱাৰোঁ ৰাধা। তোমালোকে মোক বেয়া নাপাবা।"

"প্লেটখন কোনে এৰুৱালে?" ৰাধাই সুধিলে।

ঠিক সেই সময়তে ৰাম ভিতৰৰ পৰা ওলাই আহিল। চোলাৰ বুতাম মাৰি-মাৰি সি ক'লে, "মই এৰুৱালো।"

স্তম্ভিত হৈ ৰাধাই ৰামৰ মুখলৈ চাই ৰ'ল। ৰামে অইনফালে চাই আছিল।

কেই মুহূৰ্তমানৰ পাছত ৰাধাই সুধিলে, "কিয় এৰুৱালা?"

"এনেয়ে। ইয়াত ঘনশ্যাম চৌধুৰী ককাৰ নামৰ বাহিৰে অইন কাৰো নামৰ ছাইনবৰ্ড নাথাকিব।" ৰামে নিৰ্ভীকভাৱে ক'লে।

লগে-লগে পাৰ্বতীয়ে চিঞৰি উঠিল, "ৰাম।" তাৰ পাছত তাই ৰাধাক ক'লে, "ইয়াৰ কথালৈ কাণ নিদিবা ৰাধা।"

ৰাধাৰ কাণত পাৰ্বতীৰ কথা নোসোমাল। তাইৰ গাটো যেন কঁপিবলৈ ধৰিলে। তাই ৰামক সুধিলে, "প্লেটখন কি কৰিলা?"

"পেলাই দিলো"—বুলি কৈ ৰাম চিৰিয়েদি নামি, ঘৰটোৰ মূধৰ ফালে গুচি গ'ল। অলপ পাছতে সি আঁৰ হৈ গ'ল।

ৰাধাও চিৰিয়েদি নামিল। তাই খোঁ-খোঁকৈ গে'টৰ ফালে আগবাঢ়িল। পাৰ্বতীয়ে তাইক মাতিলে, কিবাকিবি ক'লে; সেইবোৰ ৰাধাৰ মূৰৰ ভোঁ-ভোঁৱনিৰ তলত সোমাই গ'ল।

কথাবোৰ শুনি যোগমায়া, তৰা আৰু গৌৰী স্তব্ধ হৈ গ'ল। সিহঁতৰ কোনেও কাৰো চকুলৈ চাব নোৱাৰিলে। ৰাধাৰ চকুপানী ওলাই গৈছিল; চকু-মুখ মচি তাই অইনফালে মুখ কৰি বহি ৰ'ল।

সন্ধিয়াৰ পাছত অৰুণ যেতিয়া ঘৰলৈ আহিল, তেতিয়া লক্ষেশ্বৰে পিছ চোতালত ইফালৰ পৰা সিফাললৈ অহা-যোৱা কৰি আছিল। আজি সি গোসাঁইঘৰত বহা নাছিল, সেৱা এটা কৰি ওলাই আহিছিল। অৰুণক সি পিছ চোতাললৈ মাতি নিলে। ৰাধাৰ মুখৰ পৰা শুনা কথাবোৰ অৰুণক কওঁতে তাৰ মাত খঙত থোকাথুকি হৈ গ'ল। শেষত সি চিঞৰিলে, "কথা-বোৰ ইমানদূৰ পাইছেগৈ?"

চোতালত, পিছ বাৰান্দাত ঘৰখনৰ এটাইবোৰ মানুহ গোট খালে। অৰুণ নিৰ্বাক-নিস্পন্দ হৈ ৰ'ল। থাকি-থাকি লক্ষেশ্বৰেই চিঞৰি থাকিল। তাৰ কথাবোৰৰ মূল কথাটো হ'ল---ক'ত কি হৈছে সি লগে-লগে গম পাই নাথাকিল কিয়?

তাৰ পাছত মাজে-মাজে ঘৰখন নিমাও-মাও হৈ থাকিল, মাজে-মাজে অৰুণ আৰু লক্ষেশ্বৰৰ গৰ্জন শুনা গ'ল, মাজে-মাজে ৰাধা আৰু যোগমায়াৰ গুণগুণনি শুনা গ'ল, নবীন আৰু তিলকৰ তৰ্কাতৰ্কি শুনা গ'ল, পাগঘৰত তৰাই অকলে কাম কৰি থকাৰ শব্দ শুনা গ'ল। তাই মাজে-মাজে লক্ষেশ্বৰৰ ওচৰলৈ আহি তাক বেছিকৈ নিচিঞৰিবলৈ কৈ গ'ল।

বিছনাত বহি, পঢ়া-মেজত কিলাকুটি থৈ গৌৰী মনে-মনে বহি ৰ'ল। তাই কোঠালিটোৰ দুৱাৰখন ভিতৰৰ পৰা বন্ধ কৰি লৈছিল। ৰাম যে আহি এইখিনিতে বহে, সেই দৃশ্যটো বাৰে-বাৰে তাইৰ মনলৈ আহিল। এবাৰ তাই বাহিৰা বহীখন উলিয়াই লৈ তাৰ পাত লুটিয়াবলৈ ধৰিলে। ৰামে যে ঘঁহাই-ঘঁহাই তাইৰ নামটো লিখে, সেইবোৰ তাইৰ চকুৰ আগেদি পাৰ হৈ গ'ল। ---তোমাক মোৰ বহুত কথা ক'বলগীয়া আছে,---শুনিবানে? ---কথাষাৰ তাইৰ কাণত ৰিণিকি-ৰিণিকি আকৌ বাজিল। কিতাপৰ জাপটো আঁতৰাই, টেবলক্লথৰ তলৰ পৰা তাই ৰামে শেষত দিয়া কাগজৰ টুকুৰাটো উলিয়ালে। ---তোমাক মই ভাল পাওঁ। তুমি মোক ভাল পোৱানে?---

তাই তেতিয়া ৰামক এনেকুৱা কথা পাতিবলৈ আহিবলৈ মানা কৰি-ছিল। কিন্তু এতিয়া তাইৰ মনত পৰিছে---প্ৰায়েই তাই আশা কৰি আছে ---ৰাম আহক। ৰাম আহি নথকাৰ কাৰণে ইমান দিনে তাই মনে-মনে বেয়া পাই আছে। এই কাগজটুকুৰা তাই কেইবাদিনো উলিয়াই লৈ চাই আছে। সেইদিনা যে সকামৰ ৰভাতলিত তাই ৰামক হাঁহি-হাঁহি

কথাবাৰ সুধিছিল,—সেইদিনাও ঘৰলৈ আহি তাই কাগজটুকুৰা উলিয়াইছিল।

সেই ৰামে আজি এনেকুৱা কৰিছে? সি এনেকুৱা কথা কৈছে?

গোটেই ঘৰখনে ৰামৰ কথা কৈ গৰ্জি আছে। তাইৰ ভাল লগা নাই। এই মুহূৰ্ততে তাইৰ ৰামক লগ পাবলৈ মন গ'ল। তাইৰ তাক ক'বলৈ মন গ'ল—মই তোমাৰ সকলো কথা শুনিম, কিন্তু তুমিও মোৰ কথা শুনিব লাগিব।

পাছদিনা গৌৰী সোনকালে কলেজলৈ গ'ল। ইমান সোনকালে তাইৰ ক্লাছ নাছিল। কিন্তু যেতিয়া তাইৰ ক্লাছৰ সময় হ'ল, তেতিয়াও তাই ক্লাছ-ৰুমৰ ভিতৰ নোসোমাল। ইফালে-সিফালে ঘূৰি, অ'ত বহি, ত'ত থিয় হৈ তাই ৰামক দেখে নে কি চালে। নাই। কেইবাদিনো তাই ৰামক কলেজৰ চৌহদৰ ভিতৰত দেখা নাই, আজিও নেদেখিলে। আগৰ দিনবোৰত তাক নেদেখিলে তাই এনেয়ে ওপৰে-ওপৰে ভাবে—কিনো হ'ল তাৰ? কলেজলৈ অহা নাই কিয়? আজি কিন্তু তাই ভিতৰি-ভিতৰি অস্থিৰ হৈ উঠিল। কলৈ গ'ল সি?

ক্লাছ নকৰাকৈ বাহিৰত অকলে-অকলে ঘূৰি ফুৰা বেয়া দেখি। গৌৰীয়ে ক্লাছ নথকা চাৰিজনী ছোৱালীৰ লগ সলালে, দুই বাজি গ'ল,—কিন্তু ৰামক তাই নেদেখিলে। এসময়ত তাইৰ নিজৰ ওপৰতে খং উঠিল। শেষৰ ক্লাছটোত এনেয়ে বহি থাকোঁগৈ বুলি বাৰান্দাইদি কোঠালি এটাৰ ফালে আহিছে, এনেতে তাই অলপ দূৰত অনাদিক দেখিলে। সি এটা ক্লাছ-ৰুমৰ পৰা ওলাই আহিছে। তাক দেখিয়েই গৌৰীৰ সকাহ পোৱা যেন লাগিল। ল'ৰা-ছোৱালীৰ মাজে-মাজে বেগ দি তাই অনাদিৰ ওচৰ পালেগৈ।

ইংগিতেৰে লগৰ ল'ৰাকেইটাৰ পৰা আঁতৰলৈ মাতি আনি তাই তাক সুধিলে, "তুমি ৰামক দেখিছিলা নে কি? সুধিয়েই তাইৰ ভাব হ'ল—আগতে অইন কিবা কথা কেইটামান পাতি লোৱা ভাল আছিল হ'বলা।

অনাদিয়ে ক'লে, "ৰাতিপুৱা দেখিছিলো।"

"ক'ত?"

"আমাৰ ঘৰৰ ওচৰত।"

'তেওঁ কলেজলৈ অহা নাই নে কি?"

"নাই অহা। কেইদিনমানৰ পৰা তাৰ বোলে কিবা জৰুৰী কাম চলি আছে।"

গৌৰী চিৰিয়েদি ফিল্ডখনলৈ নামিল। অনাদিও তাইৰ লগে-লগে

আছিল। অলপ পাছত গৌৰীয়ে সেমেকা হাঁহি এটা মাৰি সুধিলে, "কিনো জৰুৰী কাম চলি আছে?"

"দেউতাকৰ কিবা ঠিকাৰ কাম। মিলিটেৰি কেম্পত।" অনাদিয়ে ক'লে।

"এতিয়াই যে ইমানকৈ ঠিকাৰ কামত ধৰিলে,—তেওঁৰ পঢ়া-শুনা কৰাৰ ইচ্ছা নাই নে কি?" গৌৰীয়ে হাঁহিটো মুখত ৰাখিয়েই সুধিলে।

"জানো! ময়োতো তাক তাকে কৈ থাকোঁ। তুমিও কৰাচোন। তুমি ক'লে সি কিজানি ক্লাছ কৰিবলৈ আহেই!" এইবাৰ অনাদিয়েও হাঁহিলে। তাৰ হাঁহিটো আৰু চকুৰ চাৱনিটোত গৌৰীৰ কিবা বেলেগ অৰ্থ থকা যেন লাগিল। তাই হাঁহিটো বন্ধ কৰি ক'লে, "মই কোৱা-নোকোৱাৰ লগত আকৌ কি কথাটো আছে!"

"তুমি কিবা ক'লা কাৰণেহে সি ঠিকমতে ক্লাছ কৰিবলৈ নহা হ'ল!"

"মই? মই কিবা ক'লো কাৰণে?" গৌৰীয়ে আচৰিত হৈ সুধিলে।

"অঁতো!"

"কোনে কৈছে?"

"সি—ৰামেই কৈছে। ঠিক তেনেকৈ পোনে-পোনে কোৱা নাই; কিন্তু সি যিখিনি ক'লে—তাৰ পৰা মই বুজিলো—তুমি তাক কিবা বেয়াকৈ ক'লা। সেই কাৰণে সি বোলে তোমাৰ পৰা আঁতৰি ফুৰিব। ভাল নালাগিলে কলেজলৈও নাহে।"

"এইবোৰ কথা তেওঁ তোমাক কৈছে?"

"ক'লো নহয়, পোনে-পোনে কোৱা নাই, কিন্তু মইতো বহুত কথা বুজোঁ!" —অনাদিয়ে আকৌ হাঁহিলে।—"সি মোক যিখিনি কৈছে, সেইখিনিৰ পৰাই সি মোক কি কি কোৱা নাই সেইখিনিও বুজোঁ।"

লাজত গৌৰীৰ কাণ-মূৰ গৰম-গৰম লাগিল। অলপ পাছত তাই ক'লে, "যি ক'ব লাগে তেওঁ মোকহে ক'ব লাগিছিল! তোমাৰ আগত যিহকে পায় তাকে কৈছে কিয়? তুমি এটা কাম কৰিব পাৰিবা?"

"কি?"

গৌৰীয়ে অকণমান সময় কওঁ-নকওঁ কৰিলে, তাৰ পাছত ক'লে, "মই তেওঁক লগ পাব খুজিছোঁ বুলি ক'ব পাৰিবা?"

"কেতিয়া?"

"যিমান সোনকালে তেওঁ পাৰে!"

"ক'ত? তোমালোকৰ ঘৰলৈ যাবলৈ কম নে কি?"

"নালাগে।" গৌৰীয়ে লগে-লগে ক'লে।

"তেনেহ'লে?"

হয়তো! ক'ত সি তাইক লগ ধৰিব? ঘৰখনৰ যি হে অৱস্থা,—

এতিয়া আৰু ৰামৰ সিহঁতৰ ঘৰলৈ যোৱাৰ উপায় নাই। সি সাংঘাতিক অপৰাধ কৰিছে। কিন্তু সেই কাৰণেই তাক অতি সোনকালে লগ পোৱা দৰকাৰ। কিন্তু ক'ত ? তাই নিজে ৰামহঁতৰ ঘৰলৈ যাব নে কি ? তাই সাহ কৰি যাব পাৰে, কিন্তু তাততো তাই পাতিবলগীয়া কথাখিনি পতাৰ সুবিধা নাপায় !

"তুমি তেওঁক কলেজলৈকে আহিবলৈ ক'বা। নিজে লগত লৈ আহিবা।" গৌৰীয়ে অলপ আতুৰ সুৰত ক'লে। "আজিতো আৰু সময় নাই ; কাইলৈ যেনে-তেনে আনিবা।"

পাছদিনা অনাদিয়ে ৰামক ছাইকেলত তুলি কলেজলৈ লৈ আহিল। গৌৰী আগতে আহি বৈ আছিলহি। তাইৰ ওচৰত ৰামক থৈ অনাদি গুচি গ'ল।

ইমানবোৰ ল'ৰা-ছোৱালীৰ আগত, ইমান মুকলি ঠাইত ৰামৰ ওচৰত থিয় হৈ থাকিবলৈকে গৌৰীৰ বেয়া লাগিল। "সৌফালে অকণমান খোজ কাঢ়ি আহোঁগৈ বলা" বুলি তাই খোজ পেলালে।

কলেজৰ পৰা বজাৰলৈ যোৱা ৰাস্তাটোৰ অলপ দূৰ গৈয়েই গৌৰীয়ে কথা আৰম্ভ কৰিলে,—"তুমি কিয় এনেকুৱা কৰিছা ?"

ৰামে গম্ভীৰ মুখেৰে তললৈ চাই খোজ কাঢ়ি আছিল ; সি মূৰ তুলি গৌৰীৰ মুখলৈ চালে ;— সুধিলে, "কেনেকুৱা কৰিছোঁ ?"

তাৰ চকু-মুখ আৰু কথাৰ সুৰ শুনি গৌৰীয়ে থতমত খালে। তেতিয়াহে যেন তাইৰ মনলৈ আহিল—ৰামে কি কৰাৰ কথা তাই সুধিছে ? সি যে সিহঁতৰ ঘৰৰ আগৰ গে'টখনত থকা যোগমায়া নিকেতন বুলি লিখি থোৱা প্লেটখন একেবাৰেই পেলালে, সেই কথাটো সোধা যেন লাগিল নে কি ?

তাই লৰালৰিকৈ সুধিলে, "আমাৰ ঘৰলৈ নোযোৱা হ'লা কিয় ?"

"তুমি যাবলৈ মানা কৰি দিয়া নাছিলা ?"

"মইহে মানা কৰিছিলো ! বাকীবিলাকে কি অপৰাধ কৰিলে ?" গৌৰীয়ে ৰামৰ মুখলৈ চালে।

"বাকীবিলাকৰ কথা বাকীবিলাকে সুধিব। তুমি কিয় সুধিছা ? মইতো বাকীবিলাকৰ কাৰণে তোমালোকৰ ঘৰলৈ যোৱা নাছিলো।"

অলপ পৰ খোজ কঢ়াৰ পাছত গৌৰীয়ে সুধিলে, "মই মাতি পঠিওৱা হ'লে তুমি কেতিয়াও মোক লগ নধৰিলাইহেঁতেন নে কি ?"

অলপ পাছত ৰামে সৰু মাতেৰে, তললৈ চাই ক'লে, "তুমি বেয়া পোৱা কাম মই কেতিয়াও নকৰিলোহেঁতেন।"

"সঁচা ?"

ৰামে মূৰ দুপিয়ালে।

অলপ দূৰ আগবাঢ়ি গৌৰীয়ে ক'লে, "পাছত 'মই বুজিছিলো—সেই- দিনা তোমাক তেনেকৈ কৈ মই ভুল কৰিছিলো।"

ৰামে গৌৰীৰ মুখলৈ চালে ; গৌৰীয়ে অইনফালে চাই মুখখন যিমান পাৰে আঁৰ কৰিলে।

আৰু কিছুদূৰ যোৱাৰ পাছত গৌৰীৰ ধাৰণা হ'ল—সিহঁত বহুদূৰ আহিল। তাই ক'লে, "ওভতোঁ বলা।"

অইন এটা বাটেদি সিহঁত কলেজৰ ফালে উভতিল। কিছু সময় মনে-মনে খোজ কঢ়াৰ পাছত ৰামে সুধিলে, "এই কথাটো কওঁতে ইমান দেৰি কৰিলা কিয় ?"

"তুমি খঙতে দেখাই নিদিয়া হ'লা, কওঁ কেনেকৈ ?" অলপ পৰ ৰৈ গৌৰীয়ে আকৌ ক'লে, "দেৰি হোৱাৰ কাৰণে মোৰহে কষ্ট হ'ল, তোমাৰ-তো একো অসুবিধা হোৱা নাই। হৈছে জানো ?"

কিবা এটা উত্তৰৰ আশাত গৌৰীয়ে একেথৰে ৰামৰ মুখলৈ চাই খোজ কাঢ়িলে। ৰামে একো নক'লে। তাক চিন্তিত যেন দেখা গ'ল। ঠিক সেই সময়তে গৌৰীৰো মনলৈ আহিল—এই মুহূর্ততো যেন সিহঁতৰ ঘৰ-খনৰ এটাইবোৰ মানুহে ৰামৰ কথা কৈ গৰ্জি আছে। সি হেনো কৈছিল—সিহঁতৰ চুবুৰিটোত তাৰ ককাক ঘনশ্যাম চৌধুৰীৰ বাহিৰে কাৰো নামৰ ছাইনব'ৰ্ড থাকিব নোৱাৰিব !

"আজিৰ পৰা কলেজলৈ সদায় আহিবা ?"

বহুত পৰৰ মূৰত গৌৰীয়ে সুধিলে। ৰামে নিঃশব্দে তাইৰ চকুলৈ চালে।

"তুমিতো জানাই,—এতিয়া আৰু তোমাক আমাৰ ঘৰলৈ যাবলৈ ক'ব নোৱাৰোঁ। কেনেকৈনো কি হ'ল জানো !" অকণমান সময় ৰৈ গৌৰীয়ে আকৌ ক'লে, "সেই কাৰণে কলেজতে যেন সদায় দেখা পাওঁ। সোনকালে সোনকালে আহিবা।"

ৰামে নিমাতে খোজ কাঢ়ি থাকিল। যিটো চাৰিআলিত ঘূৰিলে কলেজখন দেখা পায়, সেইটো চাৰিআলি পোৱাৰ অলপ আগতে ৰাম ৰ'ল। গৌৰীও। ৰামে ক'লে, "তুমি যোৱা। মই অলপ পাছত যাম।"

গৌৰীৰ এনেকুৱা লাগিল যেন ৰামৰ মুখখন ৰঙা পৰিছে। কথা কওঁতে যেন তাৰ ওঁঠ দুখন কঁপিছে। তাইৰ লগে-লগে খোজ কাঢ়িবলৈ তাৰ যেন অস্বস্তি লাগিছে।

অস্বস্তি গৌৰীৰো লাগিছিল। "ক্লাছ কৰিবা"—বুলি কৈ তাই আগ-বাঢ়িল। তাই আঁৰ হোৱাৰ পাছত ৰামে কি কৰিব, কলৈ যাব ঠিক কৰিব নোৱাৰি ওচৰৰে চাহৰ দোকান এখনত সোমাই বহি থাকিল। তাৰ চাহৰ প্ৰয়োজন নাছিল, তথাপি সি এপিয়লা চাহ ললে। সেই চাহ পিয়লা খাওঁতে তাৰ আধা ঘণ্টামান সময় লাগিল।

কেইদিনমানৰ পাছত ছিটি বাছত ওচৰা-উচৰিকৈ বহি কলেজলৈ

আহোঁতে বামে গৌৰীক হাঁহি-হাঁহি ক'লে, "তুমি তোমালোকৰ ঘৰৰ পৰা মোক খেদি দিয়াৰ পাছত মই কেইদিনমান কি কৰিছিলো জানা ?"

"খেদি দিছিলো বুলি কিয় কৈছা ?" গৌৰীয়ে লগে-লগে আপত্তি কৰিলে, আৰু তাৰ পাছত ক'লে, "কি কৰিছিলা কোৱাছোন।"

"শিৱ মন্দিৰত যে ৰাতি ঢুলুকী বজাই কীৰ্তন কৰে মানুহবোৰে—সিহঁতৰ লগত দোস্তী কৰিছিলো আৰু ভাং খাইছিলো।"

গৌৰীয়ে "ছিঃ" বুলি গভীৰ দৃষ্টিৰে তাৰ চকুলৈ চাই ৰ'ল।

লক্ষেশ্বৰে নিজে ঘূৰা-পকা কৰি বুঢ়া, ঢাকাইয়া মিস্ত্রি এজন বিচাৰি উলিয়াইছিল। মিস্ত্রিজনে মাৰ্বল পাথৰ এছটাৰ ওপৰত যোগমায়া নিকেতন শব্দ দুটা কাটি দিবলৈ গাত লৈছিল। এসময়ত গিৰীশ বাবুৰ শান্তিধাম নামৰ ঘৰটো, বৈষ্ণৱ সমিতিৰ মন্দিৰটো—এইবোৰৰ নামৰ প্লেট এয়েঁই তৈয়াৰ কৰি দিছিল। লক্ষেশ্বৰে মিস্ত্রিজনক পাথৰছটাৰ জোখ আৰু আখৰৰ জোখো দি দিছিল,—আগৰ তামৰ পাতছলাতকৈ ডাঙৰ,—আখৰবোৰো ডাঙৰ।

লক্ষেশ্বৰে ফুৰিবলৈ যোৱাৰ চলেৰে সদায় মিস্ত্রিজনক কামটো শেষ কৰিবলৈ তাগিদা দিলে। কামটোত যেন তাৰ এটা নিচা বহিছিল। মিস্ত্রিজনে দহদিনমানৰ সময় বিচাৰিছিল, কিন্তু লক্ষেশ্বৰে সাদিনৰ ভিতৰতে তেওঁৰ পৰা কামটো আদায় কৰি ললে। তাৰ পাছত এদিন এটা ৰাজ-মিস্ত্রি আৰু এটা যোগালি লৈ সি নিজে সদানন্দহঁতৰ ঘৰৰ পদুলিত থিয় হ'লগৈ। সি মিস্ত্রিটোক বজাই দিলে—কোনখিনিত প্লেটখন লগাব লাগে। মিস্ত্রিয়ে কামটো শেষ নকৰালৈকে সি সেইখিনিতে থাকিল, মাজে-মাজে ইফাল-সিফাল কৰিলে, মাজে-মাজে বাটৰ কাষত ঘাঁহৰ ওপৰতে বহিল।

সি সেইখিনিত কাম চাই থাকোঁতেই প্ৰথমতে মহানন্দ কাঠৰ দোকানলৈ বুলি ওলাই আহিল। তেওঁ প্ৰথমতে লক্ষেশ্বৰলৈ, তাৰ পাছত ৰাজমিস্ত্রিটোৰ কামলৈ আৰু তাৰ পাছত আকৌ লক্ষেশ্বৰলৈ চালে। তেওঁ কিন্তু খোজ বন্ধ নকৰিলে। মিচিকিয়া হাঁহি এটা মাৰি তেওঁ লক্ষেশ্বৰক সুধিলে, "ভালে আছে ?"

"আছোঁ।"—লক্ষেশ্বৰে ক'লে। সি চেষ্টা কৰিও হাঁহিব নোৱাৰিলে।

এইবাৰ মহানন্দ ৰ'ল। তেওঁ ক'লে,—"থিয় হৈ থাকিব নে ? সৌ তাতে বহকগৈ নহ'লে।"

"নালাগে হ'ব। "লক্ষেশ্বৰে ক'লে।"

"চকী এখন ইয়ালৈকে অনাই দিওঁ ?"

"নালাগে হ'ব।" লক্ষেশ্বৰে ক'লে।

"ভাল তেনেহ'লে। মই আহোঁ।"—বুলি মহানন্দ গুচি গ'ল।

মহানন্দৰ সৰু ল'ৰা দুটাই আগফালে কিবা এটা হোৱাৰ গম পাই দুৱাৰমান ভুমুকা-ভুমুক কৰিলে। পাৰ্বতীয়ে মাজে-মাজে খিৰিকিৰে লক্ষেশ্বৰক চালে। এবাৰ তাইৰ আগফাললৈ ওলাই আহি লক্ষেশ্বৰক মাতিবলৈ মন গ'ল; কিন্তু তাই নাহিল। কলেজলৈ যাবলৈ ওলাই ৰামে ভিতৰৰ পৰাই পদুলিলৈ চাই আছিল; লক্ষেশ্বৰ আঁতৰি গলেই সি ওলাই আহিব। কিন্তু সি লক্ষেশ্বৰ আঁতৰি যোৱাৰ কোনো লক্ষণ নেদেখিলে। এসময়ত গৌৰী কলেজলৈ বুলি লক্ষেশ্বৰৰ কাষেদিয়েই পাৰ হৈ গ'ল। তাই গম্ভীৰ মুখেৰে ৰাজমিস্ত্ৰিটোলৈ, দেউতাকলৈ আৰু ৰামহঁতৰ ঘৰটোৰ ফালে চাই গুচি গ'ল। তাৰ অলপ পাছতে ৰাম ওলাই আহিল। লক্ষেশ্বৰৰ ওচৰত অকণমানপৰ থিয় হৈ থাকি সি অনুৰোধৰ সুৰেৰে, সৰু মাতেৰে ক'লে, "কামটো মই চাম। আপুনি যাওক।"

লক্ষেশ্বৰে চকু দুটা ডাঙৰকৈ মেলি তাৰ চকুলৈ চালে। অলপ সময় চাই থাকি সি ক'লে, "নালাগে যোৱা।" তাৰ পাছত অইনফালে মুখ ঘূৰাই সি ক'লে, "আগৰ প্লেটখন কি কৰিলা? সেইখন ভালে-ভালে ওভোতাই দিবা।"

অকণমান সময় থৰ হৈ থিয় হৈ থাকি ৰাম গুচি গ'ল।

ৰাজমিস্ত্ৰিটোৱে কাম শেষ কৰি লক্ষেশ্বৰক সুধিলে---কাইলৈ আগবেলাৰ পৰা ইয়াত মাজে-মাজে পানী দি থাকিব লাগিব। সেইটো কামৰ কাৰণে তাৰ যোগালিটো আহিব লাগিব নে, লক্ষেশ্বৰহঁতে কাৰোবাৰ হতুৱাই দিয়াব? লক্ষেশ্বৰে ক'লে---সি কাৰোবাৰ হতুৱাই দিয়াৰ ব্যৱস্থা কৰিব।

পাছদিনা আগবেলা পিলাৰটোত পানী দিবলৈ আহিল নবীন। সি গৈ ঘৰত খবৰ দিলে পিলাৰটোত প্লেটখন নাই; কেচা প্লাষ্টাৰৰ টুকুৰাবোৰ সিঁচৰতি হৈ পৰি আছে।

অৰুণ ৰাতিপুৱাই স্কুললৈ ওলাই গৈছিল। তাৰ অফিছ---কোঠালিত সি এখন মিটিং পাতিছিল। নবীনৰ মুখে কথাটো শুনিয়েই লক্ষেশ্বৰে "কি" বুলি চিঞৰি উঠিল। ঘৰখনৰ যেয়ে য'তে আছিল, সকলো চক খাই উঠিল।

লক্ষেশ্বৰ মহানন্দহঁতৰ ঘৰলৈ যাবলৈ ওলাল। গৌৰীয়ে ৰাধাক একাষৰীয়াকৈ মাতি নি কলে,---"দেউতা কিয় যাব লাগিছে! অৰুণ দাদা আহকচোন। দেউতাই বা কি কৰেগৈ!"

লক্ষেশ্বৰে হাতত থিটো চোলাকে পালে সেইটোকে পিন্ধি লৈ খৰম ভৰিৰেই যাবলৈ ওলাল। ৰাধাই তাক আগভেটি ধৰি ক'লে, "আপুনি এতিয়া নালাগে যাব।"

"কিয় নাযাম?" লক্ষেশ্বৰে গৰ্জিলে, "সি কি বুলি ভাবিছে?"

"সেইবোৰ অকণ দাদাই চাব। আপুনি এতিয়া নালাগে যাব।"

"চাওঁ আঁতৰ হ। সি মহানন্দই কালি নিজ চকুৰে দেখিছে—মই কামটো কৰাই আছোঁ। তাৰ পুতেকেও দেখিছে। তাৰ পাছতো সিহঁতৰ এনেকুৱা সাহ! তাৰমানে সিহঁতে মোক বুঢ়া আঙুলি দেখুৱাইছে!"—লক্ষেশ্বৰে বাধাক ঠেলা মাৰি আগবাঢ়িবলৈ চেষ্টা কৰিলে। এইবাৰ যোগমায়া আৰু গৌৰী তাৰ আগত থিয় হ'ল। যোগমায়াই গহীন মাতেৰে ক'লে, "তই এতিয়া নালাগে যাব।"

লক্ষেশ্বৰে খঙত একো নাই হৈ চৈঁচুফালি চিঞৰ-বাখৰ কৰিলে, আৰু যোগমায়াই সেই একে সুৰেৰে কৈ থাকিল,—"এতিয়া মনে-মনে সোমাই থাক। কলৈকো যাব নালাগে।"

এসময়ত লক্ষেশ্বৰ পিছ বাৰান্দালৈ উভতিল; কিন্তু সি মনে-মনে না-থাকিল। গৰ্জন কৰি-কৰি সি যিখিনি কথা ক'লে, তাৰ সাৰাংশ হ'ল—সি আছেহে মনে-মনে, কিন্তু বহুত দিনৰ পৰা বহুত কথা মন কৰি আছে। যি মহানন্দৰ এদিন ভিখাৰী হওঁ-হওঁ অৱস্থা, যাক সিহঁতেই এতিয়া বজাৰ সুখত থকাৰ ব্যৱস্থা কৰি দিছে, সেই মহানন্দৰ,—তাৰ ওঁঠ চেপিলে গাখীৰ ওলোৱা পুতেকটোৰ ইমান কলিজা! আজিয়েই,—আজিয়েই লক্ষেশ্বৰে ইয়াৰ এটা হেস্ত-নেস্ত কৰিব।

দেউতাকৰ চিঞৰ-বাখৰৰ মাজেদিয়েই, ভাত খোৱাৰ নামটো মাত্ৰ কৰি গৌৰী লৰালৰিকৈ কলেজলৈ ওলাই গ'ল।

ছিটি বাছ ৰোৱা ঠাইত ৰাম আগৰে পৰা বৈ আছিল। গৌৰীয়ে তাৰ ফালে নোচোৱাকৈ গম্ভীৰ মুখেৰে গছজোপাৰ ছাঁত থিয় হৈ ৰ'ল। ৰামক দেখিয়েই তাইৰ কান্দোন ওলাওঁ-ওলাওঁ হৈছিল।

ৰাম তাইৰ ওচৰ চাপি আহিল। অইন দিনা সি ওচৰে-পাজৰে থকা মানুহবিলাকলৈ চাই চুচুক-চামাক কৰে, আজি নকৰিলে। গৌৰীৰ সন্মুখত থিয় হৈ সি অকণমান সময় তাইৰ মুখলৈ চাই ৰ'ল। গৌৰীৰ ওঁঠ দুখন লৰিল, নাকৰ পাহি দুটা লৰিল, চকুযোৰ চলচলীয়া হৈ আহিল।

ৰামে ক'লে, "নে'মপ্লেটখন এইবাৰ মই আঁতৰোৱা নাই। বিশ্বাস কৰা।"

গৌৰীয়ে তৎক্ষণাত তাৰ ফালে মুখ ঘূৰালে; সুধিলে, "তেনেহ'লে কোনে আঁতৰালে?"

"দেউতাই।" ৰামে তাইৰ চকুলৈ চাই অপৰাধীৰ সুৰেৰে ক'লে।

আচৰিত হৈ গৌৰীয়ে ৰামৰ মুখলৈ চাই ৰ'ল। ৰামে তাইৰ দৃষ্টিটো সহ্য কৰিব নোৱাৰি অইনফালে মুখ ঘূৰালে।

"দাদাই কিয় আঁতৰালে?" গৌৰীয়ে চেপা মৰা মাতেৰে সুধিলে।—"আগৰবাৰ তামৰ নে'মপ্লেটখন তুমি আঁতৰাইছিলা। তুমি সৰু ল'ৰা, কিবা কথাত তোমাৰ খং উঠিব পাৰে; ঘৰত সকলোৱে ভাবিছে—এইখনো তুমিয়েই আঁতৰালা। কিন্তু দাদাই? দাদাই এইটো কাম কিয় কৰিলে?"

ৰামে অইনফালে চায়েই ৰ'ল।

"কোৱাচোন।"

ৰাম তেনেকৈয়ে থাকিল।

গৌৰীয়ে বুজিলে—ৰামে সহজে কথা নক'ব। তাৰ লগত সহজে কথা নাপাতিব বুলি আজি তাইহে ঠিক কৰি আহিছিল; কিন্তু এতিয়া তাইৰ ধাৰণা হ'ল—ৰামৰো কিবা এটা হৈছে। আৰু নে'মপ্লেটখন আঁতৰাই পেলোৱাৰ কামটো যে ৰামৰ দেউতাকে কৰিছে এই কথাটো জানি তাই আচৰিত হ'ল সঁচা, কিন্তু কামটো ৰামে যে কৰা নাই সেইটো জানি তাইৰ মনটোৰ কোনোবা এডোখৰ ঠাই পাতল-পাতলো লাগিল।

বাছত উঠিবলৈ কেইবাজনো মানুহ ওচৰে-পাজৰে থিয় হৈ আছে। এতিয়া ৰামক আৰু কথা সুধিবলৈ গৌৰীৰ মন নগ'ল। বাছখন যিফালৰ পৰা আহিব তাই সেইফালে বাৰে-বাৰে চাবলৈ ধৰিলে। আৰু যেতিয়া দূৰত বাছখন দেখা গ'ল, তেতিয়া তাই ৰামক সৰু মাতেৰে ক'লে, "আমি একেলগে বহিম।"

বাছখন চলাৰ পাছতো ৰামে বাহিৰলৈ চাই বহি ৰ'ল। গৌৰীয়ে ইচ্ছা কৰিয়েই তাক খিৰিকিৰ কাষত বহিবলৈ দিছিল,—তাৰ মুখলৈ চালে বাছৰ অইনবোৰ মানুহে যাতে তাইৰ মুখখন নেদেখে। অলপ পাছত তাই সুধিলে, "কি হৈছে এইবোৰ ৰাম?"

"খুৰাহঁতে খুব খং কৰিছে নে কি?" ৰামে সুধিলে।

"কৰিছেতো! এবাৰ নহয় দুবাৰকৈ নে'মপ্লেটখন আঁতৰাই পেলালে কাৰ খং নুঠিব? পিছৰখন দেউতাই নিজে কৰাই আনিছিল, নিজে আগত থাকি লগোৱাইছিল। তোমালোকেতো জানাই।" অলপ পৰ বৈ থাকি গৌৰীয়ে সুধিলে, "কিন্তু তোমালোকে নে'মপ্লেটখনত লাগিছা কিয়? সেই-খন আঁতৰাই পেলোৱা কিয়?"

"আৰু খুৰাহঁতেনো সেইখনৰ ওপৰত ইমান জোৰ দিছে কিয়? সেই-খন লগাইছিলনো কিয়?"—গৌৰীয়ে যাতে তৰ্ক কৰা বুলি নধৰে, ৰামে তেনেকুৱা সুৰত ক'লে।

"ঘৰৰ এটা সজাইছে, নাম এটা দিছে আৰু। কত মানুহে ঘৰৰ নাম দিয়ে।"

"ঠিক আছে। দিলে বাৰু। কিন্তু সেই নে'মপ্লেটখন নাইকিয়া হওঁতে ইমান সোনকালেনো নতুন এখন লগাব লাগে কিয়?" ৰামে গৌৰীৰ চকুলৈ চালে।

গৌৰীয়ে আচৰিত হৈ ক'লে, "অ! সেইটোনো কি কথা? এখন নাইকিয়া হ'লে অইন এখন লগাবই।"

বাছখন ৰ'ল। বৈ থকা সময়খিনি সিহঁত দুটাৰ কোনেও কথা নক'লে। চলিবলৈ আৰম্ভ কৰাৰ লগে-লগে ৰামে ক'লে, "সেইটোৱেই কথা বুইছা। খুৰাহঁতৰ নে'মপ্লেটখন ৰাখিবলৈ যিমান জিদ, দেউতাৰ নাৰাখিবলৈও সেই সিমানে জিদ।"

"এইটোনো জিদ কৰিবলগীয়া কথানে?" গৌৰীয়ে অস্থিৰ হৈ সুধিলে।

অলপ পাছত ৰামে তাৰ গাটো গৌৰীৰ কাষলৈ অলপ চপাই আনিলে। গোপন কথা কোৱাৰ সুৰেৰে সি আৰম্ভ কৰিলে, "মইতো তোমালোকৰ ঘৰৰ কথা, খুৰাহঁতৰ মনৰ কথা ক'ব নোৱাৰোঁ; কিন্তু আমাৰ ঘৰৰ কথা, দেউতাৰ মনৰ কথা অলপ-অলপ ক'ব পাৰোঁ। দেউতাই মনৰ কথা আমাৰ আগত এনেয়ে খুলি নকয়। কিন্তু ৰাতি মদৰ নিচাত কেতিয়াবা যিবোৰ কথা কয়, সেইবোৰেই চাগে দেউতাৰ মনৰ কথা। এতিয়া আৰু তোমাৰ পৰা মই কোনো কথা লুকুৱাব নোখোজোঁ। দেউতাই কি ভাবে জানা?"

ৰামে করুণ দৃষ্টিৰে গৌৰীৰ চকুলৈ চালে। গৌৰীয়ে উত্তৰৰ আশাত একেথৰে তাৰ চকুলৈ চাই ৰ'ল। ৰামে ক'লে, "দেউতাই ভাবে—দেউতা দুখীয়া আছিলতো, সেই কাৰণে খুৰাহঁতে দেউতাক সহায় কৰিছে; —কিন্তু লগতে অনবৰত দেউতাক অপমানো কৰিছে।"

"অপমান?" গৌৰীয়ে যেন চেপা মাতেৰে চিঞৰি উঠিল।

ৰামে মূৰ দুপিয়ালে; তাৰ পাছত ক'লে, "এই যে স্কুলত, আমাক থাকিবলৈ দিয়া ঘৰটোত—সকলোতে যোগমায়া আইতাৰ নাম,—এই নামটোৰে হেনো খুৰাহঁতে দেউতাক সৰু কৰি ৰাখিব খুজিছে। এদিন খঙত দেউতাই চিঞৰিছিল—এফালে ঘনশ্যাম চৌধুৰী, ইফালে যোগমায়া, —মাজত মই কোন?"

অলপ পৰ বৈ ৰামে আকৌ ক'লে, "এইবাৰ বোলে দেউতাই দেখুৱাই দিব —তেওঁ ঘনশ্যাম চৌধুৰীৰ পুতেক, আৰু—"

"আৰু কি?" ৰাম বৈ যোৱা দেখি গৌৰীয়ে সুধিলে।

"আৰু ককাৰ নামৰ ওচৰত যোগমায়া আইতাৰ নাম থাকিব নোৱাৰিব।"

বাছখন কলেজৰ ওচৰৰ বাছ-ষ্টপটো পাওঁ-পাওঁ হৈছিল। গৌৰীয়ে ক'লে, "কলেজৰ ওচৰত নানামো দিয়া।"

"ক'ত নামিবা?"

"গৈ থাকোঁ দিয়াচোন। নহ'লে এনেকৈ কথা ক'ত পাতিবা?"

বাছখন সেইটো ষ্টপ পাৰ হৈ গুচি গ'ল। অলপ পাছত ৰামে ক'লে, "মই নিজে এইবোৰ কথা কেতিয়াও ভবাই নাছিলো। পাছত দেউতাই যেতিয়া বকিবলৈ আৰম্ভ কৰিলে, তেতিয়া কথাবোৰ ময়ো শুনিলো। আজিকালি দেউতাই মোক প্ৰায়েই কয়---তই মোৰ ডাঙৰ ল'ৰা। জ্যেষ্ঠ-পুত্ৰ। এইবোৰ কথা তই বুজিব লাগিব। তয়ো মোৰ মান-সন্মান ৰাখিব লাগিব।"

ৰাম অলপ সময় মনে-মনে থাকিল। তাৰ পাছত সি ক'লে, "তোমাৰ বাহিৰে তোমালোকৰ ঘৰখনৰ কাৰো প্ৰতি মোৰ তেনেকুৱা আগ্ৰহ নাছিল। সঁচাকৈ কৈছোঁ---অৰুণ খুৰাক মই ভালেই নাপাওঁ। কিন্তু তোমাৰ কাৰণে মই দেউতাৰ কথা, খুৰাৰ কথা---চব এৰি দিছিলো। কিন্তু তুমিও যেতিয়া সেইদিনা মোক তেনেকৈ ক'লা, তাৰ পাছত মোৰ আৰু কাৰকো ভাল নলগা হ'ল। চবৰে ওপৰত খং উঠা হ'ল। আজি কিছুদিনৰ পৰা---ক'ত কি হৈছে জানো---দেউতাৰ খংটো বৰ বেছি হৈছে। কেতিয়াবা বকি-বকি দেউতা পগলাৰ নিচিনা হৈ যায়। সেই কাৰণে সেইদিনা ময়ো খঙতে নে'মপ্লেটখন এৰুৱাই পিছফালৰ খালটোত পেলাই দিলো।"

বাছখন সেইফালে য'লৈকে যায়, সেই শেষৰ ষ্টপটো পালেগৈ। বাকী সকলো যাত্ৰী তাত নামি গ'ল। গৌৰীয়ে কণ্ডাক্টৰক ক'লে, "আমি আকৌ উভতি যাম।" কণ্ডাক্টৰটোৱে অলপ সময় দুয়োৰে মুখলৈ চাই নামি গ'ল, আৰু নমাৰ পাছত অকলে-অকলে মুখ টিপি হাঁহিলে।

"বৰ ডাঙৰ কথা হৈছে।"---কিছু সময় গহীন হৈ বহি থকাৰ পাছত গৌৰীয়ে ক'লে।

ৰামে মূৰ দুপিয়ালে।

"মই কিছুমান কথা---অলপ-অলপ জানো। যোগমায়া পেহীৰ প্ৰতি পেহাই অন্যায় কৰিছিল। সেই কাৰণে অৰুণদাৰ মনত এটা খং আছে। কিন্তু এতিয়া যিবোৰ কথা শুনিছোঁ---" গৌৰীয়ে ৰুমালখনেৰে কপাল, গাল আৰু ডিঙি মচিবলৈ ধৰিলে।

ৰামে ক'লে, "দেউতাৰ মতে আইতাইহে ককাদেউতাৰ প্ৰতি অন্যায় কৰিলে, আমাৰ আইতাৰ প্ৰতি অন্যায় কৰিলে, দেউতাহঁতৰ প্ৰতি অন্যায় কৰিলে---"

এজন-এজনকৈ বাছখনত যাত্ৰী উঠিল। গৌৰীহঁতে কথা বন্ধ কৰিলে। দুয়োটা ভাগকৰা মানুহৰ নিচিনাকৈ বহি ৰ'ল।

কিছু সময়ৰ মূৰত গৌৰীয়ে অস্ফুট মাতেৰে সুধিলে, "আমিও এই-ৰোৰৰ মাজত সোমাম নে কি?"

ৰামে গৌৰীৰ চকুলৈ চাই ক'লে, "নোসোমাওঁ।" সি গৌৰীৰ চকুলৈ চায়েই থাকিল। গৌৰীৰ চকুযোৰ যেন চলচলীয়া হৈ উঠিল।

বাছখন চলিবলৈ আৰম্ভ কৰাৰ পাছত গৌৰীয়ে এসময়ত আকৌ নিঃশব্দে ৰামৰ চকুলৈ চালে। তাই কিবা ক'ব খুজিছিল হ'বলা, ক'ব নোৱাৰিলে।

আৰু কিছু সময়ৰ পাছত তাই ক'লে, "আমাৰ দেখোন লগ পোৱাৰে অসুবিধা হ'ব!"

ৰামে মূৰ দুপিয়ালে। তাৰ পাছত সি অলপ অস্থিৰ হোৱাৰ নিচিনাকৈ ক'লে, "কিবা এটা কৰিবই লাগিব। মই তোমাক লগ নোপোৱাকৈ থাকিবই নোৱাৰিম।" অলপ পৰ বৈ সি সুধিলে, "তুমি পাৰিবা?"

গৌৰীয়ে নিঃশব্দে তাৰ চকুলৈ চালে।

# পোন্ধৰ

গৌৰী ওলাই অহাৰ কিছু সময়ৰ পাছতে লক্ষেশ্বৰো বাটলৈ ওলাইছিল। যোগমায়াইঁতে তাক বুজাই-বঢ়াই ৰাখিব নোৱাৰিলে। যোগমায়াৰ বাহিৰে ঘৰখনৰ কোনেও লক্ষেশ্বৰৰ এনেকুৱা মূর্তি আগতে কেতিয়াও দেখা নাছিল। তৰাই ভয়তে যোগমায়াৰ হাত এখনত খামোচ মাৰি ধৰিছিল।

লক্ষেশ্বৰে পোনে-পোনে কাঠৰ দোকানলৈ আহি মহানন্দৰ খবৰ কৰিলে। নাই। তাৰ পাছত সি মহানন্দহঁতৰ ঘৰৰ সমুখলৈ আহি, এক মুহূর্ত থিয় হৈ পিলাৰটোলৈ চালে। য'ত নে'মপ্লেটখন আছিল, সেই ঠাইডোখৰ লক্ষেশ্বৰৰ এটা প্ৰকাণ্ড ঘা যেন লাগিল।

আগফালৰ চোতালৰ পৰাই চিঞৰি লক্ষেশ্বৰে মহানন্দৰ খবৰ ললে। নাই। মহানন্দ ঘৰতো নাই।

সি বাটলৈ ওলাল। বাটত খোজ কাঢ়ি থাকোঁতে সি ভাবিলে---এতিয়া কি কৰা যায়! ঘৰলৈ উভতিবলৈও তাৰ মন নগ'ল। পার্কখনৰ বেৰাৰ কাষত সি অকণমান সময় থিয় হৈ ৰ'ল আৰু তাৰ পাছত মনোৰঞ্জন দাসে সজোৱা নতুন গুদামঘৰটোৰ ফালে খোজ ললে।

মনোৰঞ্জন দাসে গুদামঘৰটোৰ ভিতৰত দুটা বনুৱাৰ হতুৱাই সৰু-সৰু বাকচ কিছুমান ঠিককৈ থোৱাইছিল। লক্ষেশ্বৰে বাহিৰৰ পৰাই হুটা মাতেৰে তেওঁক মাতিলে, "এইফালে আহকচোন।"

মনোৰঞ্জন দাসে নমস্কাৰ জনাই, মুখত হাঁহি এটা লৈ, আহক-আহক বুলি লৰালৰিকৈ লক্ষেশ্বৰৰ ফালে আগুৱাই আহিল। তেওঁ একো ক'বলৈ নাপাওঁতেই লক্ষেশ্বৰে ক'লে, "মই সাদিনৰ সময় দিছোঁ,---এই ঘৰটো আঁতৰাই মাটিডোখৰ মুকলি কৰি দিয়ক।"

"দাদা?" ---দাসে আচৰিত হৈ লক্ষেশ্বৰৰ চকুলৈ চালে।

বয়সত কোন ডাঙৰ, কোন সৰু তাৰ হিচাপ কোনেও কেতিয়াও লোৱা নাই, কিন্তু মনোৰঞ্জন দাসে সেই প্ৰথমৰে পৰা লক্ষেশ্বৰক দাদা বুলি মাতি আহিছে।

"মানে দাদা---!" দাসে যেন একো বুজিয়েই পোৱা নাছিল।

"আজি শুকুৰবাৰ নহয়? ---অহা শুকুৰবাৰে আবেলি মই এই ঠাই-ডোখৰ খালী পাব লাগিব।" লক্ষেশ্বৰে টান মাতেৰে ক'লে।

আউল-বাউল হৈ থকা ডাঢ়ি-চুলিৰে লক্ষেশ্বৰৰ ৰুক্ষ চেহেৰাটো দেখি

আৰু তাৰ কথাৰ সুৰ শুনি কেই মুহূৰ্তমানৰ কাৰণে মনোৰঞ্জন দাস থতমত খাই ৰ'ল; তাৰ পাছত তেওঁ ক'লে, "কিন্তু দাদা, মই মাটিডোখৰ কিনি লোৱাৰ বন্দবস্ত কৰিছোঁ। পাঁচ শ টকা এডভান্স দিলোৱেই।"

"কি? কাক? কাক এডভান্স দিলে?" লক্ষেশ্বৰৰ চিঞৰত দাসে চক খাই উঠিল।

"মহানন্দ বাবুক।" তাৰ পাছত অলপ ৰৈ দাসে সৰু, শান্ত মাতেৰে ক'লে, "দাদা, মই আপোনাক এটা কথা কওঁ। আপুনি খং নকৰিব। ইতিমধ্যে বহুত ৰাগাৰাগি হৈছে, বহুত গণ্ডগোল হৈছে বুলি মই গম পাইছোঁ। মই ভাবোঁ—এতিয়া আৰু বেছি গণ্ডগোল কৰি লাভ নাই। ঠাণ্ডা মগজেৰে কথাবোৰ চিন্তা কৰিব লাগে। আহক, বহক। মই যি জানো আপোনাক কওঁ।"

লক্ষেশ্বৰে একেথৰে চাই থকা দেখি দাসে আকৌ ক'লে, "আহক। সৌখিনিতে বহোঁ। খং-ৰাগ কৰিবলৈ সময় বহুত পাব। কিন্তু কথা-বোৰতো আগতে শুনি লওক! আপোনালোক গৈছে একালে, মহানন্দ বাবু গৈছে একালে;—মাজতে আমি কিয় গালি খাব লাগে কওকচোন? আহক।"

মনোৰঞ্জন দাস গুদামঘৰটোৰ একুকত থকা চকী-মেজবোৰৰ ফালে আগবাঢ়িল। লক্ষেশ্বৰো যাওঁ-নাযাওঁকৈ তেওঁৰ পিছে-পিছে গ'ল। লক্ষেশ্বৰক চকীখনত বহিবলৈ দি দাস নিজে ওচৰতে থকা পেকিং-বক্স এটাত বহিল। তাৰ পাছত তেওঁ ক'লে, "আচল কথাটো হ'ল দাদা—আপোনালোকে ভাবে এইবোৰ মাটি আপোনালোকৰ, আৰু মহানন্দ বাবুৱে ভাবে এইবোৰ মাটি তেওঁৰ দেউত্তাকৰ, গতিকে তেওঁৰ।"

লক্ষেশ্বৰে আচম্বিতে চিঞৰ মাৰি উঠিল, "আপোনালোকে কি বুলি ভাবে? আপোনালোকতো মূৰ্খ নহয়!"

"আঃ দাদা, আমি কি ভাবোঁ সেইবোৰৰ কি দাম আছে? মুঠতে মই কৈছোঁ,—মহানন্দ বাবুৱে এইবোৰ মাটি তেওঁৰ নিজৰ বুলি ধৰি লৈছে; মোক বেচিছে; মই এডভান্স দিছোঁ; বাকীখিনি অহা সপ্তাহত আদায় কৰি দিম। অকল মোকে নহয়, তেওঁ এডোখৰ মাটি অজয় বাবুকো বেচিছে, আৰু—"

"কোন অজয় বাবু?" লক্ষেশ্বৰে মুখতে ধৰিলে।

"ছাপ্লাই ইন্সপেক্টৰ—তেওঁৰ ঘৰলৈ যে আহি থাকে! আৰু এডোখৰ বেচিছে অন্নদাচৰণ বাবুক। সেই যে ছি, আই, ডি,ত কাম কৰে!"

লক্ষেশ্বৰৰ মূৰত ভোঁ-ভোৱনি উঠিল। মনোৰঞ্জন দাসক যেন পিজিহে পেলাব—সি ভেনেকৈ তেওঁলৈ চালে; তাৰ পাছত চিঞৰিলে, "বেচিছে মানে?"

"মানে মই যেনেকৈ এডভান্স দিছোঁ, তেওঁলোক দুজনেও তেনেকৈ এডভান্স দিছে।"

"কিন্তু এই মাটি বেচিবলৈ মহানন্দ চৌধুৰী কোন? এইবোৰ মাটি তেওঁৰ বুলি তেওঁ ভাবিলেই হ'ল নে কি?" লক্ষেশ্বৰে সমুখৰ মেজখনত চকা এটা মাৰিলে।

মনোৰঞ্জন দাসে শান্ত মাতেৰে ক'লে, "সেইবোৰ আপোনালোকে জানে। তাকে কৈছোঁ দাদা, আপোনালোকে নিজৰ ভিতৰতে খোলাকৈ কথাবোৰ পাতি ঠিক-ঠাক কৰি লওক। অজয় বাবু, অন্নদাচৰণ—সকলোৱে কিন্তু এইবোৰ মাটিৰ মালিক মহানন্দ বাবু বুলিয়েই জানে। এনেকুৱা অলপ-অলপ কথাতো আপোনালোকৰ কাণত পৰিছেই! নাই পৰা জানো?"

লক্ষেশ্বৰৰ মুখৰ পৰা কোনো শব্দ নোলাল। খঙত যেন তাৰ গাটো কঁপিবলৈ ধৰিলে। অলপ পাছত সি চকীখনৰ পৰা উঠিল আৰু গুদাম-ঘৰটোৰ পৰা ওলাই গুচি আহিল।

বাটত তাৰ মনলৈ এটা চিন্তা আহিল। এতিয়া সি অধৈৰ্য হ'লে নচলিব। ঘৰখনৰ মানুহবোৰৰ কোনে কি মূৰ্তি ধৰে ঠিক নাই। এই-বোৰ কথা শুনিলে অৰুণ বলিয়াৰ নিচিনা হৈ যাব পাৰে। ঘৰখনৰ মানুহ-বোৰৰ পৰা লক্ষেশ্বৰে কোনো কথা নুলুকুৱায়, কিন্তু সি নিজে শান্ত হৈ থাকিব; যি কৰে ধীৰে-সুস্থিৰে, ভাবি-চিন্তি কৰিব।

সি ঘৰ সোমোৱাৰ লগে-লগে যোগমায়া আৰু তৰা তাৰ ওচৰ চাপি আহিল। চকী এখনত বহি সি সৰু মাতেৰে সুধিলে, "অৰুণ আহিল নে?"

তৰাই ক'লে, "মিটিঙৰ পৰা আহিল। আহি আকৌ স্কুললৈ গ'ল।"

যোগমায়াই সুধিলে, "কলৈ গৈছিলি? কাক লগ পালি?"

লক্ষেশ্বৰে সকলো কথা পাছত কম বুলি ক'লে আৰু তৰাক গা ধুবলৈ পানী-দুনি ঠিক-ঠাক কৰি দিবলৈ ক'লে।

আবেলিপৰত, অৰুণ আৰু ৰাধা স্কুলৰ পৰা অহাৰ পাছত, লক্ষেশ্বৰে সকলোকে গোটাই লৈ মনোৰঞ্জন দাসৰ মুখে শুনা সকলো কথা ক'লে, আৰু এতিয়া সকলোকে মনে-মনে থাকিবলৈ ক'লে।

"প্ৰথমতে মই তেওঁৰ লগত গোপনে-গোপনে কথা পাতি চাওঁ।" —বুলি সি নিজেও মনে-মনে বহি থাকিল।

সন্ধিয়াৰ আগে-আগে লক্ষেশ্বৰে নবীনক পঠালে—মহানন্দ ঘৰত আছে নে নাই খবৰ ল'বলৈ। লগতে সি ক'লে—"যদি আছে তেনেহ'লে নবীনে কৈ আহিবি— মই তেওঁক লগ পাবলৈ যাম।" নবীনে খবৰ দিলেহি—মহানন্দ কাঠৰ দোকানতে আছে; লক্ষেশ্বৰক তেওঁ তালৈকে যাবলৈ কৈছে।

গোসাঁইঘৰত লক্ষেশ্বৰৰ মন নবহিল। সি সোনকালে তাৰ পৰা

ওলাই আছিল। সি যেতিয়া মহানন্দৰ কাঠৰ দোকান পালেগৈ, তেতিয়া তাত মহানন্দ আৰু চকীদাৰ এটাৰ বাহিৰে অইন কোনো নাছিল। লক্ষেশ্বৰ বহুত দিনৰ মূৰত দোকানখনলৈ আহিছে। আগৰ সেই চালি-খনৰ নামটোহে আছে ;—ইফালে-সিফালে চালিখন বহুত আহল-বহল হ'ল। কাঠ, লোহা, তাঁৰ,—নানান বস্তুৰে চালিখনৰ তলখন ঠাহ খাই আছে। বস্তুবোৰৰ মাজে-মাজে কোনোমতে খোজ কাঢ়িব পৰা বাট একোটা আছে। চালিখনৰ বাহিৰতো চেৰ কাঠৰ খুটা, বাঁহ আদি পৰি আছে।

মহানন্দই লক্ষেশ্বৰক বস্তুবোৰৰ মাজেদি বাট দেখুৱাই, আগবঢ়াই নিলেহি। অফিছৰ নিচিনা সৰু কোঠালিটোলৈ নি তেওঁ ক'লে, "বহক।"

ইফালে-সিফালে চাই লক্ষেশ্বৰ বহিল। সদায় বহা নিজৰ চকীখনত বহিয়েই মহানন্দই টিনৰ পৰা ছিগাৰেট এটা উলিয়াই ললে। ছিগাৰেটটো জ্বলাই তেওঁ লক্ষেশ্বৰক ক'লে, "কওক।"

লক্ষেশ্বৰে মহানন্দৰ মুখলৈ চাই ৰ'ল। মহানন্দই অইনফালে চাই, ছিগাৰেট হুপি এনেকুৱা সুৰত শব্দটো উচ্চাৰণ কৰিলে যেন ক'বলগীয়া একো হোৱাই নাই। লক্ষেশ্বৰৰ মগজলৈ তৎক্ষণাত আগবেলাৰ খংটো উভতি আহিল। তথাপি সি সংযত হ'বলৈ চেষ্টা কৰি সুধিলে, "আপুনি বোলে কাৰোবাক-কাৰোবাক মাটি বেচিছে ?"

মহানন্দই যেন আগতে কেইবাৰাবো শুনা প্ৰশ্নহে উত্তৰ দিছে, তেনে-কুৱা ভাবত নিৰ্বিকাৰ সুৰেৰে ক'লে, "বেচিবলৈ বুজি বন্দবস্ত পক্কা কৰিছোঁ।

"ক'ৰ মাটি ? কোনখিনি মাটি ?" লক্ষেশ্বৰে অলপ খঙেৰে সুধিলে।

মহানন্দই সেই একে সুৰেৰেই ক'লে, "এইখিনিৰে। এডোখৰতো আপুনি দেখিছেই,—মনোৰঞ্জন দাসে যে গুদামৰ ঘৰ সাজিছে ? এডোখৰ অকণমান আগলৈ, যতীনহঁতৰ ঘৰৰ সিফালে যে খালী হৈ আছে,—সেই ডোখৰ। আৰু এডোখৰ এইফালে— পাৰ্কখনৰ—"

লক্ষেশ্বৰে খঙত চিঞৰ মাৰি সুধিলে, "এইবোৰ মাটি আপুনি বেচিব পাৰে নে কি ? এইবোৰ মাটি আপোনাৰ নে কি ?"

"কিয় নোৱাৰোঁ ? কাৰ মাটিনো ?" মহানন্দই আচৰিত হোৱাৰ নিচিনাকৈ সুধিলে ; তাৰ পাছত সহজভাৱে ক'লে, "মাটিবোৰ এনেয়ে পৰি আছে ; মানুহবিলাকৰ মাটিৰ দৰকাৰ হৈছে ; তেওঁলোকৰ মাটিখিনি পছন্দ হৈছে ;—লওক দিয়ক।"

লক্ষেশ্বৰৰ আৰু খং উঠিল। সি ক'লে, "দৰকাৰ হৈছে— মালিকৰ

পৰা ল'ব। আমাৰ পৰা ল'ব। আপোনাৰ পৰা ল'ব কিয়? আপুনি বেচিব কিয়?"

"মোৰ খুচী।" —মহানন্দই ছিগাৰেট হুপিলে।

"আপোনাৰ খুচী হ'লেই হ'ব নে কি? ইয়াত আইন বুলি কথা এটা নাই?"

"কিহৰ আইনডাল!" মহানন্দই আইনক তুচ্ছ জ্ঞান কৰি, নিজকে কোৱাৰ নিচিনাকৈ ক'লে।

"মাটিৰ দলিলপত্ৰ বোলা বস্তু এটা নাই?" —লক্ষেশ্বৰে চিঞৰিলে।

"মোৰ পৰা যোনে মাটি কিনিব, তেওঁলোকক দলিলপত্ৰ নালাগে। টকা দিব, মাটি ল'ব, আৰু তাত এশ বছৰলৈ লৰচৰ নোহোৱা পকী দালান সাজিব।"

"সাজিলেই হ'ল? ঠিক আছে। বেচক আপুনি। যেয়ে মাটিত কোৰৰ চাব এটা মাৰিবলৈ আহিব, তাকে কাছাৰিত থিয় কৰামগৈ। জেলৰ ভিতৰত সিহঁতে পকী দালান সজাই থাকিব।"

হঠাতে মহানন্দই চিঞৰ মাৰি উঠিল, —"ঠিক। ঠিক সেইটোকে মই বিচাৰিছোঁ। কাছাৰিত কে'ছ চলিব। সাক্ষী-বাদী, উকীল-মহৰী, হাকিম-পেস্কাৰ, ৰং চাবলৈ যোৱা মানুহেৰে আদালত ভৰি থাকিব; সকলোৰে সমুখত বিচাৰ হ'ব— এইবোৰ মাটি কাৰ?" মহানন্দই দাঁত কামুৰিলে,—"কেনেকৈ এইবোৰ মাটি যোগমায়া নামৰ মানুহ এজনীৰ হ'ল? সেইজনী মানুহ ঘনশ্যাম চৌধুৰীৰ কি হয়? —বিচাৰ হ'ব। চব কথাৰ বিচাৰ হ'ব। কে'ছ লাগিলেহে এইবোৰৰ বিচাৰ হ'ব। তেতিয়াহে গোটেই সংসাৰৰ মানুহে আচল কথাবোৰ জানিব। কে'ছ নালাগিলেতো এইবোৰ কথাৰ বিচাৰ নহ'ব!"

ওঁঠৰ মাজলৈ ছিগাৰেটো সুমুৱাই মহানন্দই কথা বন্ধ কৰিলে। লক্ষেশ্বৰে নিৰ্বাক-নিস্পন্দ হৈ তাৰ মুখলৈ চাই ৰ'ল। হঠাতে তাৰ কথা-বিলাক যেন ভিতিৰ ভিতৰত গোট মাৰি গ'ল।

ছিগাৰেটৰ ধোঁৱা এৰি, অকণমান সময় মনে-মনে থাকি মহানন্দই ক'লে, "কিন্তু মইতো কে'ছ নিদিওঁ! মই মোৰ কাম কৰি যাম। মাটি বেচিম, নে'মপ্লেট একৰাম, ছাইনব'ৰ্ড ভাঙিম—মোৰ কাম কৰি যাম। কোনোবাইতো কে'ছ দিবই! আৰু নিদিয়ে যদি ভাল কথা; মোৰ খুচী-মতেই সংসাৰ চলি থাকিব।"

অলপ পাছত লক্ষেশ্বৰে কিবা এটা ক'বলৈ মুখ মেলিব খুজিছিল, মহানন্দই হাত এখন দাঙি তাক বাধা দি ক'লে, "মই টকাৰ কাৰণে মাটি বেচিবলৈ ওলোৱা নাই। সেইটো কথা আপোনালোকে মনত ৰাখিব। টকা মোৰ হৈছে। কিন্তু মই কথাবোৰ ছাফা কৰিব খুজিছোঁ। এই ছাফা কথা

কামটো আৰম্ভতো কৰিব লাগিব। সেই কাৰণে মাটি বেচা কামেৰেই আৰম্ভ কৰিছোঁ।"

লক্ষেশ্বৰে অস্থিৰ মাতেৰে ক'লে, "কিন্তু যোগমায়াৰ নামত এই মাটিৰ দলিল আছে।"

"আঃ! দলিলতো আছেই। মই মানুহক দলিলখন দেখুৱাব খোজা নাই নহয়! সেইখন দলিল কেনেকৈ হ'বলৈ পালে সেইটোহে দেখুৱাব খুজিছোঁ। আপুনি কথাবোৰ বুজা নাই কিয়? বুজাই কওঁ শুনক। বাৰু, তাৰ আগতে আপুনি দুটামান কথা কওক। মই আৰু লুকচাক নকৰোঁ। চিধা কথা। ––মোৰ দেউতা ঘনশ্যাম চৌধুৰী কেনেকৈ আপোনাৰ ভনীয়েক যোগমায়াৰ বশ হ'ল? কেনেকৈ তেখেতে মোৰ মাক ফাঁকি দি, আমাক ফাকি দি, এই মাটি-সম্পত্তি গোটালে? কাৰ দোষত এইবোৰ ঘটনা ঘটিল?"

মহানন্দই ছিগাৰেটটোৰ বাকী-থকাডোখৰ সমুখৰ এছট্ৰেটোত হেঁচি-হেঁচি বিকৃত কৰিলে আৰু তাৰ পাছত তীব্ৰ খঙেৰে, চেপা মাতেৰে সুধিলে, "কি দেখি দেউতা ভোল গ'ল? কোনে দেউতাক ফুচুলালে? কাছাৰিত মানুহে এইবোৰ কথা জানিব লাগিব। আপোনালোকে যিমানে কেছ কৰিব, সিমানে বেছি মানুহে জানিব, ––এঘৰ বদমাচ মানুহৰ–– এজনী বদমাচ ছোৱালীয়ে, ল'ৰা-ছোৱালী-ঘৈণীয়েক থকা এটা মানুহক ফুচুলালে আৰু এই মাটি-সম্পত্তি নিজৰ নামত লিখাই দলিল কৰালে। এই ––"

লক্ষেশ্বৰে মেজখন দুয়োহাতেৰে জোঁকাৰি চিঞৰিলে, "আপুনি মনে-মনে থাকক।"

মহানন্দই আৰম্ভ কৰা বাক্যটো শেষ কৰিলে, "এই কথাবোৰ বাষ্ট্ৰ হ'ব লাগে।" দাঁত কামুৰি কথাখিনি কওঁতে তাৰ গালৰ হাড় জিলিকি জিলিকি উঠিছিল।

অলপ পাছত ভাগৰুৱা মানুহৰ নিচিনাকৈ উশাহ এটা লৈ শান্ত মাতেৰে মহানন্দই ক'লে,––"হ'বনে? নে আৰু কিবা শুনিবলৈ থাকিল? নাই যদি যাওক।" অলপ পৰ বৈ সি আকৌ ক'লে, "মইতো নিজেও বাচিব লাগিব, দেউতাকো বচাব লাগিব! কি কয়?"

তাৰ পাছত মহানন্দই নিজে যাবলৈ উঠি চিঞৰিলে, "চকীদাৰ। অ'ই মোহন!"

কেইমুহূৰ্তমানৰ পাছত, দূৰত, মোহন চকীদাৰৰ মাত শুনা গ'ল, ––"গৈছোঁ।" গুদামৰ ভিতৰত, মহানন্দইঁতৰ কথাবোৰ শুনি থাকিব পৰা দূৰত, কাঠৰ দ'ম এটাৰ আঁৰত বহি আছিল ৰাম। সি মোহনক বাটত থিয় হৈ থাকিবলৈ পঠাই দিছিল।

অলপ পাছতে মোহন আহি দুৱাৰমুখত উপস্থিত হ'লহি।

লক্ষেশ্বৰ বহাৰ পৰা উঠিল। চকীখন পিছলৈ হোঁহোকাই সি ক'লে, "আপুনি চুকত থাকি বুকুত কামোৰ মাৰিবলৈ ওলাইছে? ইয়াকে কৰিবলৈ আপোনাক মাটি-বাৰী-ঘৰ-দুৱাৰ দি বহুৱাই লৈছিলো?"

মহানন্দই হাঁহি এটা মাৰি, সৰু মাতেৰে ক'লে, "কথাবোৰ এতিয়া তেনেকৈ নাভাবিব। আপোনালোকে থাকিবলৈ এডোখৰ মাটি পাইছে, ঘৰ পাইছে, গণ্ডগোল নকৰাকৈ যিমান দিন পাৰে থাকক;— তেনেকৈহে ভাবিব লাগে।" তাৰ পাছত মহানন্দই মোহনক সুধিলে, "বাহিৰৰ লাইট-বোৰ জ্বলোৱা আছেনে?"

"আছে।"

লক্ষেশ্বৰ কোঠালিটোৰ পৰা ওলাই আহিল। বাটত থিয় হোৱাৰ পাছত তাৰ হাত-ভৰিবোৰ যেন থৰথৰকৈ কঁপিবলৈ ধৰিলে। তাৰ মূৰটো গধুৰ-গধুৰ লাগিল। সি আন্ধাৰ ঠাই এডোখৰলৈ আগবাঢ়ি গ'ল আৰু তাতে থিয় হৈ ৰ'ল। কিমান সময় তেনেকৈ থাকিল সি ক'ব নোৱাৰিলে। তাৰ কাষেদিয়েই কিমান মানুহে অহা-যোৱা কৰিলে সি যেন গম নাপালে। এসময়ত তাক বিচাৰিয়েই হ'বলা—তিলক সেইখিনিত ওলালহি। সি মাতিলে, "দেউতা!" তাৰ পাছত সি সুধিলে, "ইয়াত থিয় হৈ কি কৰিছ?"

"নাই, কিবা এটা ভাবিছিলো। বল।" —বুলি লক্ষেশ্বৰে ঘৰৰ ফালে খোজ ললে।

ঘৰ সোমায়েই লক্ষেশ্বৰে খৰমযোৰ লৈ কলৰ পাৰলৈ গ'ল; হাত-মুখ ধুলে; আৰু তাৰ ওচৰ চাপি কিবা এটা সুধিব খোজা তৰাক ক'লে, "মোক অলপ সময়লৈ কোনেও আমনি নকৰিবা।" তাৰ পাছত সি গোসাঁই-ঘৰত সোমাল। অথনিয়েই জ্বলাই থৈ যোৱা দুটা চাকিৰ এটা নুমাইছিল, ইটো কোনোমতে জ্বলি আছিল। জ্বলি থকাটোত লক্ষেশ্বৰে তেল অকণমান বাকি দিলে; শলিতাডালো অকণমান বঢ়াই দিলে। তাৰ পাছত সি চকু মুদি বহি ৰ'ল। অলপ সময়লৈ সি একো কথা ছিঙিল লগাই ভাবিব নোৱাৰিলে। এই যদি দাঁত কামুৰি কথা কোৱা মহানন্দৰ মুখখন তাৰ চকুৰ আগলৈ আহিল, পাছ মুহূৰ্ততে আহিল সেই তাহানি সাতমহীয়া গাৰে ঘৰৰ চুকত সোমাই উচুপি থকা যোগমায়াৰ চেহেৰাটো। এই যদি সি এসময়ত এইখিনিতে থকা হাবিখনৰ মাজত সিহঁতৰ অকলশৰীয়া ঘৰটো দেখা যেন পালে, পাছ মুহূৰ্ততে দেখিলে গোঁফত তাও দি হাঃ-হাঃকৈ হঁহা ঘনশ্যাম চৌধুৰীৰ মুখখন। সেই দুৰ্দান্ত মানুহটোক যোগমায়াই ফুচুলাই বশ কৰিছিল? মহানন্দই এতিয়া পৃথিৱীখনক জনাই দিব—যোগমায়া বদমাচ ছোৱালী আছিল বুলি?

লক্ষেশ্বৰৰ গাটো জিকাৰ খাই উঠিল। তাৰ ভয় লাগিল। আচলতে এদিন সি লুকুৱাই থবলৈকে যোগমায়াক এই হাবিৰ মাজলৈ লৈ আহিছিল।

ওচৰে-পাজৰে ক'তো চিনাকি মানুহ নাই কাৰণে তেতিয়া তাৰ ভাল লাগিছিল। তাৰ পাছত ইমান দিন গ'ল ;— সেইবোৰ কথা মনত পেলালে লাভ নোহোৱাৰ দিন আহিল ; এতিয়া ল'ৰা-ছোৱালীবোৰৰ মুখলৈ চাই আনন্দ কৰা সময় আহিল ;— আৰু এতিয়া মহানন্দই প্ৰচাৰ কৰাৰ— লক্ষেশ্বৰহঁত বদমাচ মানুহ আছিল, যোগমায়া বদমাচ ছোৱালী আছিল! এতিয়া মহানন্দক সিহঁতে এটা কথা ক'লে সি ওভোতাই দহটা কথা ক'ব? এইবোৰ তাৰ বাপেকৰ মাটি-সম্পত্তি বুলি সি যি ইচ্ছা তাকে কৰিব, আৰু লক্ষেশ্বৰহঁতে যিমানে আপত্তি কৰিব, যোগমায়া সিমানে সৰু হৈ গৈ থাকিব?

নিমখহাৰাম। পাষণ্ড। বাপেকতকৈও দুৰাচাৰ। এতিয়াই গৈ তাক এৰেঁঘাপে দুটুকুৰা কৰি থৈ আহিব নে কি? সি মহানন্দৰ ওচৰৰ পৰা মনে-মনে গুচি আহিল কিয়? তেতিয়াই সি তাৰ টেঁটুটোত চেপা মাৰি নধৰিলে কিয়?

কিছুসময়ৰ পাছত লক্ষেশ্বৰে গাটো লৰাই পোন হৈ বহিল। তাৰ খংটো অলপ কমিল। বাৰে-বাৰে তাৰ মনলৈ আহিল—ইয়াৰ পাছত কিবা নহয় কিবা এটা ঘটিবই ; কিন্তু যোগমায়াই এই বয়সত সেইবোৰ সহ্য কৰিব পাৰিবনে? অকলে?

পিছ চোতালত বহি যোগমায়া আৰু অকণে লক্ষেশ্বৰ গোসাঁইঘৰৰ পৰা ওলাই অহালৈ বাট চাই আছিল। কি হৈছে জানিবলৈ সিহঁত অস্থিৰ হৈছিল, কিন্তু লক্ষেশ্বৰৰ ওচৰ চাপিবলৈ কোনেও সাহ কৰা নাছিল। ভৰা আৰু ৰাধাই ৰন্ধা-বঢ়াৰ কাম চমুৱাই পেলাইছিল। সিহঁত দুজনী পাকঘৰৰ বাৰান্দাত মনে-মনে বহি আছিল। নবীন, তিলক আৰু গৌৰী নিজ-নিজ পঢ়া-মেজৰ ওচৰত আছিল, কিন্তু কোনেও পঢ়া নাছিল। এটাইকেইটাই চোতালৰ ফালৰ পৰা কথা পতাৰ শব্দ অহালৈ বাট চাই আছিল।

এসময়ত লক্ষেশ্বৰ ওলাই আহিল। অকণে নিজে বহি থকা চকীখন লক্ষেশ্বৰক এৰি দিলে। লক্ষেশ্বৰ বহিল। তাৰ কথা কোৱাৰ কোনো লক্ষণ দেখা নগ'ল। অকণে সুধিলে, "আপুনি যে ওলাই গৈছিল, কাক লগ পালে?"

লক্ষেশ্বৰে ক'লে, "ইহঁতক ইয়াৰ পৰা যাবলৈ ক।"

"কাক?" অকণে সুধিলে।

"এই— এই মহানন্দ চৌধুৰীহঁতক। ঘৰটো খালী কৰি দিবলৈ ক।"

অলপ সময়লৈ কোনেও কথা নক'লে। ইতিমধ্যে গৌৰী বাৰান্দালৈ ওলাই আহিছিল ; তাইলৈ চাই লক্ষেশ্বৰে ডাবি মাৰি ক'লে, "তই ভিতৰলৈ যা।"

গৌৰী দুৱাৰৰ সিফালে আঁৰ হোৱাৰ পাছত সি ক'লে, "আৰু অহা

শুকুৰবাৰলৈ এই মনোৰঞ্জন দাসে সজা গুদামঘৰটোত জুই লগাই দিব লাগিব।”

এইবাৰ যোগমায়াই প্ৰায় ভাবি দিয়াৰ সুৰেৰেই সুধিলে, “কি হৈছে নকব কিয়?”

লক্ষেশ্বৰে ক'বলৈ আৰম্ভ কৰিলে। মহানন্দই যি যি কৈছিল, সি সকলো কথা এফালৰ পৰা কৈ যাবলৈ ধৰিলে। অৰুণ, ৰাধা, যোগমায়া—সকলো সমুখতে আছে বুলি সি যেন পাহৰি গ'ল। মহানন্দই কৈ থাকোঁতে কিছুমান কথা তাৰ শুনিবলৈকে লাজ লাগিছিল, কিন্তু এতিয়া নিজে কওঁতে তাৰ লাজ নালাগিল। মাজে-মাজে খঙত তাৰ মাত থোকাথুকি হৈ গ'ল।

এসময়ত তাৰ কথা শেষ হ'ল। কিছু সময়লৈ গোটেই ঘৰখন স্তব্ধ হৈ ৰ'ল। তাৰ পাছত লক্ষেশ্বৰ উঠিল। “সকলো কথা তহঁতে জনা দৰকাৰ” —বুলি কৈ সি সোমাই গ'ল। যোগমায়া, অৰুণ আৰু ৰাধাই কোনেও কাৰো মুখলৈ নোচোৱাকৈ এসময়ত চোতালখনৰ পৰা আঁতৰি গ'ল। তৰাই মাজ নিশালৈকে এবাৰ ইটোক, এবাৰ সিজনীক ভাত খাবলৈ কুটুৰিলে, কিন্তু লাভ নহ'ল।

ৰাতি বিভিন্ন সময়ত যোগমায়া, অৰুণ আৰু ৰাধাৰ মন গ'ল—লক্ষেশ্বৰক বিছনাৰ পৰা তুলি আনি কথাবোৰ আকৌ খুটিয়াই-খুটিয়াই সুধিবলৈ— মহানন্দই এনেকৈ কৈছিলনে? আৰু কি-কি কৈছিল?

পাছদিনা ৰাধা স্কুললৈ নগ'ল। আগবেলা ঘৰত অৰুণৰ লগত তাইৰ মুখামুখিয়েই নহ'ল। নবীনৰ হাতত তাই স্কুললৈ ছুটীৰ দৰখাস্ত-খন দি পঠালে, আৰু লগতে অতুললৈও খবৰ পঠালে— সি যেন দুটামান ক্লাছৰ পৰা ছুটী লৈ এবাৰ তাইৰ ওচৰলৈ আহে!

অতুল ছেকেণ্ড পিৰিয়ডটোৰ পাছতে আহিল। তাক কথাবোৰ কৈ উঠি ৰাধাই কান্দিলে। একোবাৰ কান্দোনটো বন্ধ কৰি, চকু-মুখ মচি তাই স্থিৰ হ'বলৈ চেষ্টা কৰিলে, তাৰ পাছতে আকৌ আঁচলেৰে মুখ ঢাকি কান্দিবলৈ ধৰিলে।

অতুলে মনে-মনে, একেথৰে বাহিৰলৈ চাই থাকিল। এসময়ত সি ক'লে, “হ'ব। কন্দা-কটা কৰি লাভ নাই। আৰু— তুমি কান্দিলে নহ'ব নহয়। তুমি সহ্য কৰিব পৰা ছোৱালী; সহ্য কৰিব পাৰিব লাগিব।”

অলপ সময় ৰৈ সি ক'লে, “এইবোৰ কথা তুমি আজিহে শুনিছা! মই আগতেই শুনিছোঁ।”

ৰাধাই অতুলৰ মুখলৈ চালে। অতুলে মূৰ দুপিয়াই ক'লে, “হয়। আগতেই শুনিছোঁ।”

"ক'ত? কেনেকৈ?"

"মই আজিকালি অন্নদাচৰণ বাবুৰ লগত বহুত সময় কটাওঁ। ইচ্ছা কৰিয়েই মই তেওঁক লগ ধৰোঁ। মই এই কামটো কৰিম বুলি তোমাক এটা আভাস দিছিলো, —মনত আছে? অন্নদাচৰণ বাবুয়ে মোক লগ পালে বৰ ভাল পায়।"

"কিয়?"

"ছি, আই, ডি-গিৰি কৰিব পাৰে কাৰণে! তেহে তেওঁ জানিব পাৰিব— অৰুণ দাদাই কিমান কি কংগ্ৰেছৰ কাম কৰে; মই সঁচাকৈয়ে তোমাক বিয়া কৰাম নে কি!"

"মোৰ কথাও পাতে?"

"নাপাতিব কিয়? কেইবাদিনো তেওঁ এই মনোৰঞ্জন বাবুৰ লগতো মোক বহুৱাই নৈ বুজাইছে,— কি কি কাৰণে মই তোমালোকৰ ঘৰখনৰ লগত সম্পৰ্ক ৰাখিব নালাগে।"

"এইবিলাক কথাতো আপুনি মোক কেতিয়াও কোৱা নাই!"

"কোৱাৰ কোনো দৰকাৰ আছে বুলি ভবা নাছিলো। মই যিটো কৰিম কৰিমেই যেতিয়া মিছাকৈ কিছুমান কথা কৈ তোমাৰ মন বেয়া কৰাৰ কি দৰকাৰ? কিন্তু—"

অতুল ৰ'ল। ৰাধাই উৎসুক দৃষ্টিৰে তাৰ চকুলৈ চাই ৰ'ল।

"কিন্তু এতিয়া যি দেখিছোঁ—.এই মানুহবোৰে লাহে-লাহে যিৱোৰ কথা ক'ব, সেইবোৰ তুমি একেবাৰেই শুনি থোৱাই ভাল। টুকুৰা-টুকুৰকৈ অশান্তি পাই থকাৰ কি দৰকাৰ? শুনা। তেওঁলোকৰ মতে যিবোৰ কাৰণত মই তোমালোকৰ লগত সম্পৰ্ক পাতিব নালাগে, তাৰ ভিতৰত আটাইতকৈ ডাঙৰ কাৰণটো হ'ল— তোমালোক অবৈধ সন্তান। সমাজ, আইন— একোৱে তোমালোকক বৈধ বুলি গ্ৰহণ নকৰে। তোমালোকৰ পিতৃ-পৰিচয় সন্দেহজনক।"

কথাখিনি অতুলে অলপ হাঁহি-হাঁহি ক'লে, আৰু শেষ কৰি ভালকৈ হাঁহিলে।

ৰাধাই হাত এখনত গাল থৈ, থুঁতৰিটো বুকুত লগাই নিশ্চল হৈ বহি ৰ'ল।

অতুলে আকৌ ক'লে, "কথা সিমানেই। ইয়াৰ পাছত বোধকৰোঁ তোমাৰ আৰু নতুন একো শুনিবলৈ বাকী নাথাকিল। যাচ। যুদ্ধ এখনতো হ'বই! কিন্তু তোমালোকৰ এটা লাভ হ'ল— শত্ৰুৰ কি-কি অস্ত্ৰ আছে, তোমালোকে এতিয়া ভালকৈ জানা। এতিয়াতো আৰু চিন্তা কৰি লাভ নাই,—কাম কৰিব লাগিব; কি কোৱা?"

ৰাতিপুৱা সকলোতকৈ আগেয়ে শোৱাৰ পৰা উঠি যোগমায়াই গা-পা ধুই আহৰি হৈছিল। গা-ধোৱাৰ পাছতো তাইৰ চকুযোৰ ফুলি আছিল, ৰঙা পৰি আছিল। অৰুণ বহু পলমকৈ, গৌৰীয়ে চাহ খাবলৈ মাতোঁ-তেহে, তাৰ কোঠালিৰ পৰা ওলাই আহিছিল। সি কলৰ পাৰত মুখ ধুই থাকোঁতেই যোগমায়াই তাক ক'লে, "মই আজি মহানন্দক লগ পাবলৈ যাম।"

"কিয় ?" অৰুণে টান মাতেৰে সুধিলে।

"তেওঁৰ লগত মই কেইটামান কথা পাতিম।"

"দৰকাৰ নাই।" অৰুণে খঙেৰে ক'লে।

"দৰকাৰ আছে কাৰণেহে কৈছোঁ!" যোগমায়ায়ো টান মাতেৰে ক'লে।

অৰুণে এইবাৰ ধমকি মাৰিলে, "যি কৰিব লাগে মই কৰিম। তই কেতিয়া কি কৰিব লাগে মই কম,-- কৰি থাকিবি। যেতিয়া যাৰ লগত কথা পাতিব লাগে, ইয়ালৈ মাতি আনি দিম, ইয়াত পাতিবি। তই কলৈকো যাব নালাগে।"

আধাখিনি পানী থকা বাল্টিটোলৈ মগটো দলি মাৰি দি অৰুণ আঁতৰি গ'ল।

সেইদিনা স্কুলৰ আধা ঘণ্টাৰ ছুটীৰ সময়ত অৰুণে অতুলক বিচাৰিলে। অতুল অলপ আগতে ৰাধাৰ ওচৰৰ পৰা আহি পাইছিলহি। অতুলক লগত লৈ অৰুণ চুবুৰিটোত সোমাল। মদন-মোহনহঁতৰ ঘৰৰ আগেদি খোজ কাঢ়োঁতে হঠাতে সি অতুলক সুধিলে, "পইচা গোটাব পৰিছা নে ?"

"পইচা মানে ?"

"মানে ঘৰ এটা সজাৰ কাম আৰম্ভ কৰিবলৈ ?"

"নাই দাদা।"--অতুলে হাঁহিলে।

অৰুণে গহীন মাতেৰে ক'লে, "আগতেও কৈছোঁ,-- আজি আকৌ ফাইনেলি ক'লো-- টকাৰ কথা চিন্তা নকৰিবা। কাইলৈৰ পৰাই ঘৰ সজাৰ কামত ধৰা। তুমি কেৱল ঘৰটো সজাব লাগে, আৰু সেইটো ঘৰত থাকিব লাগে।"

অলপ দূৰ গৈ সিহঁত এটুকুৰা খালী মাটিৰ সমুখত ৰ'ল। অৰুণে হিচাপ কৰি পাইছিল, --এই টুকুৰা মাটিকে মহানন্দই অন্নদাচৰণক বেচাৰ কথা কৈছিল। মাটি টুকুৰালৈ অলপ সময় চাই থাকি অৰুণে ক'লে, "তুমি ৰাধাক বিয়া কৰাবা বুলি মই তোমাক ঘৰ-মাটি দিব খোজা নাই। তুমি তাইক বিয়া নকৰালেও মই এটা শব্দও উচ্চাৰণ নকৰোঁ। ঘৰ-মাটিখিনি লৈ তুমি মোক অকণমান সহায় কৰা। কাইলৈ পুৱা ইয়াত বাঁহ পৰিব ; মানুহে, জেওৰা দিব, তুমি কামখিনি চাবা।"

সেইদিনাই স্কুল ছুটীৰ পাছত অৰুণে কেশৱ দাসক নিজৰ কোঠালিলৈ মতাই নিলে। সি ক'লে, "মই এটা কথা আলোচনা কৰিব খুজিছোঁ দাস। আপনাৰতো ইয়াত নিজা মাটি-ঘৰ নাই?"

"নাই।" দাসে হাঁহি মুখেৰে ক'লে।

"আপুনিতো আমাৰ স্কুলতে কাম কৰি থাকিব। নে অইন ফালবালৈ যাব?"

"যোৱাৰ কথাতো ভবা নাই। আৰু এতিয়া নতুনকৈ আৰু ক'ত কি চাকৰি বিচাৰি যাম?" কেশৱ দাসে আকৌ হাঁহিলে।

অৰুণে ক'লে, "মই ভাবিছোঁ—আপোনালোক যি কেইজন পুৰণি শিক্ষক আছে, ইয়াতে থাকিব, অথচ— ইয়াত মাটি-ঘৰ নাই, তেওঁলোকক মই একোটুকুৰা মাটি দিওঁ, আৰু ঘৰ সজাবলৈ স্কুলৰ ফাণ্ডৰ পৰা কিছু টকা অলপ-অচৰপ সুদত ধাৰলৈ দিওঁ। চল্লিছটামান কিস্তিত তেওঁ-লোকৰ দৰমহাৰ পৰা মাহে-মাহে ধাৰৰ টকাখিনি কাটি লম। কেনে দেখে?"

"সেইটোতো বৰ ভাল কথা হ'ব!"

"আপুনি মোক এটা কাম কৰি দিয়ক। গোপাল বাবুকে আদি কৰি একেবাৰে পুৰণি সাত-আঠজনমানৰ লগত আপুনি কথা পাতক। যি কেইজনে এই কথাটো ভাল পায়, এমাহৰ ভিতৰতে ঘৰ সজোৱাৰ কাম আৰম্ভ কৰাব পাৰে, তেওঁলোকৰ লিষ্ট এখন মোক দিয়ক। বৰ বেছি আঠজন। ছিনিঅ'ৰিটি হিচাপে। ক'ব— মাটি মই দিম। ঘৰ সজোৱাৰ ধাৰ মৰাৰ পাছত আকৌ চল্লিছটামান কিস্তিত তেওঁলোকে মাটিৰ দাম দিব। লিষ্টখন মোক কাইলৈকে দিব।"

কেশৱ দাস অবাক হৈ বহিয়েই থাকিল; অৰুণ হঠাতে উঠি কোঠালি-টোৰ পৰা ওলাই গ'ল।

# ষোল

কাঠৰ দোকানৰ পৰা লক্ষেশ্বৰ ওলাই যোৱাৰ পাছত মহানন্দই আৰু এটা ছিগাৰেট জ্বলালে। অকণমান সময় থৰ হৈ থিয় হৈ থাকি তেওঁ কোঠালিটোৰ পৰা ওলাই আহিল। চকীদাৰটো সেইখিনিৰ পৰা আঁতৰি গ'ল। ইতিমধ্যে কাঠৰ দ'মটোৰ মাজৰ পৰা ৰামো ওলাই আহিছিল। তাক দেখি মহানন্দ যেন উচপ খাই উঠিল।

"তই ইয়াত কি কৰিছ?"

ৰামে এবাৰ বাপেকৰ মুখলৈ চাই অইনফালে মুখ ঘূৰালে। তাৰ মুখখন গম্ভীৰ হৈ আছিল।

মহানন্দৰ চিন্তা হৈছিল—তেওঁ লক্ষেশ্বৰক কোৱা কথাবোৰ ৰামে শুনিলে নে কি? তেওঁৰ সুধিবৰ মন গ'ল—তই ইয়াত কেতিয়াৰ পৰা আছ? কিন্তু তেনেকৈ সুধিবলৈ তেওঁৰ লাজ লাগিল। ৰামে একো নোকোৱা দেখি তেওঁ আকৌ সুধিলে, "কি কৰিছ ইয়াত তই?"

"একো নাই কৰা। খুৰাক আপুনি ইমানবোৰ কথা কিয় ক'লে? মানুহক এনেকৈ কথা কয় নে কি?"—ৰামে গোমোঠা মুখেৰে সুধিলে।

ৰামহঁতে লক্ষেশ্বৰক কি বুলি সম্বোধন কৰিব লাগে ঠিক কৰিব নোৱাৰি এনেয়ে খুৰা বুলি মাতিবলৈ লৈছিল। মহানন্দই ৰামৰ মুখলৈ এনেকৈ চালে যেন সি কোন খুৰাক কি কোৱাৰ কথা কৈছে তেওঁ ধৰিবই পৰা নাই! কিন্তু পাছ মুহূৰ্ততে তেওঁৰ হতভম্ব ভাবটো কাটি গ'ল। তেওঁ খঙেৰে সুধিলে, "তোক সেইবোৰ কথা শুনি থাকিবলৈ কোনে কৈছিল? তই ইয়ালৈ আহিছিল কিয়? এই ৰাতিখন তোৰতো ইয়াত একো কাম নাই!"

"আপোনালোকে কি কথা পাতে শুনিবলৈ আহিছিলো।" —ৰামে নিৰ্ভীকভাৱে ক'লে।

মহানন্দই তীক্ষ্ণ দৃষ্টিৰে পুতেকৰ মুখলৈ চালে।

ৰামে সুধিলে, "আপুনি কাজিয়া কৰিম বুলিয়েই ঠিক কৰিছে নে কি?"

"মই কিয় কাজিয়া কৰিম?"

"এইবোৰ কাজিয়া নহয়নো কি? খুৰাক ইমানবোৰ কথা কোৱাৰ পাছত এতিয়া কাজিয়া নলগাকৈ থাকিব নে কি?"

"লাগে যদি লাগিব, তোৰ কি?" মহানন্দই ডাবি মাৰি সুধিলে।

ৰামে সমানে উত্তৰ দিলে, "আপোনালোকে কাজিয়া কৰিব, সেইবোৰ আমাৰ কাৰণে লাজৰ কথা নহয় নে কি?"

মহানন্দই অবাক হৈ ৰামৰ মুখলৈ চালে। এইবোৰ কথাতো ৰামে আজি প্ৰথম শুনা নাই। আগতে ঠিক ইমান পৰিষ্কাৰকৈ নুশুনিব পাৰে, কিন্তু শুনিছে। কেইবা ৰাতিও এইবোৰ কথাকে লৈ তেওঁ ঘৰত বকা-বকি কৰিছে। কেতিয়াবাতো ৰামেও তেওঁৰ লগত যোগ দি অৰুণহঁতৰ বিৰুদ্ধে কিবাকিবি কৈছে। সিয়েইতো সিদিনা ৰাতি যোগমায়া নিকেতন বুলি লিখি থোৱা প্লেটখন কোবাই কোবাই গে'টৰ পিলাৰৰ পৰা আঁতৰাই পেলাইছে। কিন্তু আজি তাৰ হ'ল কি?

কেই মুহূৰ্তমানৰ পাছত তেওঁৰ মুখেদি ওলাই গ'ল,—"আজি দেখোন তই হঠাতে লাজৰ কথা কলি? হ'ল কি তোৰ?"

হয়তো। হ'ল কি তাৰ? দেউতাকৰ মুখলৈ চাওঁতে ৰামৰ ভিতৰ-খন জিকাৰ খাই উঠিল, কিন্তু লগে-লগে সি জোৰকৈ মনলৈ সাহস আনি ক'লে, "লাজৰ কথা হৈছে কাৰণে কৈছোঁ। আপোনালোকে এইবোৰ বন্ধ কৰক।" কথা কেইষাৰ কৈয়েই সি ওলাই গ'ল।

মহানন্দই দুৱাৰখনৰ চৌকাঠত ভেজা দি কিছু সময় তলমূৰকৈ থিয় হৈ ৰ'ল। তাৰ পাছত তেওঁ ঘৰলৈ বুলি খোজ ললে।

ৰামৰ তেতিয়াই পোনে-পোনে গৌৰীহঁতৰ ঘৰলৈ যাবলৈ মন গ'ল। তাৰ গৌৰীক লগ পাবলৈ মন গ'ল। কিন্তু সি জানে—গৌৰীহঁতৰ ঘৰলৈ এনেকৈ পোনে-পোনে যোৱাৰ বাট এতিয়া আৰু খোলা নাই। সি অস্থিৰ হৈ চুবুৰীটোৰ বাটে-বাটে ঘূৰি ফুৰিলে। এসময়ত সি পুলিছ-চাহাবে আধা-সজোৱাকৈ এৰা ঘৰটোৰ আগত থিয় হ'লহি। সেইখিনিৰ পৰা গৌৰীহঁতৰ ঘৰটো,—গৌৰীৰ কোঠালিটোও দেখি থাকি। কোঠালিটোৰ খিৰিকি দুখন পোহৰ হৈ আছে। গৌৰী আছেনে চাগৈ কোঠালিটোত? এসময়ত ৰামৰ এনেকুৱা লাগিল যেন সি এইফালেদি যেৰাগুন পাৰ হৈ গৈ খিৰিকি এখনত টুকটুকাই দিব।

ৰাম পুলিছ-চাহাবৰ ঘৰটোৰ বাৰান্দালৈ উঠি গ'ল। এসময়ত পুলিছ-চাহাবে এজাক মানুহ লগাই দি হুৰমুৰকৈ ঘৰটো সজাইছিল,—চাল হ'ল, বেৰ হ'ল, দুৱাৰ-খিৰিকিত ফ্ৰে'ম বহুউৱা হ'ল,—তাৰ পাছত হঠাতে যে চাহাবে কাম বন্ধ কৰালে, এতিয়া সেই তেনে চিনেই আছে। এঠাইত ইটা কিছুমান দ'ম হৈ আছে, তাৰ বাহিৰে চৌহদটোত বস্তু-বাহানি একো নাই। পিছফালে সৰুকৈ খেৰ-বাঁহৰ ঘৰ এটা সজাই দি চাহাবে তাত এটা চকীদাৰ ৰাখিছে। চকীদাৰটো ৰাতি শুবলৈহে আহে বুজিব লাগে। সি মেইন ৰাস্তাৰ কাষত বিড়ি-ছিগাৰেটৰ দোকান এখন দিছে। বেছিভাগ সময় সি তাতে থাকে।

বাৰান্দালৈ উঠি ৰাম খিৰিকি এখনৰ তলৰ কাঠডালত বহিল। তাৰ পৰাও গৌৰীৰ কোঠালিটোৰ খিৰিকি দুখন ভালকৈ দেখি থাকি। —লক্ষেশ্বৰ খুৰাই ঘৰ সোমায়েই কথাবোৰ গৌৰীহঁতৰ কৈ দিছেগৈ নে কি? দেউতাকে যেনেকৈ কৈছিল ঠিক তেনেকৈ?

ৰামে অস্থিৰভাৱে মূৰটো জোঁকাৰিলে। ওহোঁ। নিশ্চয় কোৱা নাই। সেইবোৰ কথা গৌৰীহঁতক সিহঁতৰ দেউতাকে ক'ব পাৰিবনে? কিন্তু যদি কৈছে? গৌৰীয়ে কি ভাবিছে চাগৈ? এতিয়া তাই কি কৰিছে চাগৈ?

বাটেদি যোৱা কোনোবা এজনে টৰ্চলাইট জ্বলালে। এই ঠাইডোখৰ আন্ধাৰ। ক'ৰো পৰা এইখিনিত পোহৰ নপৰে। ৰামে তৎক্ষণাত খিৰিকিখনৰ ভিতৰ সোমাই নিজকে আঁৰ কৰিলে। বাটৰ মানুহজনে যদি হঠাতে এইফালে টৰ্চলাইটটো ঘূৰাই দিয়ে! তাৰ গাত যদি পোহৰ পৰে! অইন একো নহয়; কিন্তু এই আচৰিত ধৰণৰ ঠাইটুকুৰাত এই সময়ত কোনোবাই তাক দেখিলে কিবা ভাবিবওতো পাৰে!

কোঠালিটোৰ ভিতৰখন একেবাৰে আন্ধাৰ। খিৰিকিখনৰ ওচৰৰ বেৰখনত ৰামে হাতফুৰাই চালে। ছাফা যেনেই লাগিল। বেৰখনত আঁউজি সি থিয় হৈ ৰ'ল। কিমান সময় তেনেকৈ থাকিল সি ক'ব নোৱাৰিলে। যেতিয়া সি খিৰিকিখন পাৰ হৈ আকৌ বাৰান্দালৈ ওলাল, তেতিয়া গৌৰীৰ কোঠালিটোৰ লাইট নুমাই আছে।

পাছদিনা বাছষ্টপত গৌৰীয়ে ৰামক নেদেখা ভাও জুৰিলে। ছোৱালী জনীৰ লগত তাই যেন গভীৰ আলোচনাত মগ্ন হৈ পৰিল। বাছত তাই ছোৱালীজনীৰ লগতে বহিল। কলেজৰ ওচৰত বাছৰ পৰা নামিও তাই কোঁ-কোঁকৈ কলেজৰ চৌহদৰ ফালে খোজ ললে। এইখিনি সময়ৰ ভিতৰতে ৰামৰ খং উঠিছিল, অভিমান হৈছিল; —সি কষ্ট অনুভৱ কৰিছিল। শেষত যেতিয়া গৌৰী কমনৰুমৰ ফালে আগবাঢ়িল, তেতিয়া ৰামে ধৈৰ্য ধৰিব নোৱাৰিলে। সি প্ৰায় দৌৰি গৈয়েই গৌৰীক আগচি ধৰিলে; ক'লে —"তুমি কিয় এনেকুৱা কৰিছা? তোমাৰ লগত মোৰ কথা আছে।"

গৌৰীয়ে ক'লে, "তোমাৰ লগত মোৰ কথা নাই বুলি ভাবিছা নে কি?"

"তেনেহ'লে?"

গৌৰীয়ে ক'লে, "ৰাস্তাই-ঘাটে,—বাছত,—আমি আৰু এনেকৈ লগ পাব নোৱাৰিম। আমি যে বাছত একেলগে আহোঁ, সেইটো মানুহৰ চকুত পৰিছে।"

"কোনোবাই কিবা কৈছে নে কি?"

"কৈছে।"

"কোনে?"

গৌৰীয়ে তলমূৰ কৰি ক'লে, "কোনোবাই ৰাধা বাইদেউক কৈছে। কালি ৰাতি বাইদেৱে মোক কৈছে। কোনে কৈছে, --বাইদেৱে মোক নক'লে।"

"পেহীয়ে আক কি কৈছে? খং কৰিছে নেকি?"

"খং কৰা নাই। কিন্তু কৈছে, --মই যেন তোমাৰ লগত কোনো সম্পৰ্ক নাৰাখোঁ।"

অলপ সময় দুয়ো মনে-মনে ৰ'ল। গৌৰীয়ে ইফালে-সিফালে চালে--কোনোবাই সিহঁতলৈ চাই আছে নে কি।

অলপ পাছত ৰামে সুধিলে, "তুমি কি ভাবিছা? সম্পৰ্ক নাৰাখোঁ বুলিয়েই ভাবিছা নে কি?"

গৌৰীয়ে ৰামৰ চকুলৈ চালে; তাৰ পাছত তললৈ চাই ক'লে, "পাৰিম জানো?"

ৰামৰ বুকুৰ পৰা যেন প্ৰকাণ্ড বোজা এটা নামি গ'ল। সি ক'লে, "ইমানবোৰ কথা ক'বলগীয়া আছিল! তোমাক লগ নাপালে কেনেকৈ হ'ব? কিন্তু--"সি অলপ ৰ'ল, তাৰ পাছত সুধিলে, "ক'ত লগ পাম বাৰু?"

"জানো! মই দেখোন একো ভাবিবই পৰা নাই।"

ছোৱালী দুজনী ওচৰ চাপি অহা কাৰণে গৌৰী সিহঁতৰ ফালে আগবাঢ়ি গ'ল। ৰাম অইনফালে গুচি গ'ল।

আবেলি গৌৰীৰ ক্লাছ শেষ হোৱাৰ পাছত ৰামে তাইক আকৌ লগ ধৰিলে। সি ক'লে, "এতিয়া কলেজতো কথা পাতিবলৈ ভয় লাগিছে। কোন বা আকৌ কি কয় গৈ!"

গৌৰীয়ে মূৰ দুপিয়ালে। হয়। তাইৰো ভয় লাগিছে।

"মই এটা কথা ভাবিছোঁ। ক'বলৈকে ভয় লাগিছে। তুমি কিজানি বেয়া পোৱা!" ৰামে কওঁ-নকওঁকৈ ক'লে।

"কি?"

ৰামক সঁচাকৈয়ে বৰ ভয় খোৱা যেন দেখা গ'ল। গৌৰীৰ চকুলৈ এবাৰ চাই সি আকৌ তলমূৰ কৰিলে।

"কোৱাচোন।"

সাহস বুলিবলৈ যিমান যি আছিল আটাইখিনি গোটাই লবলৈ ৰামে অলপ সময় ল'লে; তাৰ পাছত সি সুধিলে, "ৰাতি আহিব পাৰিবা?"

গৌৰীয়ে যেন কথাষাৰৰ অৰ্থ বুজিবই নোৱাৰিলে--তেনেকৈ কেই মুহূৰ্তমান ৰামৰ চকুলৈ চাই ৰ'ল। তাৰ পাছত সুধিলে, "ৰাতি?"

ৰামে শলাগিলে।

"ক'লৈ ?"

"তোমালোকৰ ঘৰৰ ওচৰত যে আধাসজা ঘৰটো আছে, পুলিচ্-অফিচাৰজনৰ—"

গৌৰী যেন ভয়ত শিয়ৰি উঠিল। তাই অস্ফুট মাতেৰে ক'লে, "নাই নাই, তালৈ মই কেনেকৈ আহিম ?" তাৰ পাছত তাই জোৰেৰে মূৰ জোঁকাৰিলে,—"ওহোঁ। কেতিয়াও নোৱাৰোঁ।"

"কথাবোৰ কোৱাৰ,—লগ পোৱাৰ—অইন উপায় পোৱা নাছিলো কাৰণে তেনেকৈ কৈছিলো। বেয়া নাপাবা।" —ৰামে ক্ষমা খোজাৰ সুৰেৰে ক'লে।

"কিয় বেয়া পাম ? মই নুবুজোঁ নে কি ? কিন্তু মই সেইটো কাম কৰিব নোৱাৰিম। কোনোবাই গম পালে কি যে সাংঘাতিক কথা হ'ব ! নালাগে দিয়া। লগ পোৱাৰ উপায় যদি নাথাকে, তেনেহ'লে লগ নোপোৱাকৈয়ে থাকিম।"

"দেউতাহঁতে যে ইমান ডাঙৰ কাজিয়া কৰিবলৈ ওলাইছে ! কালি ৰাতি দেউতাই খুৰাক যিবোৰ কথা কৈছে—"

"শুনিছোঁ। দেউতাই সকলো কৈছে। কিন্তু তুমি কেনেকৈ শুনিলা ?"

"মই আঁৰৰ পৰা চব শুনি আছিলোঁ।"

সিহঁত দুটা ফিল্ডখনৰ কাষে-কাষে অলপ দূৰ মনে-মনে আগুৱাই গ'ল। তাৰ পাছত গৌৰীয়ে ক'লে, "যেয়ে যি কৰে কৰি থাকক, তুমি আৰু মই এইবোৰৰ মাজত নোসোমাওঁ দিয়া। নোসোমোৱাকৈ থাকিব নোৱাৰিম জানো ?"

"পাৰিম।" ৰামে লাহেকৈ ক'লে।

আৰু কেইখোজমান আগুৱাই গৌৰীয়ে ক'লে, "তুমি খালী মোক ভুল নুবুজিবা।"

তাইৰ চকুযোৰ চলচলীয়া হৈ উঠিল।

মহানন্দই যিডোখৰ মাটি অন্নদাচৰণক বেচাৰ কথা কৈছিল, সেইডোখৰ মাটিত পাছদিনা ৰাতিপুৱাই তিনিগাড়ী বাঁহ পৰিল। এক ডজন দিন-হাজিৰা কৰা মানুহে ঠাইডোখৰ জেওৰাৰে বেৰা দিয়াৰ কাম আৰম্ভ কৰিলে। ছটামান মানুহে একেলগে বাঁহ কটা আৰু ফলাৰ শব্দ চুবুৰিটোত বিয়পি পৰিল। শব্দবোৰ কাণত পৰাৰ অলপ পাছত অৰুণ মেজৰ পৰা উঠিল আৰু চোলা এটা পিন্ধি ওলাই গ'ল।

আব্দুল নামৰ বহুদিনৰ চিনাকি মানুহ এটাক অৰুণে কামটোৰ দায়িত্ব

দিছিল। মাটিডোখৰৰ ওচৰত থিয় হৈ সি আব্দুলক বুজালে—জেওৰা দিয়াৰ পাছত কি কি কামত আব্দুলে তাক সহায় কৰিব লাগিব। আৰু দুদিনৰ পাছতে ইটাৰ কাম আৰম্ভ হ'ব। বাতাম লগোৱা ঘৰ হ'ব যদিও বাঁহৰ কামো চেৰ হ'ব। মুঠতে এই যে আব্দুলে এই ঠাইডোখৰত ভৰি দিলে, —অতুল মাষ্টৰ ঘৰটোত থাকিবলৈ আহিলেহে সি ইয়াৰ পৰা যাব পাৰিব।

অলপ পাছত, চুৰিয়াখন লুঙীৰ নিচিনাকৈ পিন্ধি, গেঞ্জি গাৰে মনোৰঞ্জন দাস সেইখিনিলৈ আহিল। তেওঁ চুচুক-চামাককৈ অৰুণৰ কাষ চাপি সৰু মাতেৰে সুধিলে, "ইয়াত কিবা কৰিব খুজিছে নে কি?"

"হয়।"—শব্দটো কৈয়েই অৰুণ আব্দুলৰ ফালে ঘূৰিল।

"কি কৰিব?"

"ঘৰ সজাম।"

"ঘৰ মানে—?"

"ঘৰ মানে মানুহ থকা ঘৰ। অতুল মাষ্টৰ যে,—এই স্কুলখনত যে মাষ্টৰ কাম কৰে,—তেওঁৰ থকা ঘৰ।" অৰুণ সেইখিনিৰ পৰা আঁতৰি গ'ল।

মনোৰঞ্জন দাসে তাৰ লগে-লগে খোজকাঢ়ি ক'লে, "কিন্তু মাটিডোখৰটো অন্নদাবাবুৱে কিনিছে বুলি শুনিছিলো! তেওঁ যদি কিবা গণ্ডগোল কৰে?"

অৰুণে ক'লে, "এই জেওৰা দিয়া কামটোৰ কাৰণে চাৰিটামান মানুহ হ'লেই হয়। মই বাৰটা মানুহৰ যোগাৰ কৰিছোঁ। কোনোবাই কিবা গণ্ডগোল কৰিলে চম্ভালিব লাগিব নহয়,—সেই কাৰণে। দৰকাৰ হ'লে গণ্ডগোল কৰিবলৈ অহাটোক ইয়াতে বান্ধি পেলাই থবলৈ কৈছোঁ,—মই আহি যাতে ডিঙিটো কাটি পেলাব পাৰোঁ। যাওক, কাক কাক দিব লাগে খবৰটো দিয়কগৈ।"

মনোৰঞ্জন দাসে আহত হোৱাৰ সুৰেৰে ক'লে, "খবৰ দি ফুৰিবলৈ মোৰ কি দৰকাৰ পৰিছে? আপুনি মোক কিয় তেনেকৈ কৈছে?"

অৰুণে থকেৰে সুধিলে, "আপুনি এইখিনিলৈ কিয় ওলাই আহিছে? কি চাবলৈ আহিছে?" মাতটো হঠাতে সৰু কৰি অৰুণে ক'লে, "চাওক মনোৰঞ্জন বাবু, মোক আপোনালোকে আৰু বেছি বিৰক্ত নকৰিব। মোৰ আৰু আপোনালোকক চিনি পাবলৈ বাকী নাই। মই বহুত ধৈৰ্য ধৰি, বহুত সহ্য কৰি আছিলোঁ; এতিয়াৰ পৰা আৰু নাথাকিম। মোক আমনি কৰিলে কোনো শান্তিৰে থাকিব নোৱাৰিব কৈ দিছোঁ।"

মনোৰঞ্জন দাসে কিবা এটা ক'ব খুজিছিল, অৰুণে বাধা দি ক'লে, "মই আপোনাৰ একো কথা শুনিব নোখোজোঁ। যাওক আপুনি।"

"কিন্তু মই কি কৰিলোঁ?"—দাসে দুয়োখন হাত মেলি অসহায়ভাৱে সুধিলে।

"আপুনি বেইমানী কৰিছে, নিমখহাৰামী কৰিছে, চয়তানী কৰিছে, বিশ্বাসঘাতকতা কৰিছে। হ'লনে?"

অলপ সময় অৰুণলৈ চাই থাকি মনোৰঞ্জন দাস উভতিল। অৰুণৰ পৰা যিমান দূৰলৈ গ'ল, সিমানে তেওঁৰ খোজ খৰ হ'ল।

স্কুললৈ গৈয়েই অৰুণে কেশৱ দাসক লগ ধৰিলে। লিষ্টখন কৰা হ'লনে?

কেশৱ দাসে হাঁহি-হাঁহি ক'লে, "নাই, আপুনি কালি আবেলি কথাটো কৈছেহে!"

"নহয় নহয় দাস; পলম নকৰিব। সময় খৰ কম। আজিয়েই, স্কুলতে আপুনি সকলোৰে লগত আলোচনা কৰি লিষ্টখন কৰি পেলাওক। আবেলি মোক দিব। মই কাইলৈকে তেখেতসকলক মাটি দেখুৱাই দিম। বৰ বেছি আঠজন। কাইলৈ কিয়, আজি যদি আবেলি মোৰ লগত ওলায়, তেনেহ'লে তেখেতসকলে এনেয়ে এবাৰ মাটিখিনি চাব পাৰিব। কি কয়?"

কেশৱ দাসে বুজিলে, অৰুণ অস্থিৰ হৈ আছে।

আবেলি স্কুল ছুটীৰ পাছত কেশৱ দাসে অৰুণক আঠজন শিক্ষকৰ তালিকা এখন দিলে। আচলতে তালিকাত নাম সুমুৱাবলৈ হেতা-ওপৰা লগোৱা শিক্ষক পোন্ধৰ-ষোলজনমান হৈছিল; কিন্তু কেশৱ দাসে অৰুণে কোৱামতে চাকৰিত জইন কৰাৰ দিন চাই, ছিনিঅ'ৰিটি চাই আঠজনৰ নাম লিখিলে। এক নম্বৰত বিদ্যাবিনোদ বাবু, আঠ নম্বৰত ভবানী শৰ্মা, মাজতে কেশৱ দাস।

তালিকাখন চাই অৰুণে উৎফুল্ল হৈ সুধিলে, "এখেতসকল গ'ল নে আছে? আছে যদি মাতকচোন সকলোকে। এতিয়াই চুবুৰিটোত এপাক ঘূৰি আহোঁগৈ।"

অলপ পাছতে অৰুণ আৰু শিক্ষকসকল চুবুৰি ফুৰিবলৈ ওলাল। তালিকাত নাম নথকা শিক্ষকসকলেও দলটোত যোগ দিলে। অৰুণে প্ৰথমতে গৈ আব্দুলহঁতৰ কাম চালে। সি আব্দুলক সুধিলে, "কোনোবাই কিবা কৈছিল নে কি?"

আব্দুলে ক'লে, "নাই কোৱা। মহানন্দ বাবু আৰু চচমা পিন্ধা মানুহ এজন আহিছিল; এইখিনিতে থিয় হৈ চাই গুচি গ'ল।"

"ঠিক আছে। কৰা, কাম কৰা।" —বুলি অৰুণ দলে-বলে আগবাঢ়িল।

চুবুৰিটোত নটুকুৰা মাটি খালী হৈ আছিল। একো একো টুকুৰা ডেৰ কঠা, দুকঠা, আঢ়ৈ কঠা,—মোটামুটিভাৱে এনেকুৱা জোখৰ। পাৰ্কখনৰ কাষেদি, বেলৰ আলিৰ কাষেদি, গোপালৰ দোকানৰ কাষেদি অকণে দলটোক ঘূৰাই-ঘূৰাই আঠ টুকুৰা মাটি দেখুৱালে ; তাৰ পাছত সি জগতমোহন-মদনমোহনহঁতৰ ঘৰটোৰ ওচৰত মাটিডোখৰৰ সন্মুখত থিয় হ'লহি। এই মাটিডোখৰ অলপ আহল-বহল ; জোখত তিনি কঠামান হ'ব।

শিক্ষকসকল অকণৰ ওচৰে-পাজৰে থুপ খালে। তেওঁলোক চুবুৰিটোত ঘূৰি ফুৰোঁতে সৰু-সৰু ল'ৰা-ছোৱালী কিছুমানেও তেওঁলোকৰ পিছ লৈছিল ; সিহঁতো এতিয়া এইখিনিতে থিয় হ'লহি। দূৰৰ পৰা ঠাই-ডোখৰত মিটিং এখন হোৱা যেন দেখা গ'ল।

অকণে পাতল সুৰেৰে শিক্ষকসকলক ক'লে, "মই পিছে কাৰ ভাগত কোনডোখৰ মাটি পৰে, সেইটো লটাৰি কৰিহে ঠিক কৰিম। হ'বনে ?"

"হ'ব হ'ব" —বুলি সকলোৱে হাঁহিলে।

"আৰু এইডোখৰ মাটিত—আপোনালোকে নামঘৰ সজায়, মিটিং ঘৰ সজায়, সজাই লব। আপোনালোকে সংঘ এটা পাতক, আমাৰ মাই এইডোখৰ মাটি সংঘৰ নামত দান দিব।"

শিক্ষকসকলে হাত-চাপৰি বজালে। তেওঁলোকতকৈ বেছিকৈ হাতচাপৰি বজালে ল'ৰা-ছোৱালিবিলাকে।

"ইমানবোৰ মানুহ থাকিব, আজৰি সময়ত লগালগ হ'বলৈ, দুটা কথা আলোচনা কৰিবলৈ ঠাই এডোখৰ,—ঘৰ এটা নালাগিবনে ?" অকণে সুধিলে।

লাগিব। কেইবাজনেও একেলগে ক'লে।

তাৰ পাছত অকণে সকলোকে বিদায় দিলে। যাবৰ সময়ত বিদ্যা-বিনোদ বাবুৱে অকণৰ সমুখত হাতযোৰকৈ থিয় হৈ ক'লে, "আপোনাৰ উপকাৰৰ কথা আমি পাহৰিব নোৱাৰিম।"

অকণে ক'লে, "নহয় নহয়। মোৰ কথা আপোনালোকে মনত ৰাখিব নালাগে। কেৱল,—পাৰে যদি,—মোৰ মাৰ কথা আপোনালোকে মনত ৰাখিব। এইবোৰ সকলো তেখেতৰ কামৰ ফল।"

কথাখিনি কৈ অকণে ম্লান হাঁহি এটা হাঁহিলে।

শিক্ষকৰ দলটোৰ লগত অতুল চুবুৰি ফুৰিবলৈ যোৱা নাছিল। সি আব্দুলহঁতৰ কাম চাই, ৰাধাৰ লগত কথা পাতি, ভূমিধৰ উকীলৰ ঘৰত অফিছত কিবা জৰুৰী কাম এটা শেষ কৰি সন্ধিয়াৰ পাছত ঘৰলৈ উভতি

গৈছিল। অন্নদাচৰণে তালৈ বাট চাই আবেলিৰে পৰা কামাখ্যাচৰণৰ ঘৰত বহি আছিল। অতুলে চাবি খুলি ঘৰত সোমোৱাৰ অলপ পাছতে তেওঁ দুৱাৰত টক-টক কৰিলে।

"আপুনি?" —অন্নদাচৰণক দেখি অতুল আচৰিত হ'ল। তাৰ মনটো এনেয়েও ভাল নাছিল। খুলিব খোজা পাঞ্জাবিটো আকৌ পিন্ধি সি নির্বিকাৰ সুৰেৰে ক'লে, "বহক।"

"মই তোমাৰ বেছি সময় নলওঁ। তোমাৰ চাগে ভাগৰো লাগিছে। দিনটো ল'ৰা পঢ়াইছা, জেওৰা দিয়া লেবাৰৰ কাম চাইছা।" চকীখনত বহি অন্নদাচৰণে চচমাযোৰ খুলি ৰুমাল এখনেৰে কাচদুখন মচিবলৈ ধৰিলে।

অতুলৰ কাণত কথাখিনি সোমাল নে নোসোমাল তাৰ মুখ দেখি বুজিব পৰা নগ'ল। বেৰৰ কাষলৈ গৈ সি ঘৰত পিন্ধা ছেণ্ডেলযোৰ ভৰিত সুমুৱাই ললে; তাৰ পাছত ৰছীত ওলমি থকা গামোচা এখন কান্ধত পেলাই এনেকুৱা এটা ভাব দেখুৱালে যেন সি এতিয়া হাত-মুখ ধুবলৈ যাব।

"তুমিতো সেইডোখৰ মাটি এনেয়েও পালাহেঁতেন! এইটো পদ্ধতিৰে লবলগীয়া হ'ল কিয়?" অন্নদাচৰণে চচমাযোৰ পিন্ধি সুধিলে।

"এনেয়েও পালোহেঁতেন মানে?" —অতুলে আচৰিত হৈ অন্নদাচৰণৰ মুখলৈ চালে।

"মাটিডোখৰ কি জানি আমি তোমাক দিবলৈকে কিনিব খুজিছিলো!" অন্নদাচৰণৰ কঠোৰ মুখখনত হাঁহিৰ ক্ষীণ আভাস এটা দেখা গ'ল।

"মোক দিবলৈ?" অতুলে আচৰিত হৈ অন্নদাচৰণৰ মুখলৈ চালে। "মোক দিবলৈ আপোনালোকে মাটি কিনিব কিয়?"

পাছ মুহূর্ততে অতুলৰ তীব্ৰ খং উঠিল। সি যেন অন্নদাচৰণৰ কথাৰ মাজত সোমাই থকা ইংগিত এটা বুজি পালে। সি সুধিলে, "আপোনা-লোকৰ ছোৱালী বিয়া কৰালে লগত দিবলৈ?"

অন্নদাচৰণে গম্ভীৰ মাতেৰে ক'লে, "চিএগ্ৰছা কিয়? ছোৱালী বিয়া কৰাম বুলি,—ছোৱালীপক্ষৰ পৰা মাটি লোৱাটোতো তোমাৰ কাৰণে ডাঙৰ কথা নহয়!—সেই কাৰণে কৈছিলো, যদি তোমাক মাটিয়েই লাগে, —আমিও দিব পাৰিলোহেঁতেন। সেই এক্কেডোখৰ মাটিকে দিব পাৰিলো-হেঁতেন।"

অতুলে খঙতে কাজৰ গামোচাখন বিছনাৰ ওপৰলৈ দলিয়াই দি ক'লে, "আপুনি মোক এটা কথা কওক। মই থকা কোঠালিটোত সোমাই, মোৰ নিতান্ত পাৰ্ছনেল কথাত আপুনি আকৌ মূৰ সুমুৱাইছেহি কিয়? আপোনাক মই এই বিষয়ে আগতে কেইবাৰ কৈছোঁ?" অতুলৰ যেন হিতাহিত জ্ঞান নাইকিয়া হৈ গ'ল। সি চিঞৰিলে, "আপোনাৰ ককায়েকৰ ঘৰ ভাৰা লৈ ইয়াত আছোঁ কাৰণে মই তেখেতৰ ছোৱালী বিয়া কৰাবলৈ বাধ্য নে কি? লাজ নালাগে আপোনালোকৰ?"

"চুপ।" অন্নদাচৰণে জোৰেৰে ধমক এটা দি অতুলক স্তব্ধ কৰি ললে। তাৰ পাছত তেওঁ ক্ৰুদ্ধ, চেপা মৰা মাতেৰে ক'লে, "সেইবোৰ কথা আৰু নক'বা। তোমালৈ দাদাৰ ছোৱালীজনীক বিয়া দিয়াৰ কথা উলিয়াই আমি ভুল কৰিলো। সেই ভুল আমি শুধৰাম। ছোৱালীজনীৰ কথা উচ্চাৰণ কৰি তাইক আৰু অপমান নকৰিবা। আচলতে ভগৱানে তাইক তোমাৰ হাতত পৰাৰ পৰা বচাই দিলে। মই শেষবাৰলৈ তোমাক এটা কথা কৈ যাওঁ বুলি ইয়ালৈ আহিছিলো। তোমাৰ খুৰায়েৰাই সেই তেতিয়াই আমাক কৈছিল,—প্ৰবাসত অকলে পৰি থকা ল'ৰা,—আমি যেন তোমাক বিপথে যোৱাৰ পৰা ৰক্ষা কৰোঁ। তোমালৈ ছোৱালী বিয়া দিয়াৰ চিন্তা অন্ততঃ মই কেতিয়াবাই এৰিলো, কিন্তু তোমাৰ খুৰায়েৰাৰ কথা ৰাখিবলৈ মই যত্ন কৰি আছিলো। তোমাক মই এই কুচক্ৰটোৰ পৰা বচাব খুজিছিলো। কিন্তু এইবাৰ মই তেখেতক জনাই দিম,—নোৱাৰিলো। কিন্তু তুমি মনত ৰাখিবা,—তোমাৰ বিপথটো যৰ সাধাৰণ বিপথ নহ'ব। তোমাক ঠিক ৰাস্তাত ৰাখিবলৈ মই বহুত কিবাকিবি কৰিব পাৰিলোহেঁতেন। সেইডোখৰ মাটি এনেয়ে তোমাক দি দিব পাৰিলো-হেঁতেন। কিন্তু আজি তোমাৰ মিটো পৰিচয় পালো,—তাৰ পৰা বুজিলো,—তুমি ঠিক ৰাস্তাৰ মানুহেই নোহোৱা। আচলতে তোমাৰ সমুখত কোনো ৰাস্তাই নাই। পাছত কেৱল—প্ৰবাসত জ্ঞাতি-ভাই হিচাপে সহায় নকৰিলো বুলি আমাক দোষ নিদিবা।"

বহাৰ পৰা উঠি অন্নদাচৰণে ক'লে, "আজিয়েই পাৰা, কাইলৈকে পাৰা, তুমি এইটো ঘৰৰ পৰা ওলাই যোৱা। ছোৱালীজনীয়ে খক পাইছে। ওচৰত থাকি তুমি তাইৰ আৰু বেছি অপকাৰ নকৰিবা।"

অতুলে হঠাতে ভয় খাই সাৰ পোৱা মানুহৰ নিচিনাকৈ সুধিলে, "আৰু বেছি অপকাৰ মানে? মই তেওঁৰ কি অপকাৰ কৰিলো? মোৰ দোষত তেওঁ খক পাইছে নে কি?"

"তোমাৰ সেইবোৰ কথা বুজিব পৰাৰ ক্ষমতা কিবা বাকী ৰ'জাগে জানো? অৰুণ চৌধুৰীৰ ঘৰতেতো তোমাৰ বিচাৰ-বুদ্ধি চৰ বিসৰ্জন দিলা।"

"আপুনি মোৰ আগত তেওঁলোকৰ নাম উচ্চাৰণ নকৰিব।" অতুলে তীক্ষ্ণ স্বৰেৰে ধমক দিলে।

"নকৰোঁ। দিনে-নিশাই তেওঁলোকৰ নাম জপ কৰি থকাটো তোমাৰ একচেতিয়া অধিকাৰ। আমাৰ কেৱল দুখ থাকি গ'ল—তোমাৰ গণ্য-মান্য পৰিয়ালটোক—বংশটোক তুমি কলংকত দুবালা।"

"আপুনি মোক অপমান কৰিম বুলিয়েই আহিছে নে কি?"—অতুলে আৰু জোৰে চিঞৰিলে।

"নাই অহা। মই তোমাক ইয়াৰ পৰা ওলাই যাবলৈ ক'বলৈ আহি-ছিলো,—আৰু মোৰ লগত ফেপেৰি পাতি লোৱাটো যে তোমাৰ কাৰণে সৰ্বনাশৰ কথা হ'ল, সেইটো জনাই থবলৈ আহিছিলো। বাচ।"

অন্নদাচৰণ ওলাই গ'ল।

অতুল কিছু সময় থৰ লাগি থিয় হৈ ৰ'ল। তাৰ পাছত হঠাতে সি কাপোৰ-কানি সামৰাত লাগিল। কাপোৰ-কানিৰ পাছত বাচন-বৰ্তন, কিতাপ-পাতি। এবাৰ সি বেগাবেগিকৈ বজাৰলৈ ওলাই গ'ল; দুটা থৈলাৰ বেগ আৰু এমুঠি ৰছী কিনি উভতি আহিল। তাৰ এঘণ্টামান পাছত সি ৰিক্‌সা দুখন মাতি আনি বস্তুবোৰ তাত তুলি দিলে। কামাখ্যাচৰণৰ নাম লিখা লেফাফা এটা খালী মেজখনৰ ওপৰত থৈ সি দুৱাৰত তলা মাৰিলে। লেফাফাটোৰ ভিতৰত এমাহৰ ঘৰ-ভাৰাৰ পইচা আৰু এখন চিঠি আছিল। চিঠিখনৰ কথাখিনিৰ সাৰমৰ্ম আছিল—চকী-মেজৰ নিচিনা কেইটামান বস্তু থাকিল। অতুলে কেতিয়াবা কাৰোবাক পঠিয়াই বস্তুকেইটা নিয়াব। সি নিওৱাৰ আগতে যদি ঘৰটো কামাখ্যাচৰণহঁতক খালী অৱস্থাত পাবলৈ লাগে, তেন্তে বস্তুবোৰ তেওঁলোকে স্থি ৰূৰে কৰিব।

এখন ৰিক্‌সাত, বস্তুবোৰৰ মাজতে অকণমান ঠাই উলিয়াই লৈ অতুল বহিল। ইখনক পিছে-পিছে আহি থাকিবলৈ কৈ সি নিজৰখনৰ ৰিক্‌সাৱালাটোক ক'লে, "ব'লা।"

"কলৈ যাম বাবু?"—ৰিক্‌সাৱালাটোৱে সুধিলে।

"পোনে-পোনে গৈ থাকাচোন।"

কিছু সময় ৰিক্‌সা চলাৰ পাছত অতুলে ঠিক কৰিলে—এই অৱস্থাৰে সি তাৰ বন্ধুৰ ঘৰলৈও নাযায়, ৰাধাহঁতৰ ঘৰলৈও নাযায়। সি আজি কাৰো মুখামুখি হ'ব নোখোজে। ৰিক্‌সাৱালাটোক সি অন্নপূৰ্ণা হোটেললৈ যাবলৈ হুকুম দিলে।

হোটেলখনত অতুলে দুজনীয়া কোঠালী এটা পালে। ইখন বিছনাত এজন মানুহে কোলাত গাৰু এটা লৈ, তাৰ ওপৰত প'ষ্টকাৰ্ড এখন থৈ চিঠি লিখিছিল। অতুলক দেখি তেওঁ চিঠি লিখা বন্ধ কৰি কথা পতাত লাগিল;—কোন ক'ৰ মানুহ, কি কথা, কি বক্তব্য? অতুলৰ কথা

পাতিবলৈ মন যোৱা নাছিল। মানুহজনৰ কথাবোৰৰ চুটি-চুটি উত্তৰ দি সি কাপোৰ সলালে, তাৰ পাছত একেবাৰে বাতিৰ কাৰণে শোৱাৰ নিচিনাকৈ বিচনাত পৰিল।

ইখন বিছনাৰ মানুহজনৰ নাম নৰেশ্বৰ গুহ। তেওঁ কলিকতাৰ কেৰাহি কোম্পানি এটাৰ কেনভাছাৰ। বছৰত চাৰিবাৰমান তেওঁ অসমলৈ আহে। এইখন চহৰত অন্নপূৰ্ণা হোটেল তেওঁৰ পাৰ্মানেণ্ট থকা ঠাই। অতুলে তেনেকৈ শুবলৈ ওলোৱা দেখি নৰেশ্বৰ গুহই হা-হা কৰি উঠিল। ভাত নাখাব? খাবলৈ মন যোৱা নাই? সেইটো কি কথা? ওহোঁ! নহ'ব। ৰ'ব, মই ইয়ালৈকে আপোনাৰ ভাত অনাই দিওঁ।

নৰেশ্বৰ গুহই অতুলক জোৰকৈ ভাত খুৱালে। অতুলে ভাত খাই থাকোঁতে তেওঁ মানুহৰ খোৱা-বোৱা নিয়মীয়া হোৱাটো কিমান গুৰুত্বপূৰ্ণ কথা, সেই বিষয়ে কৈ থাকিল। এই শিক্ষা তেওঁ তেওঁৰ বুঢ়ীমাকৰ পৰা পাইছে। বুঢ়ীমাকে তেওঁৰ ঘৈণীয়েকো এই বিষয়ে ট্ৰেইনিং দি চিধা কৰি লৈছে। সময়মতে চাহ, সময়মতে পানী, সময়মতে গাখীৰ, সময়মতে ভাত, সময়মতে পান। এই যে প্ৰবাসৰ অন্নপূৰ্ণা হোটেলত তেওঁ আছেহি,---ইয়াতো ঠিক ন বজাত তেওঁ ভাত খালে। বুঢ়ীমাক, ঘৈণীয়েকে কলিকতাতে বহি জানি আছে---ন বজাত নৰেশ্বৰ গুহই কি কৰিছে। তাৰ পাছত---খাই-বৈ উঠি, এয়া নৰেশ্বৰ গুহই ঘৈণীয়েকলৈ প'ষ্টকাৰ্ডত চিঠি লিখিছিল---শ্ৰীশ্ৰীপৰমেশ্বৰ সহায়---পৰম কল্যাণীয়েষু---

মানুহজনে কথাবোৰ কৈ থাকোঁতে এসময়ত অতুলৰ দুয়োটা চকু পানীৰে ভৰি পৰিল। এসময়ত সি চকু নাক নমচাকৈ থাকিব নোৱৰা হ'ল। নৰেশ্বৰ গুহই লগে-লগে সুধিলে, "কি? জ্বলা পাইছে নে কি?"

অতুলে মূৰ দুপিয়ালে। নৰেশ্বৰ গুহই বাঙালী ডেকা হৈ এইকণ জ্বলা খাব নোৱৰা কাৰণে মৰমৰ শব্দৰে ভাওৰ-ভাওৰকৈ অতুলক ককৰ্থনা কৰিলে। "আপুনি বাঙালীৰ বদনাম কৰিলে দিয়ক।"---শেষত নৰেশ্বৰ গুহই কৃত্ৰিমভাৱে মুখখন ওফোন্দাই ক'লে।

অলপ আগতে যে অন্নদাচৰণে অতুলক তাৰ বংশটোক কলংকত দুবোৱাৰ কথা কৈছিল, নৰেশ্বৰ গুহই যেন সেই একেটা কথাকে বেলেগ সুৰত ক'লে,---অতুলৰ তেনেকুৱা লাগিল। আচলতে নৰেশ্বৰ গুহই যিয়েই কৈ নাথাকক, অতুলে বেছি ভাগ সময়ত শুনি আছিল অন্নদাচৰণৰ কথাবোৰ।

তাৰ মানুহজনৰ লগত কথাপাতিবলৈ মন নগ'ল। নৰেশ্বৰ গুহই কিন্তু বিছনাত পৰাৰ পাছতো অনৰ্গল কথা কৈ গ'ল। এসময়ত যেতিয়া তেওঁ অতুলৰ পৰা কোনো কথাৰে উত্তৰ নোপোৱা হ'ল, তেতিয়া তেওঁ এবাৰ "টোপনি গ'ল নে কি?"---বুলি সুধি মনে-মনে থাকিল।

অতুলৰ টোপনি যোৱা নাছিল। অৰুণ, ৰাধা, কামাখ্যাচৰণৰ ডাঙৰ জীয়েক, অন্নদাচৰণ, তাৰ মাক, দেউতাক, খুৰায়েক—এই সকলোৰে মুখবিলাক তাৰ চকুৰ আগলৈ আহি থাকিল। নৰেশ্বৰ গুহৰ নাক আৰু ডিঙিৰ বিভিন্ন ধৰণৰ মাত শুনি-শুনি সি শেষ ৰাতিলৈকে সাৰে থাকিল। সি বহুত ধৰণে ভাবি চালে—সি ভুল কৰিছে নে কি? সঁচাকৈয়ে সি কিবা পাকচক্ৰত,—কুচক্ৰত সোমাই পৰিল নে কি? যদি সোমাল—ওলাব পাৰিব নে? ওলালে কোনটো বাটেদি ওলাব?

কামাখ্যাচৰণৰ ডাঙৰ ছোৱালীজনীৰ কাৰণে তাৰ মনটো বেয়া লাগিল। ক'ৰবাত কেতিয়াবা তাইক লগ ধৰি কথাবোৰ বুজাই ক'ব পৰা হ'লে!

# সোতৰ

মহানন্দ বাতিপুৱাই দুই নম্বৰ মিলিটেৰি কেম্পলৈ গৈছিল। যোৱা সপ্তাহত সেইটো কেম্পত তেওঁ চাৰি ট্ৰাক কাইটীয়া ভাঁৰ ছাপ্লাই দিছিল,—আজি টকা পোৱাৰ কথা। কেম্প পোৱাৰ পাছত তেওঁ গম পালে—পেমেণ্ট পাছবেলাহে হ'ব। টকা আনিবলৈ গাড়ী আৰু মানুহ গৈছেহে। মহানন্দৰ ঘৰলৈ উভতি গৈ আকৌ এবাৰ আহিবলৈ মন নগ'ল। চিনাকি মানুহৰ লগত কথা-বতৰা পাতি, কেণ্টিনত চাহ-ভাত খাই তেওঁ আগ-বেলাটো পাৰ কৰি দিলে। পাছবেলা তেওঁ যেতিয়া টকা আনিবলৈ অফিছটোৰ ভিতৰত সোমাল, তেতিয়া তেওঁক কৃপাল সিং নামৰ ইঞ্জিনিয়াৰ এজনে সুধিলে,—ঘৰ এটা সজোৱাৰ কাম ওলাইছে, ইণ্টাৰেষ্টেড? মহানন্দই সুধিলে—কি ঘৰ? কেনেকুৱা ঘৰ? কৃপাল সিঙে ক'লে— ডব্লিউ, ভি, এছ, কেম্পৰ ঘৰ। ডব্লিউ, ভি, এছ? —মহানন্দই চকু দুটা সৰু-সৰু কৰি সুধিলে—মানে কি? মানে উইমেনছ ভলাণ্টেৰি ছছাইটি। ঘৰ এৰি, দেশ এৰি যুদ্ধ কৰিবলৈ আহি কষ্টকৰ, শুকান জীৱন-যাপন কৰা সৈন্যসকলক অকণমান সময়ৰ কাৰণে হ'লেও আনন্দ আৰু ঘৰুৱা মৰমৰ মাজত থাকিবলৈ সুবিধা দিয়াৰ উদ্দেশ্যে এই ঘৰটো ব্যৱহাৰ কৰা হ'ব। আচলতে ভিৰোতা মানুহ কিছুমানে সৈন্যসকলক চাহ-জলপান খুৱাব, কথাটো সিমানেই। কথাখিনি কৈ কৃপাল সিঙে এটা চকু টিপিয়াই হাঁহিলে। মহানন্দয়ো হাঁহিলে। তাৰ পাছত তেওঁ ক'লে—নিশ্চয় ইণ্টাৰেষ্টেড।

কৃপাল সিঙে আবেলিটোৰ ভিতৰতে ডব্লিউ, ভি, এছ,ৰ ঘৰটোৰ কাৰণে মহানন্দৰ হতুৱাই সকলো কাগজ-পাতি ঠিক-ঠাক কৰাই ললে। তেওঁৰ মতে এইবোৰ কামত পলম কৰি লাভ নাই।

সেইবোৰ কৰি থাকোঁতেই আবেলি হ'ল। আহিবৰ সময়ত মহানন্দই বাঁহৰ বেৰ দিয়া অইন এটা ঘৰৰ পৰা চাৰি বটল বিলাতী মদ তেওঁ লৈ যোৱা জীপ গাড়ীখনত তুলি ললে।

মহানন্দ যেতিয়া ঘৰ পালেহি তেতিয়া সন্ধিয়া পাৰ হৈ গৈছে। যোগমায়া নিকেতনৰ আগফালৰ বাৰান্দাখন আন্ধাৰ হৈ আছে। তেওঁ বাৰান্দা-খনলৈ উঠাৰ আগতে মন কৰিলে—তাত কোনোবা এটা থিয় হৈ আছে।

সেইটো গোপাল দোকানী।

"কোন? গোপাল নে কি?"

"হয় দাদা।"

"তোমাক লগ পালো ভালেই হ'ল।" —গোপালৰ ওচৰ চাপি সৰু মাতেৰে মহানন্দই ক'লে, "ৰাজকুমাৰৰ তাত চাৰিবস্তা আটা আৰু দুবস্তা চেনি আছে। মোক আজি কেম্পত ক'লে—কাইলৈকে আনিব লাগিব। আজি ৰাতিয়েই আনিব পাৰিলেতো আৰু ভাল।"

গোপালে ক'লে, "আজি আৰু নানো দাদা ; কাইলৈকে আনিব লাগিব। কিন্তু দাদা——।" গোপাল ৰৈ গ'ল।

"কি হ'ল ?"

"আপুনি এই আহিছে মাত্ৰ। মই ৰাৰু বহিছোঁ ; আপুনি হাত-মুখ ধুই—"

"হ'ব ৰাৰু, কি হ'ল কোৱাচোন।"

গোপালে চুবুৰিটোত দিনটোৰ ভিতৰত ঘটি যোৱা ঘটনাবিলাকৰ বৰ্ণনা দিলে। অন্নদাচৰণে কিনিব খোজা মাটিডোখৰত অতুল মাষ্টৰে জেওৰা দিয়াইছে। অকণে খালী মাটিবোৰ স্কুলৰ অইন মাষ্টৰবোৰক দেখুৱাই ফুৰিছে। ভায়েক কৈলাসৰ কাৰণে যিডোখৰ মাটি লব বুলি গোপালে মহানন্দৰ লগত বন্দবস্ত কৰিছিল, সেই ডোখৰতে অকণে মাষ্টৰ-বিলাকৰ কাৰণে কিবা মিটিংঘৰ সজোৱাৰ কথা কৈছে।

তাৰ পাছত গোপালে মহানন্দক বুজালে—সিহঁতৰ পৰিয়াল ডাঙৰ হৈ আহিছে। এতিয়াৰ মাটিখিনিৰে সিহঁতক নোজোৰা হৈছে। এই নতুন মাটিডোখৰ যদি সিহঁতে নাপায়, তেনেহ'লে বৰ অসুবিধা হ'ব।

অলপ পৰ তললৈ চাই থাকি মহানন্দই ক'লে, "তুমি এটা কাম কৰা। তুমি অন্নদা বাবুক খবৰ দিয়া। মই এঘণ্টামান পাছত মনোৰঞ্জন বাবুৰ তালৈ যাম। তেওঁক তালৈকে আহিবলৈ ক'বা।"

ভিতৰ সোমাব খুজি মহানন্দই আকৌ ক'লে, "আৰু—প্ৰফুল্ল দাসকো খবৰ দিবা।"

প্ৰফুল্ল দাস মানে ছাপ্লাই অফিছৰ বিষয়াজন।

এঘণ্টামানৰ পাছত মহানন্দ যেতিয়া ওলাই গ'ল, তেতিয়া ৰাম আগ-ফালৰ বাৰান্দাৰ হেলনীয়া চকীখনত বহি আছিল। ৰাতি এঘাৰমান বজাত মহানন্দ যেতিয়া টৰ্চলাইট জ্বলাই-জ্বলাই, চুটি-চুটি খোজেৰে উভতি আহিল, তেতিয়াও ৰাম তাতে বহি আছিল।

মহানন্দই আগতে কোন বুলি সুধি তাৰ পাছত ৰামৰ মুখলৈ টৰ্চলাইট মাৰিলে। ৰামে চকু দুটা মুদি অইনফালে মুখ ঘূৰালে।

"অ' ভাই ? ভাই ইয়াত কি কৰিছ ? শোৱা নাই কিয় ?"

ৰাম দেউতাকৰ ওচৰত থিয় হ'লহি। সি সুধিলে, "আপোনালোকে কিবা মিটিং পাতিছিল নে কি দেউতা ?"

"মিটিং? কিহৰ মিটিং? ওঁ, পাতিছিলো। তোক কোনে ক'লে?" মহানন্দই সুধিলে।

"কিয়নো সেইবিলাক মানুহৰ লগত মিটিং পাতিবলগীয়া হ'ল? আপোনালোকে কিবা গণ্ডগোল লগাব খুজিছে নে কি?

ভিতৰৰ পৰা পাৰ্বতীয়ে বাৰান্দাৰ লাইটটো জ্বলাই দিছিল; ঠিক সেই মুহূৰ্ততে মহানন্দই গৰ্জি উঠিল, "তোৰ হৈছে কি? তই দেখোন ৰাতি-ৰাতি মোৰ পিছে-পিছে ফুৰা কৰিছি?"

পাৰ্বতীয়ে লাইটটো নুমুৱাই দিলে। দুৱাৰখন খুলি তাই বাৰান্দালৈ ওলাই আহিল।

মহানন্দই যেন ৰামে নোকোৱাকৈয়ে তাৰ পেটৰ বহুত কথা বুজি পালে। তেওঁ কৈ গ'ল, "তোৰ নাকটো বেছি দীঘল হ'ল নে কি? সিহঁতে কেনেকৈ মোৰ বোপাইৰ নাক কাটিলে দেখা নাই?"

পাৰ্বতীয়ে ক'লে, "ভিতৰলৈ আহকচোন।"

মহানন্দই কৈ গ'ল, "ককাৰৰ কটা নাক জোৰা দি তোৰ নাক দীঘল কৰিছ! এতিয়া মোৰ নাকটো কটা যোৱা চাবলৈ বৈ আছ? তোক আজি ট্ৰাকখনৰ লগত যাবলৈ কৈছিলো নহয়, গৈছিলি?"

"নাই যোৱা।"

"সেইবোৰ কাম কৰি বাপেৰক অকণমান সহায় কৰিব নোৱাৰ?"

পাৰ্বতীয়ে মহানন্দক বাহু এটাত ধৰি ভিতৰলৈ লৈ গ'ল। যাওঁতে মহানন্দই কৈ গ'ল, "মোক জ্ঞান দিবলৈ টোপনি খতি কৰি বহি আছে!"

ৰাম আকৌ চকীখনত বহিল। তাৰ ধাৰণা হ'ল—দেউতাকহঁতে নিশ্চয় সাংঘাতিক ধৰণৰ কিবা এটা কৰিব খুজিছে। দেউতাকহঁত তেনেকুৱা কাম কৰিব পৰা মানুহ।

অলপ পাছত পাৰ্বতীয়ে ওলাই আহি ৰামক ক'লে, "নোশোৱাহি কিয়?"

"গৈছোঁ যা।"—বুলি ৰাম বহিয়েই ৰ'ল। যিমানে সময় যাবলৈ ধৰিলে, সিমানে গৌৰীৰ কথা ভাবি সি অস্থিৰ হ'ল। তাইক যে মুকলিকৈ লগ পাব নোৱৰা অৱস্থা এটা হ'ল সেইটো কথা ভাবি সি চাটিফুটি কৰিবলৈ ধৰিলে। কিবা উপায়েৰে সি তাইক লগ পাবই লাগিব; তাইক সি সকলো কথা ক'বই লাগিব; সিহঁতে মিলি কিবা এটা কৰিবই লাগিব।—

পাছদিনা ৰামে কলেজৰ বাৰান্দাত ভৰি দিয়াৰ লগে-লগে ধীৰ-গম্ভীৰ খোজেৰে গৌৰী তাৰ ওচৰলৈ আহিল। কোনো পাতনি নমেলাকৈ তাই ক'লে, "তুমি যে কৈছিলা,—মই আহিব পাৰিম।"

কথাযাৰৰ অৰ্থ বুজাত ৰামৰ কেইমুহূৰ্তমান পলম হ'ল। গৌৰীৰ মুখলৈ অলপ সময় চাই থাকি সি সুধিলে, "কেতিয়া?"

"তুমি যেতিয়াই আহিবলৈ কোৱা। মোৰ বহুত কথা ক'বলগীয়া আছে। কথাবোৰ তোমাক ক'বই লাগিব।"

সেইদিনা আবেলি স্কুল ছুটীৰ পাছত অৰুণে মাটি দিব খোজা শিক্ষক কেইজনক তাৰ নিজৰ কোঠালিত গোটাই ললে। ইতিমধ্যে সি মোটা-মুটিভাৱে চুবুৰিটোৰ মেপ এখন আঁকিছিল। তাত খালী হৈ থকা মাটি নটুকুৰা অ'কা আছিল। মাটি কেইটুকুৰাত সি এক, দুইকৈ নম্বৰ দিছিল।

মেপখন সকলোকে দেখুৱাই অৰুণে হাঁহি-হাঁহি কেশৱ দাসক ক'লে---লটাৰি কৰি কোন নম্বৰৰ মাটিটুকুৰা কাৰ ভাগত পৰে ঠিক কৰিবলৈ। আধাঘণ্টামান সময়ৰ হাঁহি-ধেমালিৰ মাজেৰে লটাৰি কৰা হৈ গ'ল। শিক্ষকসকলে নিজৰ ভাগত পৰা মাটিটুকুৰা মেপখনত চাই ললে আৰু নম্বৰ লিখা কাগজটুকুৰা জেপত ভৰালে। অৰুণে ক'লে,---পূৰ্ণ উকীলক সকলো কথা কোৱা হৈছে। দলিল-পত্ৰৰ সকলো কাম তেখেতে কৰাই দিব। শিক্ষকসকলে এটা দিন ঠিক কৰি তেখেতক লগ ধৰিব। কেশৱ দাসে কামবোৰৰ গুৰি ধৰিব। কিন্তু দলিল-পত্ৰৰ কাম যেতিয়া হয় হৈ থাকিব। সেইটো একো ডাঙৰ কথা নহয়। ডাঙৰ কথা হ'ল---অৰুণে মুখেৰে যিটো ক'লে, সেইটো। আৰু অৰুণে কথাবোৰ কৈছে মাকক সুধি। মাটি কেইটুকুৰা এই মুহূৰ্তৰ পৰাই শিক্ষকসকলৰ। তেখেত-সকলে যেন কাইলৈকে মাটিৰ দখল লয়।

অৰুণৰ হিয়া উবুৰিয়াই ধন্যবাদ জনাই, আশীৰ্বাদ দি শিক্ষকসকল ওলাই গ'ল। অৰুণ অকলশৰে বহি ৰ'ল। লাহে-লাহে চাৰিওফাল নিজম পৰিল। চকীদাৰটো বাৰান্দাত বহি ৰ'ল। সি মাজে-মাজে অৰুণৰ কোঠাটোৰ দুৱাৰখনলৈ চাই থাকিল। অৰুণ যেতিয়ালৈকে থাকিব, তেতিয়ালৈকে সিও থাকিব।

অৰুণে চকীখনত আউজি, মেজৰ তলেদি ভৰি দুখন মেলি দি, চকু মুদি বহি আছিল।---ঘনশ্যাম চৌধুৰীয়ে এদিন তাৰ মাকক যি বুলি গণ্য কৰি যেনেকুৱা ব্যৱহাৰ কৰিলে, মহানন্দয়োতো আজি মানুহজনীক সেই বুলিয়েই সকলোৰে আগত উদঙাই দিব খুজিছে! মাজৰ এই চুবুৰিটো, স্কুল, পাৰ্ক,---এই সকলো ফুটুকাৰ ফেন হৈ গ'ল? তাৰ মাকক মানুহে আকৌ এজনী দুষ্ট মানুহ বুলিহে চিনি পাব? ঘনশ্যাম চৌধুৰী মহানন্দৰ দেউতাক হৈ ডাঙৰ মানুহ হৈ থাকিব?

অৰুণে দাঁত কামুৰিলে। তাৰ নাকৰ পাহি দুটা ফুলি উঠিল। সি বহাৰ পৰা উঠিবলৈ পোন হৈ বহিছে, এনেতে দূৰত এটা গণ্ডগোল শুনা গ'ল। গণ্ডগোলটো এইফালে আগবাঢ়ি আহিল। অলপ পাছতে বাৰান্দাত

কেইবাযোৰো জোতাৰ শব্দ শুনা গ'ল। অৰুণ কোঠালিটোৰ দুৱাৰমুখত থিয় হ'লহি।

সিফালৰ পৰা পাঁচজন পুলিছৰ মানুহ আহি অৰুণৰ সন্মুখত থিয় হ'ল। এজন বিষয়া, চাৰিজন চিপাহী।

বিষয়াজনে ক'লে—তেওঁলোকে অৰুণক গ্ৰেপ্তাৰ কৰিবলৈ আহিছে; —চৰকাৰৰ বিৰুদ্ধে দোষণীয় কাম কৰাৰ কাৰণে।

অৰুণে দাৰোগাজনৰ মুখলৈ অকণমান সময় চাই ৰ'ল; তাৰ পাছত সৰু মাতেৰে সুধিলে, "ইয়াৰ পৰা পোনে-পোনে যাব লাগিব নে এবাৰ ঘৰলৈ যাব পাৰিম?"

দাৰোগাজনে শান্ত, অপৰাধীৰ সুৰেৰে ক'লে, "আপুনি যদি যাব খোজে —এবাৰ ঘৰলৈ যাব পাৰে।"

অৰুণ ঘৰলৈ বুলি স্কুলৰ চোতালৰ পৰা ওলাই আহিল। গে'টৰ ওচৰতে মটৰ গাড়ী এখন আছিল; দাৰোগাজনে অৰুণক সেইখনত উঠাৰ কথা ক'ব খুজিছিল, কিন্তু ক'ব নোৱাৰিলে। তেওঁ অৰুণৰ কাষে-কাষে মনে-মনে আহি থাকিল। কিছু সময়ৰ কাৰণে যেন শিলগুটিৰ ৰাস্তাৰ ওপৰত পাঁচজন পুলিছৰ মানুহৰ গধুৰ জোতাৰ শব্দৰ বাহিৰে ক'তো পৰা একো শব্দ নোলাল। অলপ পাছত দাৰোগাজনে অৰুণক ক'লে, "আপুনি মোক বেয়া নাপাব।"

"হু? কি ক'লে?" —কেইখোজমান আগবঢ়াৰ পাছত অৰুণে সুধিলে।

দাৰোগাজনে আকৌ ক'লে, "আপুনি মোক বেয়া নাপাব।"

"নাই নাই। আপোনাক কিয় বেয়া পাম?" অৰুণে আৰু একো নক'লে। সি আকৌ নিজৰ চিন্তাত দুবি গ'ল। ধীৰ খোজেৰে সি ঘৰৰ ফালে আগবাঢ়িল।

স্কুলত পুলিছৰ মানুহকেইজন সোমাওঁতেই গে'টৰ মুখত সৰু-সৰু ল'ৰা-ছোৱালী কেইটামান গোট খাইছিল। সিহঁতে চিঞৰ-বাখৰ নকৰাকৈ, দূৰে-দূৰে থাকি অৰুণহঁতৰ পিছে-পিছে আহি আছিল। কিন্তু—ক'ত জানো—হঠাতে এটা চিঞৰ-বাখৰ আৰম্ভ হ'ল। কোনে ক'ত কাক ক'লে ঠিক নাই, কিন্তু মুহূৰ্তৰ ভিতৰতে গোটেই অঞ্চলটোত খবৰটো বিয়পি পৰিল,—অৰুণক পুলিছে এৰেষ্ট কৰিছে।

অৰুণ যেতিয়া সিহঁতৰ ঘৰৰ পদূলি পালেহি, তেতিয়া অইনফালৰ পৰা দৌৰি অহা মানুহ আগতে সেইখিনিত গোট খাইছে। বিভিন্ন ৰাস্তাইদি চাৰিওফালৰ পৰা মানুহ দৌৰিছে অৰুণহঁতৰ ঘৰলৈ। অৰুণ ভিতৰ

সোমোৱাৰ অলপ আগতে কোনোবা এজনে উদাত্ত কণ্ঠেৰে চিঞৰিলে---বন্দে মাতৰম্। এজাক মানুহে সমস্বৰে উত্তৰ দিলে---বন্দে মাতৰম্। কোনোবা এজনে চিঞৰিলে---স্বাধীনতা আমাৰ ; তাৰ পাছতে বহু মানুহে চিঞৰিলে---জন্মস্বত্ব। চিঞৰবোৰ অবিৰতভাৱে চলি থাকিল ; শব্দৰ জোৰ বাঢ়ি গৈ থাকিল।

অৰুণে ভিতৰত কাপোৰ-কানি অলপ সামৰি ললে। ৰাধাই ইটো-সিটো চপাই দি, আৰু কি লাগিব---আৰু কি লাগিব বুলি অস্থিৰভাৱে সুধি থাকিল। ভৰা আৰু গৌৰীয়ে খোৱাবস্তু যি আছে তাৰেই এটা টোপোলা বান্ধিলে। অৰুণে সেইবোৰ একো নালাগে বুলি ক'লে। সি ৰাধাক বগা কাগজ, ফাউণ্টেইন পে'নটো আৰু চিঞাহীৰ দোৱাতটো দিবলৈ ক'লে। সি থিয়ৈ-থিয়ৈ এখন চিঠি লিখিলে ;---জগত বাবু হে'ড মাষ্টৰৰ দায়িত্বত থাকিব, কেশৱ দাস এছিষ্টেণ্ট হে'ড মাষ্টৰ হ'ব। তাৰ পাছত সি কাগজ, কলম, দোৱাত সৰু ছুটকেছটোত ভৰাই লৈ ৰাধাক ক'লে,---তাক যদি চৰকাৰে ইয়াৰ জেলতে ৰাখে, তেনেহ'লে সি স্কুল দুখনৰ বিষয়ে দিহা-পৰামৰ্শ দি থাকিব পাৰিব ; যদি অইন কৰ্ব্বাৰি জেললৈ লৈ যায়, তেনেহ'লে---

তেনেহ'লে কি হ'ব অৰুণে ক'ব নোৱাৰিলে। ছুটকেছটো হাতত লৈ ওলাই অহাৰ আগতে সি যোগমায়াক ভৰি চুই সেৱা কৰিলে। যোগমায়াই তাৰ মূৰটো হাতেৰে চুলে। তাইৰ মুখেদি এটা শব্দও নোলাল।

অৰুণ যেতিয়া আগফালৰ বাৰান্দালৈ ওলাল, তেতিয়া চোতালৰ পৰা ইফালে পুলিছ চাহাবৰ আধাসজা ঘৰটোৰ আগলৈকে, সিফালে মূল ৰাস্তাৰ যিমান দূৰলৈকে দেখি সিমানলৈকে---এই গোটেইখিনি ঠাই মানুহেৰে ঠাহ খাই পৰিছে। ৰাস্তাৰ সিপাৰৰ দোকান-পোহাৰ, ৰেলৰ আলিৰ সিপাৰৰ চুবুৰি-কেইটা,---সকলোৰে মানুহ যেন উঠি আহিছে। বন্দে মাতৰম্ ধ্বনিয়ে আকাশ-বতাহ জিনি পেলাইছে। মানুহবিলাকৰ ফালে চাওঁতে অৰুণৰ মুখেদি সি ক'ব নোৱৰাকৈয়ে এটা মিচিকিয়া হাঁহি ওলাল।

দাৰোগা আৰু চিপাহীকেইজনে মানুহ ঠেলি-ঠেলি অৰুণক আগ-বাঢ়িবলৈ বাট উলিয়াই দিলে। একো-একোবাৰ মানুহবোৰে চিপাহী-কেইজনক ঠেলি অৰুণৰ ওচৰলৈ আহিবলৈ চেষ্টা কৰিলে। দাৰোগা-জনে মানুহবোৰক কিবা বুজাবলৈ চেষ্টা কৰিলে ; মানুহবোৰে শুনিবই নুখুজিলে। তেওঁৰ প্ৰতিটো বাক্যৰ বিপৰীতে মানুহবোৰে বেছি জোৰেৰে চিঞৰিলে---বন্দে মাতৰম্।

এসময়ত অৰুণে হাত দুখন দাঙি মানুহবোৰক বাট এৰি দিবলৈ অনুৰোধ কৰিলে। সেই অনুৰোধ মানুহবোৰে ৰাখিলে। তেওঁ জোক

অৰুণহঁতৰ পিছে-পিছে আহি থাকিল। স্কুলৰ গে'টৰ সম্মুখত অৰুণ পুলিছৰ মটৰ গাড়ীখনত উঠিল। মানুহবোৰে মটৰ গাড়ীখনক নিজৰ শক্তি অনুসৰি চলিবলৈ নিদিলে। তেওঁলোকে গাড়ীখনৰ আগে-পিছে তিনি মাইল দূৰৰ থানালৈকে খোজ কাঢ়িলে।

মাজনিশালৈকে অৰুণহঁতৰ চোতাল আৰু সমুখৰ ৰাস্তাটো মানুহেৰে ভৰি থাকিল। ভূমিধৰ উকীল আৰু স্কুলৰ শিক্ষক কেইজনমান যেতিয়া অৰুণহঁতৰ ঘৰা-কোঠালিটো এৰি যাবলৈ ওলাল, তেতিয়া ইং'ত-তং'ত দুই-এটা সৰু-সৰু চৰায়ে মাতিছে।

মানুহৰ ভিৰ বৰ বেছি হৈ থকা অৱস্থাতে এবাৰ মহানন্দ আগৰৱালৰ বাৰান্দাৰ ওচৰলৈকে আহিছিল, তাৰ পাছত তেওঁ আকৌ মানুহ ঠেলি-ঠেলি উভতি গ'ল।

পাছদিনা স্কুল দুখনলৈ ল'ৰা-ছোৱালীহঁত আহিল, কিন্তু কোনো ক্লাছ-ৰুমৰ ভিতৰলৈ নোসোমাল। এঘাৰমান বজাত সকলো ল'ৰা-ছোৱালী বাটলৈ ওলাল। সমদল কৰি সিহঁত চহৰৰ মাজভাগলৈ আগবাঢ়িল। যিমানেই আগবাঢ়িল সিমানেই নতুন-নতুন মানুহ, কলেজ আৰু কেইখাখনো স্কুলৰ ল'ৰা-ছোৱালীৰ সমদল সিহঁতৰ লগ লাগিল। কাছাৰিৰ উকীল-মুক্তিয়াসকলৰ বহুতো, লোকেলবৰ্ড-মিউনিছিপেলেটি অফিছত কাম কৰা মানুহবোৰৰ বহুতো ওলাই আহিল। দোকান-পোহাৰ বন্ধ কৰি বহু দোকানীও ওলাই আহিল। সমদলটো কামাখ্যাচৰণৰ দোকান থকা বাটটোৰেদিও গৈছিল। বহু দূৰত সমদলটো দেখিয়েই কামাখ্যা-চৰণে দোকান বন্ধ কৰিছিল।

সেইদিনাই ৰাতি অৰুণহঁতৰ চুবুৰিটো থকা অঞ্চলটোত এজাক মানুহে হাতত জোৰ লৈ প্ৰছেছন কৰিলে। এসময়ত জোৰ নুমাই গ'ল, বন্দে মাতৰম্ ধ্বনি মাৰ গ'ল, আৰু তাৰ এঘণ্টামান পাছত মনোৰঞ্জন দাসে নতুনকৈ সজোৱা গুদামঘৰটোত জুই লাগিল। মূল ঘৰটোত ভাওঁৰকৈ জুই লগাৰ বিশেষ সুবিধা নাছিল, কিন্তু ভিতৰত থকা বস্তুবোৰ দপদপকৈ জ্বলিছিল। মিলিটেৰিক যোগান ধৰিবলৈ গোটোৱা বস্তু।

মনোৰঞ্জন দাসে পুলিছক ৰাতিয়েই খবৰ দিছিল, কিন্তু পুলিছ আহিল পাছদিনা পুৱা। তেতিয়া ছাইৰ তলত পোত খোৱা এওঁৰবোৰো চেঁচা হৈ গৈছিল। মনোৰঞ্জন দাস আৰু ওচৰ-চুবুৰীয়া কেইজনমানৰ লগত কথা পতাৰ পাছত দাৰোগাজন আহিল অৰুণহঁতৰ ঘৰলৈ,—লক্ষেশ্বৰক বিচাৰি। লক্ষেশ্বৰে এবাৰ দাৰোগাজনৰ মুখলৈ চাই অইনফালে মুখ ঘূৰালে। এইজন অৰুণক গ্ৰেপ্তাৰ কৰিবলৈ অহাজন নহয়, বেলেগ এজন।

কোনো পাতনি নেমেলাকৈ দাৰোগাজনে লক্ষেশ্বৰক সুধিলে, "আপুনি

বোলে মনোৰঞ্জন দাসৰ সেই গুদাম ঘৰটোত জুই লগাই দিব বুলি কৈছিল?"

"কৈছিলো। পিছে কি হ'ল?" —লক্ষেশ্বৰৰ কথা পতাৰ মন নাছিল।

"ঘৰটোত যে সঁচাকৈয়ে জুই লাগিল?"

"পিছে কি হ'ল?" লক্ষেশ্বৰে অলপ বিৰক্তিৰে সুধিলে।

"মানে—আপুনি জুই লগাব বুলি কৈছিল, তাৰ পাছত সঁচাকৈ জুই লাগিলো। সেই কাৰণে—"

"সেই কাৰণে মই লগালো নে কি?" লক্ষেশ্বৰ বহাৰ পৰা উঠিল।

দাৰোগাজনে ডিঙিটো বেঁকা কৰি, এটা চকু অলপ সৰু কৰি ক'লে, "মানুহে সেই বুলিয়েই সন্দেহ কৰিব।"

"মানুহবোৰ বলিয়া হৈছে নে কি? মানুহবোৰে মোক চিনি নাপায় নে কি? মই যদি মনোৰঞ্জনৰ গুদামঘৰ জ্বলাওঁ, তেনেহ'লে যে দিনে-দুপৰে মানুহ গোট খুৱাই, সকলোৰে আগতে জ্বলাম সেইটো কথা মানুহ-বোৰে নাজানে নে কি?" লক্ষেশ্বৰে হাত জোঁকাৰি-জোঁকাৰি চিঞৰিলে।

ৰাস্তাত মানুহ গোট খাইছিল। কিছুমান মানুহ চোতাললৈ সোমাই আহিল। ৰাধা বাৰান্দাৰ পৰা ভিতৰলৈ সোমোৱা দুৱাৰখনৰ ওচৰত থিয় হৈ আছিল; তাই লক্ষেশ্বৰৰ ওচৰলৈ আহিল। দাৰোগাজনক তাই ক'লে, "কালি আমাৰ ঘৰত এটা ঘটনা ঘটি গৈছে। আপোনালোকেতো জানেই?"

"জানো।" দাৰোগাজনে ক'লে।

"তেনেহ'লে আজি আকৌ কিয় আমনি কৰিবলৈ আহিছে?"

"নহয় মানে—এটা ঘৰত জুই লাগিছে; মানুহে সন্দেহ কৰিছে, গতিকে এটা এনকোৱাৰি—"

"ইয়াত কিহৰ এনকোৱাৰি?"—লক্ষেশ্বৰে টেঁটু ফালি চিঞৰিলে,—"কৰক, মোক এৰেষ্ট কৰি থানালৈ লৈ বলক। ইয়াত অশান্তি নকৰিব।"

ৰাধাই লক্ষেশ্বৰৰ বাহুত ধৰি ক'লে, "আপুনি ভিতৰলৈ বলক।"

ৰাস্তা আৰু চোতালত থকা মানুহবিলাকে চিঞৰিলে—বন্দে মাতৰম্।

ৰাধাৰ হাতখন এৰুৱাই দি লক্ষেশ্বৰে খঙেৰে ক'লে, "নাযাওঁ। আগতে এওঁ যাওঁক মোৰ ঘৰৰ পৰা।"

মানুহবোৰে আকৌ চিঞৰিলে। কেইমুহূৰ্তমানৰ পাছত দাৰোগাজন বহাৰ পৰা উঠি চোতাললৈ নামিল। ৰাধাই ওচৰ চাপি আহি তেওঁক ক'লে, "আপোনালোকৰ এনকোৱাৰিত আমি কিবা সহায় কৰিব পৰা থাকিলে নিশ্চয় কৰিম। কিন্তু বাটৰ মানুহৰ কথা শুনি আপুনি এনেকৈ আমাৰ ঘৰলৈ অহা, এনেকৈ মোমাইদেউৰ লগত কথা পতাটো বেয়া কাম হৈছে।"

ৰাধাৰ ৰঙচুৱা মুখখনলৈ একমুহূৰ্ত চাই থাকি দাৰোগাজন ঘুচি গ'ল। তেওঁৰ পিছে-পিছে গে'টৰ ওচৰত বৈ থকা চিপাহী দুজনো। মানুহবোৰে তেওঁলোকৰ ফালে ঘূৰি, তেওঁলোক নেদেখা হোৱালৈকে চিঞৰি থাকিল— বন্দে মাতৰম্; স্বাধীনতা আমাৰ জন্মস্বত্ব।

এসময়ত মানুহবোৰ আঁতৰি গ'ল। চোতালখনত কেইজনমান মানুহে থিয়া-থিয়ি কৰি আছিল। তেওঁলোকৰ মাজত আছিল গোপাল দোকানী। তাৰ ফালে চাই হঠাতে লক্ষেশ্বৰে চিঞৰি উঠিল, "তই ইয়াত কিয়?"

গোপালে ইফালে-সিফালে চালে—লক্ষেশ্বৰে কাক কৈছে।

"তোক কৈছোঁ।" লক্ষেশ্বৰে গোপালৰ সন্দেহ নিৰ্মূল কৰি ক'লে। —"ওলাই যা তই। আৰু কেতিয়াও তই এইখন চোতালত ভৰি নিদিবি —কৈ দিছোঁ।"

গোপালে হতভম্ব হৈ সৰুকৈ উচ্চাৰণ কৰিলে, "বৰদেউতা, মোক— ?"

"চুপ নিমখহাৰাম। ওলাই যা বুলিছোঁ।"

গোপাল তলমূৰকৈ ওলাই গ'ল। গৌৰী ভিতৰৰ পৰা বেগেৰে ওলাই আহিল। তাইৰ মুখখন কন্দনামুৱা হৈ আছিল। দেউতাকক তাই জোৰকৈ ভিতৰলৈ লৈ গ'ল। ভিতৰত লক্ষেশ্বৰে কোনেও একো নোসোধাকৈ কৈফিয়ৎ দিলে—কিয় সি গোপালক তেনেকৈ ক'লে। মনোৰঞ্জন দাসৰ গুদামঘৰত জুই লগাই দিম বুলি সি ঘৰৰ ভিতৰত কৈছিল; —বাহিৰৰ মানুহ বুলিবলৈ কথাষাৰ আকৌ কৈছিল একমাত্ৰ গোপালৰ আগত।

পৰহি ৰাতি যেতিয়া ঘৰখনত মাজনিশালৈকে বিভিন্ন ধৰণৰ মানুহৰ আহ-যাহ চলি আছিল, বহা কোঠালিত প্ৰায় গোটেই নিশা এখন মিটিং বহাৰ নিচিনাই হৈছিল, ৰাধা গোটেই নিশা যোগমায়াৰ ওচৰত বহি আছিল, —সেই গোটেইখিনি সময়ত গৌৰীৰ মনটোৱে এইমাত্ৰ ধৰি আনি সজাত সুমুৱাই থোৱা বনবীয়া চৰাইৰ নিচিনাকৈ চটফটাই আছিল। মাক আৰু ভায়েকহঁতৰ লগ লাগি তাই কেইবাবাৰো ভিতৰত বহা মানুহখিনিক চাহ কৰি দিছিল; তাইৰ মুখখন ঘৰখনৰ আটাইবোৰ মানুহৰ নিচিনাই গম্ভীৰ আৰু কাতৰ দেখা গৈছিল; কিন্তু ভিতৰি-ভিতৰি তাই আইন এটা কাৰণত বেছি অস্থিৰ হৈছিল। প্ৰথম বাৰৰ কাৰণে আজি ৰাতি তাই পুলিছ চাহাবৰ আধাসজা ঘৰটোত ৰামক লগ পোৱাৰ কথা আছিল। আৰু আজি ৰাতিটোৱেই এই গোটেই অঞ্চলটো দিন যেন হৈ থাকিল! মাজে-মাজে তাই লাজ-কাজ এৰি আগফালৰ বেৰাৰ কাষলৈকে আহি চালে— ক'ৰবাত ৰামক দেখা পোৱা যায় নে কি। সিতো তাই যাব বুলি আশা

কৰি আধাসজা ঘৰটোত বহি নাথাকে? নিশ্চয় নাথাকে। তথাপি। সি বা ক'ত কি কৰি আছে!

সময়বোৰ কি হৈ গৈছে! প্ৰত্যেকটো ঘন্টাতে যেন এটা নতুন-নতুন ঘটনা ঘটিছে।

তাৰ পাছত কালিৰ দিনটো। প্ৰছেছনৰ পৰা উভতি আহোঁতে গৌৰীয়ে বহুত চেষ্টা কৰি, বহুত বুদ্ধি কৰি ৰামক লগ ধৰিলে। লগ ধৰা মানে প্ৰায় ওচৰেদি পাৰ হৈ যোৱা। সেইকণ সময়ৰ ভিতৰতে তাই মাত্ৰ এষাৰ কথা তাক ক'ব পাৰিলে, ---কালি নোৱাৰিলে, কিন্তু আজি ৰাতি তাই তাক লগ পাবলৈ আহিব।

কিন্তু কালি ৰাতি মনোৰঞ্জন দাসৰ গুদামঘৰত জুই লাগিল।

জুই লগা চোৱাৰ চলেৰে নবীনহঁতৰ লগত গৌৰী ওলাই গৈছিল। জুই নুমুৱাই থকা মানুহবোৰৰ মাজত ৰামো আছিল। জুইৰ পোহৰত একোবাৰ তাৰ আউল-বাউল চুলিৰ মাজত মুখখন ৰঙাকৈ জিলিকি উঠিছিল। কোনোফালে চাবৰ তাৰ সময় নাছিল। এসময়ত ʼগৌৰীহঁত উভতি আহিছিল। গোটেই ৰাতি তাই খওত গুজৰি-গুমৰি সাৰে আছিল। গোটেই ৰাতি তাই কাণ-পাতি শুনিছিল---চুবুৰিটো নিজম পৰিছে নে কি? ৰাম অহাৰ আশা আছে নে কি? কিন্তু প্ৰতিবাৰেই তাই শুনিছিল---ক'ৰবাত মানুহে কথা পতাৰ শব্দ, খোজ কঢ়াৰ শব্দ, কহাৰ শব্দ। চুবুৰিটোৰ যেন টোপনি নহা বেমাৰ হৈছে!

আৰু আজি ৰাতিপুৱা পুলিছে যেতিয়া তাইৰ দেউতাককে মনোৰঞ্জন বাবুৰ গুদামঘৰত জুই লগোৱা বুলি সন্দেহ কৰিলে, তেতিয়া যন্ত্ৰণাত তাই অস্থিৰ হৈ উঠিল। দেউতাকক আগফালৰ পৰা জোৰকৈ ভিতৰলৈ আনি তাই নিজে বিছনাত উবুৰি খাই পৰি কান্দিবলৈ ধৰিলে।

কিছু সময়ৰ পাছত ফুলি থকা চকুৰেই তাই কলেজলৈ ওলাল। টোপনি খতিৰ কাৰণে ৰামৰ চকুও ৰঙা পৰি আছিল। সিহঁত দুটাই আজি এটা কথা ঠিক কৰি ললে,---আজিৰ পৰা সিহঁতে সদায় ৰাতি ৰাট চাব---কেতিয়া চুবুৰিটো শোৱে। সদায়তো কিবা এটা ঘটি থাকিব নোৱাৰে!

আৰু আজি ৰাতিয়েই একো নমটাকৈ থাকিল। এঘাৰ বজাৰ পাছত দূৰৰ ৰাস্তাইদি যোৱা মিলিটেৰিৰ ট্ৰাক দুই-এখনৰ বাহিৰে একোৰে শব্দ শুনা নগ'ল। এসময়ত ট্ৰাকৰ শব্দও নোহোৱা হ'ল। তেতিয়াহে গৌৰীৰ বুকু ধপধপাবলৈ ধৰিলে। সঁচাকৈয়ে তাই ওলাই যাব? এই ওলাই যোৱাৰ কাৰণেই তাই ইমান ব্যাকুল হৈ আছিল? কথাবোৰ তাইৰ বিশ্বাস কৰিবলৈ মন নগ'ল।

কিন্তু এটা সময়ত তাই তাইৰ কোঠালিটোৰ পৰা বাহিৰলৈ ওলাব

পৰা দুৱাৰখন খুলি ওলাই আহিল। কেইবাদিনৰো আগতে চাই থোৱা ঠাই ডোখৰেদি বেৰাখন পাৰ হ'ল আৰু প্ৰায় দৌৰ মাৰি ৰাস্তাটো পাৰ হৈ পুলিছ চাহাবৰ আধাসজা ঘৰটোৰ বাৰান্দাত উঠিলগৈ। লগে-লগে তাই ৰামৰ অস্ফুট মাত শুনিলে,—"আহাঁ।"

যিটো এসময়ত পুলিছ চাহাবৰ ভাত খোৱা কোঠালি হোৱাৰ সম্ভাবনা, ৰামে আহাঁ-আহাঁকৈ গৌৰীক সেইটো কোঠালিলৈ মাতি নিলে। ক্ৰবৰাৰ-কবৰাৰ পৰা অহা সামান্য পোহৰত সিহঁতৰ ইটোৱে সিটোক মনিব পাৰিছিল।

ৰামে এঠাইত বৈ ক'লে, "এইখিনিতে বহাঁ।"

গৌৰীয়ে হাতেৰে বেৰখন আৰু ভৰিৰে মজিয়াখন খেপিয়াই চালে। ৰামে ক'লে,—সি চাৰিদিনমানৰ আগতেই ঠাইডোখৰ ছাফা কৰি থৈছে।

গৌৰী বহিল। অলপ আঁতৰত ৰামো বহিল।

অলপ সময়ৰ পাছত গৌৰীয়ে প্ৰথমে কথা ক'লে, "যাওঁগৈ দিয়া। মোৰ বৰ ভয় লাগিছে।"

ৰামে একো নক'লে। তাৰো ভয় লাগিছিল। আকৌ কিছু সময় কোনেও একো নোকোৱাকৈ পাৰ হ'ল। তাৰ পাছত গৌৰীয়ে সুধিলে, "মনোৰঞ্জন বাবুৰ গুদামঘৰটোত দেউতাই জুই লগাই দিছিল বুলি তুমিও বিশ্বাস কৰা নে কি?"

ৰামে লগে-লগে উত্তৰ নিদিলে। কিন্তু সময়ৰ পাছত সি ক'লে, "কোনে কি কৰিছে, কোনে কি কৰা নাই, সেইবোৰ বিচাৰ কৰিলে এতিয়া একো লাভ নহ'ব বুইছা? অকণ খুৰাক পুলিছে ধৰি নিয়াৰ খুৰিতে আমাৰ দেউতা বুলি তোমালোকে বিশ্বাস কৰিব পাৰা, তোমাৰ দেউতাৰাই গুদাম-ঘৰটোত জুই লগাইছে বুলি আমি বিশ্বাস কৰিব পাৰোঁ। এতিয়া আৰু কাৰো একো লোকচান নহয়।" অকণমান সময় বৈ ৰামে ক'লে, "ইমান ডাঙৰ-ডাঙৰ ঘটনা ঘটিছে,—আৰু যে কি ঘটিব, আৰু যে কি ঘটিবলৈ বাকী থাকিল—মই ক'ব নোৱাৰোঁ।"

"দেউতাই তোমালোকক সেই ঘৰটো এৰি দিবলৈ ক'ব।" গৌৰীয়ে তলমূৰ কৰি ক'লে।

"আমাৰ দেউতাইতো তোমালোকক বাটৰ ভিখাৰী কৰিছে এৰিব। জানানে নাজানা? যেতিয়ালৈকে তোমালোক ইয়াত থকা, তেতিয়ালৈকে বোলে ককাদেউতা-আইতাৰ আত্মাই শান্তি নাপায়।"

তাৰ পাছত দুয়ো কিছু সময় মনে-মনে থাকিল। এসময়ত গৌৰীয়ে নাকৰ পানী মচি সুধিলে, "তুমি নুবুজোৱা কিয়? আপত্তি নকৰা কিয়? কাজিয়া লাগিব বুলি তেনেকৈ ক'ব পায় জানো?"

"বুজাই লাভ নাই। কিছুমান কথা অকণ খুৰায়ো নুবুজে, দেউতায়ো নুবুজে, তোমাৰ দেউতাৰায়ো নুবুজে।"

"তেনেহ'লে কি কৰিবা? আমি যদি আচল কথাবোৰ বুজিছোঁ, তেনেহ'লে আমিতো কিবা এটা কৰিব পাৰোঁ!"—গৌৰীয়ে ৰামৰ মুখখন মনিবলৈ চেষ্টা কৰিলে।

"মই কেতিয়াবা ভাবোঁ,—আমি কৰবালৈ গুচি যাওঁ, ইহঁত চব যুঁজি-যুঁজি মৰক। কেতিয়াবা ভাবোঁ—ইহঁত চবকে আমিয়েই ছাফা কৰি দিওঁ; কোনো জীয়াই থাকিব নালাগে। সঁচাকৈ কৈছোঁ—কেতিয়াবা মই কিন্তু সাংঘাতিক কিবা এটা কৰি পেলাব পাৰোঁ। খালী তুমি মোৰ লগ নেৰিলেই হ'ল।" অলপ পৰ ৰৈ সি আকৌ ক'লে, "মই সকলোকে এৰিব পাৰিলেও তোমাক এৰিব নোৱাৰিম। দৰকাৰ হ'লে—তুমি পাৰিবা সকলোকে এৰিব?"

গৌৰীয়ে ক'লে, "জানো! এই যে আজি ওলাই আহিছোঁ,—ইমান-খিনিলৈকেতো পাৰিছোঁৱেই! আৰু নো কি কৰিবলৈ বাকী থাকিল? ইয়াৰ পাছত—তোমাৰ কাৰণে কিবা নকৰাকৈ থকাৰ মোৰ উপায় থাকিল জানো? মোৰ যে কি হ'ব! মোৰ বৰ ভয় লাগিছে।"

অলপ পাছত গৌৰীয়ে যিমান পাৰে কম শব্দ কৰি উচুপিলে। ৰামৰ তাইৰ মূৰত হাতখন থৈ নাকান্দিবলৈ ক'বলৈ মন গ'ল; কিন্তু তাইক চুবলৈ তাৰ সাহ নহ'ল।

কিছু সময়ৰ মূৰত গৌৰীয়ে ক'লে, "যাওঁ দিয়া। আকৌ কেতিয়া আহিবা?"

"কাইলৈ। মই সদায় আহিম।"

গৌৰীয়ে ৰাস্তা পাৰ হৈ, বেৰখন পাৰ হৈ সিহঁতৰ বাৰীৰ ভিতৰ সোমাল। তাই নমনা হোৱালৈকে ৰামে সেইফালে চাই থাকিল। তাৰ পাছত সি বাটলৈ ওলাই ওভোতাফালে খোজ ললে। সি গৈ তাৰ কোঠালিটোত সোমাই, বিছনাত দীঘল দি পৰি ৰ'ল। বহুত সময়ৰ মূৰত তাৰ চিল-মিলকৈ টোপনি আহিব খুজিছিল, এনেতে কাৰোবাৰ চিঞৰত তাৰ চকু মেল খাই গ'ল। ক'ৰবাত কোনোবাই জুই-জুই বুলি চিঞৰিছে। সি জাঁপ মাৰি বিছনাৰ পৰা নামিল। দুৱাৰখন খুলি বাহিৰলৈ ওলাই সি মন কৰিলে—চিঞৰটো ওচৰ চাপি আহি আছে। মোহন চকীদাৰৰ মাত। সি চিঞৰিছে—কাঠৰ দোকানত জুই লাগিছে।

মহানন্দহঁতৰ কাঠৰ দোকানখনত।

ৰাম যেতিয়া পদূলিৰ ফালে দৌৰিল, তেতিয়া আগফালৰ মূল দুৱাৰ-খন ধামকৈ শব্দ কৰি মেলি মহানন্দ ওলাই আহিল। পিছে-পিছে পাৰ্বতী।

কাঠৰ দোকানখনৰ ঘৰ-দুৱাৰ, ভিতৰত থকা প্ৰায় সকলো বস্তু

লাগনী-খৰিৰ নিচিনা হৈ আছিল। ঘৰটোৰ দক্ষিণফালৰ চুক এটাত জুই লগা আৰম্ভ হৈছিল। মুহূৰ্তৰ ভিতৰতে সেইফালে থকা মজ্জ গছ জোপাৰ পাতবোৰ অওঠা হৈ তিৰবিৰাবলৈ ধৰিলে।

মহানন্দই সেইখিনিত থিয় হৈ টেঁটুফলা চিঞৰ এটা মাৰিলে। তেওঁ মানুহবোৰক সহায় কৰিবলৈ ওচৰ চাপি আহিবলৈ নক'লে; সা-সম্পত্তি ধ্বংস হ'ল বুলি নিচিঞৰিলে; তেওঁ ঘোষণা কৰিলে—এইবাৰ ছালাইঁত কলৈ যাব? এইবাৰ এনেকৈ সিহঁতৰ হাড় জ্বলিব।

তাৰ পাছত তেওঁ বলিয়াৰ নিচিনাকৈ লৰা-চপৰা কৰি জুই নুমুউৱাত লাগিল। মানুহটোৰ গাত এক অস্বাভাৱিক শক্তিয়ে থিত লৈছিল। ইতি-মধ্যে সেইখিনিত প্ৰায় পঞ্চাছটামান মানুহ গোট খাইছিল। মহানন্দৰ চিঞৰ-বাখৰ শুনি, লৰা-চপৰা দেখি সেই মানুহবোৰৰ কিছুমানৰ গাতো হুঁচ নোহোৱা যেন হ'ল। আধাঘণ্টামান সময় জুইৰ ওপৰত তিনিফালৰ পৰা মাটি-বালি-পানী পৰিল; কাঠ-বাঁহৰ টনা-আঁজোৰা চলিল, কোনোবাই দা-কুঠাৰেৰে ঘপিয়াই একোখন বেৰৰ এজোৰা খহাই পেলালে; পঁচিছটামান মানুহে হাতত চৌ-বাল্টি যিহকে পায় তাকে লৈ চাৰিওফালৰ নাদ-খাল-দমকললৈ দৌৰা-দৌৰি কৰিলে।

আধাঘণ্টামানৰ মূৰত বুজা গ'ল,—জুই আৰু নাবাঢ়ে। আৰু ভয়, নাই বুলি ঠিক কৰি মানুহবিলাকৰ কোনোবা-কোনোবা যেতিয়া ঘৰাঘৰি যাবলৈ ওলাল, তেতিয়া চাৰিমান বাজিছে। ঠাইডোখৰত বহুত লেম গোট খাইছিল; তাৰে চাৰিটামান থাকিলগৈ। কেইটামান মানুহে ঘৰটোত ঠাই বুজি-বুজি পানী ঢালি থাকিল।

এসময়ত মহানন্দই কাঠ এটুকুৰাৰ ওপৰত বহি তললৈ চাই চকু মুদি ৰ'ল। সেইখিনি সময়ত তেওঁৰ গাত জীৱ থকাৰ লক্ষণ দেখা নগ'ল। অলপ সময়ৰ পাছত তেওঁ মূৰ তুলি পোৰা বস্তুবিলাকলৈ চালে, আৰু লাহেকৈ উঠি বাটৰ ফালে,—আন্ধাৰ হৈ থকা ঠাই এডোখৰৰ ফালে আগুৱাই গ'ল। তেওঁৰ এই গোন্ধ, ধোঁৱা আৰু শব্দৰ পৰা আঁতৰি অকণমান মুকলি বতাহৰ মাজত সোমাবলৈ মন গ'ল।

অলপ দূৰ গৈয়েই তেওঁ থমকি ৰ'ল। আন্ধাৰৰ মাজত কোনোবা কেইটামান থিয় হৈ আছে। মহানন্দই চকুকেইটা সৰু সৰু কৰি মানুহ-কেইটাক মনিবলৈ চেষ্টা কৰিলে। সি লৰালৰিকৈ দুখোজমান আগুৱাই গ'ল।

"কোন?"

"আমি।" লক্ষেশ্বৰে উত্তৰ দিলে। ৰাধা আৰু যোগমায়াৰ সৈতে সি আন্ধাৰত থিয় হৈ জুই লগা ঘৰটোৰ ফালে চাই আছিল।

গণ্ডগোল আৰম্ভ হোৱাৰ লগে-লগে লক্ষেশ্বৰহঁতে সাৰ পাইছিল, আৰু

লৰালৰিকৈ বাৰান্দালৈ ওলাই আহিছিল। নবীন আৰু তিলকে অকণমান আগবাঢ়ি আহি ঘটনাটোৰ ভু লৈ কৈছিলগৈ—কাঠৰ দোকানখনত জুই লাগিছে। তাৰ পাছত সিহঁতে চোতালত থিয় হৈ আলোচনা কৰিছিল, —সেইখিনিলৈ আগবাঢ়ি যাব নে নাযায়। যোগমায়া আৰু গৌৰীয়ে কৈছিল—ব'লচোন ; বাকী আটাইকেইটাই কৈছিল—দৰকাৰ নাই। কিছু সময় কথা কটা-কটি কৰি থাকি নবীন, তিলক আৰু গৌৰী বিছনাত পৰিলগৈ ; যোগমায়াহঁতে চোতালতে থিয়াথিয়ি কৰি থাকিল। মাজে-মাজে একো-একোবাৰ সিহঁতৰ ঘৰৰ চাল-বেৰ, আগফালৰ গছৰ ডাল-পাত জুইৰ পোহৰত ৰঙচুৱা হৈ উঠিল। মানুহবোৰৰ কাৰোবাৰ একোটা চিঞৰত যোগমায়াহঁত মাজে-মাজে উচপ খাই উঠিল। কিন্তু আটাইখিনি সময় সিহঁত মনে-মনে থিয় হৈ থাকিল।

শেষত যেতিয়া কোলাহলটো কমিল, পোহৰৰ চকমকনি নাইকিয়া হ'ল, তেতিয়া যোগমায়াই ক্ষীণ মাতেৰে ক'লে, "ব'লচোন চাই আহোঁগৈ।"

লক্ষেশ্বৰে আগৰে পৰা কৰলৈ সাজু হৈ থকার্থ নিচিনাকৈ লগে-লগে ক'লে, "ব'ল"।

তাৰ পাছত সিহঁত ওলাই আহি কাঠৰ দোকানখনৰ পৰা অলপ আঁতৰত আন্ধাৰত থিয় হৈ আছিল।

লক্ষেশ্বৰে আমি বুলি কোৱাৰ লগে-লগে মহানন্দই চিঞৰি উঠিল, "তহঁতে ইয়াত কি কৰিছ ?"

তহঁতে ? লক্ষেশ্বৰহঁত হতভম্ব হ'ল। লগে-লগে সিহঁতৰ কাৰো মুখৰ মাত নোলাল। কেই মুহূৰ্তমানৰ পাছত লক্ষেশ্বৰে ক'লে, "দোকানখন চাবলৈ আহিছোঁ।"

"কি দৰকাৰ তহঁতৰ দোকানখন চাবলৈ অহাৰ ?"—মহানন্দই বলিয়াৰ নিচিনাকৈ চিঞৰিলে।

লক্ষেশ্বৰে সৰু মাতেৰেই ক'লে, "মই দোকানখন পাতিছিলোতো, ময়েই বহুদিন চলাইছিলোতো, সেই কাৰণে চাবলৈ আহিছোঁ।"

"জ্বলি-পৰি শেষ হ'ল নে নাই সেইটো চাবলৈ ইয়াত চোৰৰ নিচিনাকৈ বৈ আছ ?"

মহানন্দৰ চিঞৰ শুনি কেইটামান মানুহ ওচৰ চাপি আহিল। মহানন্দই সিহঁতৰ ফালে চাই, লক্ষেশ্বৰহঁতৰ ফালে আঙুলি টোৱাই চিঞৰিলে, —"এইবোৰ, এইবোৰেই মানুহ বুইছা ?"

তাৰ পাছত লক্ষেশ্বৰহঁতৰ ফালে চাই চিঞৰিলে,—"নুমাজ নহয়, যা আকৌ জ্বলাই সে গৈ।"

বাধাই লক্ষেশ্বৰক মাতিলে, "বলক। ঘৰলৈ যাওঁ।"

লক্ষেশ্বৰে মহানন্দক ক'লে, "মই চোৰৰ নিচিনাকৈ জুই নলগাওঁ নহয়! লগালে দিনে-পোহৰে, আগতে আপোনাক চিতাত জপাদি জাপি লম, সেই মুখখনত প্ৰথমে জুই দিম, তাৰ পাছত যি জ্বলে আপোনা-আপুনি জ্বলি থাকিব। বুজিছে কথাটো? নে হাতে হাতে প্ৰমাণ পালেহে বুজিব?"

"কি কব তই?"—বুলি মহানন্দই লক্ষেশ্বৰৰ ফালে চোঁচা ল'লে। মানুহকেইটামানে তেওঁক ধৰিলে,—"চাওঁ আহক, গুচি আহক।"

অইন দুটামানে লক্ষেশ্বৰহঁতক বুজালে,—"আপোনালোক ঘৰলৈ যাওকগৈ। বলক,—বলক যাইদেউ। নিজৰ ভিতৰতে—আপায়—বেয়া দেখি।"—

মানুহকেইটাই মহানন্দক ধৰি-ধৰি একেবাৰে ঘৰলৈকে লৈ গ'ল। মহানন্দই জুই আকৌ জ্বলে বুলি ঘৰলৈ যাবলৈ আপত্তি কৰিছিল, কিন্তু মানুহকেইটাই বুজালে,—জ্বলিলে সিহঁতে চাব; মহানন্দৰ আৰু এতিয়া ইয়াত একো কাম নাই।

মহানন্দ যেতিয়া ঘৰ পালেগৈ, তেতিয়া পাৰ্বতীয়ে আগফালৰ চকী এখনত বহি কান্দি আছিল।

দোকমোকালি পৰলৈকে ধোঁৱা ওলাই থকা ঠাইবোৰ খুচৰি-খুচৰি তাত পানী ঢালি থকা কামটোৰ তদাৰক কৰিলে ৰামে। তাৰ লগত আছিলগৈ ৰাস্তাটোৰ সিপাৰৰ দোকানী তিনিটা।

বাহিৰত অলপ-অলপ পোহৰ হোৱাৰ পাছত গৌৰী আৰু বাধা ফুৰিবলৈ ওলাই অহাৰ নিচিনাকৈ, ৰাতিৰ সাজেৰেই ওলাই আহিল। দূৰতে সিহঁতক ধৰিব পাৰি ৰাম আধাপোৰা ঘৰটোৰ আঁৰ হ'ল। বাধাহঁত হাইস্কুলৰ গে'টখন পাৰ হৈ গ'ল, তাৰ পাছত উভতিল। সিহঁতে কোনেও কথা কোৱা নাছিল। মাইনৰ স্কুলখনৰ সমুখ পাওঁতে বাধাই সুধিলে, "তই ৰামৰ লগত আজিকালিও কথা পাত নে কি?"

গৌৰীয়ে বাধাৰ চকুলৈ চাই ভলমুৰকৈ খোজ কাঢ়িবলৈ ধৰিলে। সিহঁত দুয়োজনীৰে চকু অইন দিনাৰ পুৱাতকৈ বেছিকৈ ফুলি আছিল।

অলপ পাছত বাধাই আকৌ সুধিলে, "হুঁ?"

গৌৰীয়ে অলপ পাছত চাদৰৰ আগেৰে নাক মচি ক'লে, "পাৰোঁ।" তাৰ পাছত ভাই চকুযোৰা মচিলে।

মানুহবোৰৰ চোঁপাপনি খতি হোৱাৰ কাৰণেই নে কি,—গোটেই দিনটো চুবুৰিটো নিজান পৰি থাকিল। ৰাতি ওলাই নহা মানুহখিনি আৰু বাটকৰাই ঘৰটো চালে, গুনগুনকৈ কথা পাতিলে, আৰু নিশ্চয় কৰবাত

কিবা এটা গণ্ডগোল হৈছে বুলি সিদ্ধান্ত কৰি গুচি গ'ল। ষিকেইটা স্কুল নপঢ়া ল'ৰা-ছোৱালী চুবুৰিটোত এনেয়ে ঘূৰিয়েই ফুৰে, সিহঁতে আজি আৰু কিবা ঘটাৰ আশাত কাঠৰ দোকানখনৰ ওচৰতে খেলি থাকিল।

মহানন্দ দিনটো ভিতৰতে সোমাই থাকিল। ঘটনাটোৰ খবৰ লবলৈ অহা মানুহবিলাকক তেওঁ ভিতৰলৈকে মতাই নিলে। কোনোবাই পুলিছত খবৰ দিয়াৰ কথা উলিয়াওঁতে তেওঁ কোনো দৰকাৰ নাই বুলি কথাটো উকৱাই দিলে।

পুলিছে কিন্তু এই জুই লগোৱা ঘটনা দুটাৰ বিষয়ে জোৰেৰে তদন্ত চলাইছিল। সেইদিনাই ৰাতি দহ বজাৰ পাছত অন্নদাচৰণ মহানন্দহঁতৰ ঘৰলৈ আহিল। মনোৰঞ্জন দাস আৰু ছাপ্লাই অফিছৰ প্ৰফুল্ল দাস তেতিয়া তাতে আছিল। গোপাল দোকানীও আছিল। সি আজি প্ৰথম বাৰৰ কাৰণে মহানন্দহঁতৰ ঘৰৰ ভিতৰৰ চকীত বহিছিল। কথাবোৰ গৰম হৈ উঠাৰ মাজতে কোনোবা এটা সময়ত সি খালী চকী এখনত বহি দিছিল।

অন্নদাচৰণে সোমায়েই ক'লে,—জুই লগোৱা মানুহজন কোন—তেওঁলোকে ধৰিব পাৰিছে। তাক এৰেষ্ট কৰিবলৈ ৱাৰেন্ট জাৰী কৰা হৈছে, কিন্তু সি কৰবাত লুকাই আছে। আজি পাছবেলা পুলিছে তাক বিচাৰি চলাথ কৰিছে, কিন্তু পোৱা নাই।

কোন সি?

অতুল। অতুল মাষ্টৰ।

মনোৰঞ্জন দাস, প্ৰফুল্ল দাস আৰু গোপাল দোকানীয়ে বেলেগ-বেলেগ ফালে চাই থৰ লাগি চিন্তা কৰিলে। মহানন্দৰ কাৰণে যেন খবৰটোত উৎসাহজনক একো নাছিল। তেওঁ ছিগাৰেটটোৰ আগত দীঘল হৈ যোৱা ছাইখিনি হাত মেলি এছট্ৰেটোত পেলাবলৈ চেষ্টা কৰিলে। ছাই-খিনি মাজবাটতে মাটিত পৰি থাকিল।

মহানন্দ মনে-মনে থাকিল; বাকীকেইজনৰ প্ৰশ্নৰ উত্তৰত অন্নদাচৰণে কৈ গ'ল,—আচলতে অৰুণ আৰু অতুলক একেলগে গ্ৰেপ্তাৰ কৰাৰ কথা আছিল; কিন্তু অতুলৰ বিষয়ে এটা ৰিপ'ৰ্ট পাবলৈ বাকী আছিল কাৰণে তাক সেইদিনাই গ্ৰেপ্তাৰ কৰিব পৰা নগ'ল। এতিয়া সেই ৰিপ'ৰ্টটোতো পোৱা গৈছেই, লগতে পোৱা গৈছে আৰু এক মাৰাত্মক ৰিপ'ৰ্ট,—সি মনোৰঞ্জন দাসৰ গুদামঘৰ আৰু মহানন্দহঁতৰ কাঠৰ দোকানত জুই লগাইছে, আৰু লগাই পলাইছে।

—কিন্তু সিতো অৰুণে দিয়া মাটিডোখৰত ঘৰ সজাই আছিল। পৰহিও গোপালে তাক কাম কৰাই থকা দেখিছে।—হয়। সি কোনোমতে

থাকিব পৰাকৈ খেৰ-বাঁহৰ ঘৰ এটা সজাইছিল। থাকোঁ বুলিলে থাকিব পৰা হৈছেই। কালিও সি এবাৰ ঘৰটোৰ কাম চাবলৈ আহিছিল; কিন্তু তাৰ পাছত সি কলৈ গ'ল, পুলিছে জানিব পৰা নাই। তাৰ বস্তুবাহানি কিছুমান এতিয়াও অন্নপূৰ্ণা হোটেলতে আছে। হোটেলৰ মেনেজাৰে কয় —সি ভাত তিনি বাতি শুইছিল, দুসাজ ভাত খাইছিল; আজি পুৱা ওচৰৰে গাঁও এখনলৈ যাওঁ বুলি দৰকাৰী বস্তু অল্পমান লৈ গুচি গৈছে। দুসাজ ভাতৰ দাম আৰু সাদিনৰ বাবে বিছনাৰ ভাৰা দি গৈছে।

অন্নদাচৰণে ক্ষোভ আৰু হতাশাৰ সুৰেৰে ক'লে,—"সি বেটাই কেনেবাকৈ গম পালে। আমাৰ মাজতো নিশ্চয় কোনোবা নিমখহাৰাম আছে। নহ'লে সি পলোৱাৰ সুবিধা পাব কিয়?"

চ'থাদিনা আবেলিৰ পৰা ৰাধাই অতুলক লগ পোৱা নাই। পৰহি আৰু কালি ইমানবোৰ দুশ্চিন্তাৰ ওপৰতে তাক লগ নোপোৱাৰ দুশ্চিন্তাই তাইক কষ্ট দি আছিল; —আজি স্কুলত ক্লাছ টেঁনৰ ল'ৰা এটাই তাইক চিঠি এখন দিলে।

অতুল পলোৱাটো সঁচা। চিঠিখনত সি লিখিছে, —অৰুণ দাদা জেলত থকা দিনখিনিত সি বাহিৰত থকাটো অত্যন্ত প্ৰয়োজনীয়। নহ'লে কামৰ বহুত ক্ষতি হ'ব। কিন্তু সি খবৰ পালে, —তাৰ নামত ৱাৰেণ্ট ওলাওঁ ওলাওঁ হৈছে। গতিকে সি একেলগে বাহিৰতো —আৰু ৰাধাৰ ওচৰতো থাকিব নোৱাৰিব। এইখিনি কষ্ট ৰাধাই সহ্য কৰিব পাৰিব লাগিব। আৰু পাৰিবও, —কাৰণ তাই অৰুণ দাদাৰ 'ভনীয়েক,—কাৰণ তাই এইটো বাটত জানি-শুনিয়েই ভৰি দিছে। কিন্তু তাই যেন এতিয়া এনেকুৱা একো কাম নকৰে—যাৰ কাৰণে তায়ো অৰুণ দাদাৰ নিচিনাকৈ ভিতৰত বা অতুলৰ নিচিনাকৈ বাহিৰত থাকিবলগীয়া হয়। স্কুলখনৰ স্বাৰ্থত, অৰুণ দাদাৰ আদৰ্শৰ স্বাৰ্থত তাই এতিয়া অতি কৌশলেৰে, ধৈৰ্য্য ধৰি সময় কটাব লাগিব। প্ৰতিপক্ষত অকল বিদেশী চৰকাৰ থকা হ'লে যিমান অসুবিধা হ'লহেঁতেন; এতিয়া তাতকৈ বহু বেছি অসুবিধা হ'ব। হৈছেই। কিন্তু অতুলে সকলো খবৰ ৰাখি থাকিবলৈ চেষ্টা কৰিব। তিনিদিন মানৰ আগতে এসময়ত তাৰ অকলে-অকলে বৰ খং উঠিছিল। সি তেতিয়া ভাবিছিল—কেইদিনমানৰ ভিতৰতে সি খেৰবাঁহৰ ঘৰটোতে ৰাধাৰ সৈতে থাকিবলৈ লব। কিন্তু কথাবোৰ সিমান সহজ নহ'ল।

দ্বিতীয়তে, —অতুলৰ বিষয়ে আৰু কিছুমান কথা ৰাধাইতৰ কাণত পৰিব। সি ঘৰ জ্বলোৱা আৰু মানুহ মৰা মানুহৰ দল গোটাইছে, —সেই তেনেকুৱা কথা। ৰাধাই কথাবোৰ শুনি থৈ দিব লাগে। বিশ্বাসো কৰিব নালাগে, অবিশ্বাসো কৰিব নালাগে। অতুলে যেতিয়া তাইক খি

ক'ব লাগে ক'ব। এতিয়া সি এই বিষয়ে একো ক'ব খোজা নাই। কিন্তু এটা কথা ঠিক,—অৰুণ দাদাৰ ৰাস্তাটো কেতিয়াবা বৰ আমনি লগা হৈ পৰে। এনেকৈ,—ইমান শীতল উপায়েৰে নো এখন দেশ স্বাধীন কৰিব পাৰিনে? মাজত ৰাধা নথকা হ'লে কেতিয়াবা অতুলে বেলেগ ৰাস্তাই ললেহেঁতেন। এতিয়াও তাৰ নিজকে তিনিআলিত থিয় দি থকা যেন লাগে। সকলো মিলি তাৰ মনত এটা ভয়ানক সংকটে দেখা দিছে। এই যে সি লুকাইছে, এইখিনি দিনৰ ভিতৰতে সি কথাবোৰ জুকিয়াব। অৰুণ দাদাৰ চিঠি-পত্ৰ আহিলে, তাত অতুলে জানিবলগীয়া কিবা থাকিলে ৰাধাই কথাবোৰ চিঠিৰ নিচিনাকৈ লিখি ৰাখিব; —অতুলে ৰাধাৰ পৰা নিওৱাৰ ব্যৱস্থা কৰিব।

শেষত,—মৰম-চেনেহৰ কথাত ৰাধাই চিন্তা কৰিব নালাগে। সি ওচৰতে আছেই। বহু দিন পাৰ হৈ গৈ আছে, কিন্তু সি আছেই।

ছয় পৃষ্ঠা জোৰা দীঘলীয়া চিঠি। প্ৰতিটো পৃষ্ঠাৰ মাৰ্জিনৰ ঠাইবোৰো আখৰেৰে ভৰা।

ৰাধাই প্ৰথমবাৰ চিঠিখন পঢ়ি মনে-মনে বহি ৰ'ল। দ্বিতীয়বাৰ পঢ়াৰ পাছত তাইৰ ধাৰণা হ'ল—শেষৰ ফালে অতুলে কি ৰাস্তা-ঘাট-তিনিআলিৰ কথা লিখিছে, সেইবোৰ তাই ভালকৈ বুজা নাই। এবাৰ তাই ঠিক কৰিলে,—সেইবোৰ তাই বুজিবলৈ চেষ্টা নকৰাই ভাল। মগজে আৰু বলে নোৱৰা হৈছে। যিখিনি সহজে বুজিছে সেইখিনিয়েই তাইৰ কাৰণে যথেষ্ট। সহজ-সৰল কথাটো হ'ল—অতুল কৰবালৈ গ'লগৈ। পাওঁ বুলিয়েই ৰাধাই আৰু তাক লগ পাব নোৱাৰে। তেনে-হ'লে তাই এতিয়া কাক লগ পাব? এই নিঠুৰ সময়বোৰত কাৰ লগত তাই এটা কথা আলোচনা কৰিব? কাৰ সহায় বিচাৰিব? কাৰ পৰা অৰুণমান সাহস গোটাব? এনেকৈ নপলাই তাৰ উপায় নাছিলনে? নাছিল চাগে। তাক পুলিছে ধৰিলেহেঁতেন। সঁচাতো? অইন একো কাৰণত সি আঁতৰি যোৱা নাইতো?

লাহে-লাহে ৰাধাৰ অভিমানৰ ভাবটোৱে খঙৰ ৰূপ ললে। কিয় তাই এতিয়া কৌশলেৰে, ধৈৰ্য ধৰি সময় কটাব লাগিব? তাৰ মানে তাই এতিয়া ইমান সৰু, ইমান নিৰ্জীৱ হৈ থাকিব লাগিব যাতে তাইক আৰু কোনেও আমনি কৰাৰ প্ৰয়োজন অনুভৱ নকৰে! সেইটো এটা কথা হ'ল নে কি? হ'বই নোৱাৰে। তাই এতিয়া মাক-মোমায়েকক যুদ্ধ কৰিবলৈ আওৰাই দি নিজে ভিতৰ সোমাই থাকিব? অৰুণ আৰু অতুল নোহোৱা স্কুলখন নাৰবীয়া নোহোৱা নাম্বৰ নিচিনা হৈ যাব? হ'বই নোৱাৰে। এতিয়া আৰু তাইৰ সৰু হৈ সোমাই থকাৰ উপায়ো নাই, ইচ্ছাও নাই, প্ৰয়োজনো নাই।

# ওঠৰ

কেইদিনমান চুবুৰিটোৰ ঘটনাবোৰ কয়লা-পানী লবলৈ জংছনৰ প্লেটফৰ্মৰ বাহিৰত বৈ থকা ৰেলৰ নিচিনা হৈ থাকিল। ইঞ্জিনৰ চোঁ-চোঁ শব্দ, চকাবোৰ নিশ্চল। কিন্তু তাৰ পাছত ঘটনাবোৰে বিকট গৰ্জন কৰি নতুন উদ্যমেৰে যাত্ৰা আৰম্ভ কৰিলে।

ৰাধাই এদিন স্কুলত শিক্ষকসকলক সুধিলে, ---তেওঁলোকে অকণে ঠিক কৰি দি যোৱা মতে মাটিবোৰ দখল কৰিলে নে নাই? শিক্ষকসকলে ক'লে, ---নাই কৰা; এইবিলাক গণ্ডগোলৰ কাৰণেই তেওঁলোকে ভাপ মাৰি আছে।

"ভাপ মাৰি থাকিলে কেনেকৈ হ'ব?" ৰাধাই অলপ হুকুম দিয়াৰ সুৰেৰে ক'লে, "আপোনালোকে কৰিবলগীয়া কাম কৰি গৈ থাকক। পাৰে যদি সকলোৱে মিলি এটা দিন ঠিক কৰক, সেইদিনা সকলোৱে তেওঁৰা দি নিজৰ-নিজৰ মাটিৰ সীমা ঠিক কৰি লওক। পলম নো কিয় কৰিব লাগিছে? অহা দেওবাৰেই---।"

ঠিক হ'ল, দেওবাৰে শিক্ষকসকলে কামটো কৰিব। এইটো যেন এটা ৰাজহুৱা কামেই হ'ব, ---তেওঁলোকৰ মাজত তেনে এক উদ্দীপনা দেখা গ'ল। পাছদিনাই তেওঁলোকৰ কেইজনমানে অকণে নক্সৰ দি যোৱা মতে নিজ-নিজ মাটিত বাঁহ পোলোৱালে। মিলিটেৰিৰ ঠিকাৰ কামৰ প্ৰতাপত বাঁহ সহজে পাবলৈকে নোহোৱা হৈছে; ---স্কুল ছুটিৰ পাছত বাঁহ বিচাৰি দুজনমান ওচৰৰ গাঁও পালেগৈ।

শনিবাৰে আগবেলা তেওঁলোকলৈ খবৰ আহিল---মহানন্দই কৈছে, ---মাটি দখল কৰিবলৈ যেন কোনো নামাব। সেইবোৰ মাটিৰ মালিক কোন, সেইটো ঠিক কৰিবলৈ বাকী আছে।

কথাটো অলপ পাছতে যোগমায়াৰ কাণত পৰিলগৈ। শনিবাৰে স্কুল দুই বজাত ছুটী হয়। দুই বজাৰ আগে-আগে, উকা পাটৰ সাৰৰণ ৰিহা-মেখেলা পিন্ধি, কপাহী চাদৰ লৈ যোগমায়া স্কুল পালেহি। ছাত্ৰ, শিক্ষক, ৰাধা---সকলো অবাক হ'ল। হেডমাষ্টৰৰ কোঠালিত যেতিয়া শিক্ষকসকলে যোগমায়াক আগুৰি ধৰিলে, তেতিয়া তাই ক'লে, "আপোনালোকে যি ঠিক কৰিছিল, সেইমতে কাম কৰক। মই কাইলৈ আপোনালোকৰ লগতে থাকিম।"

সেইদিনা আবেলিয়েই খবৰ ওলাল, ---মহানন্দ আৰু মনোৰঞ্জন

দাসৰ ঠিকাৰ কাম কৰা যিমান মানুহ আছে, সকলোৱে হেনো ক'লে ৰাতিপুৱা হাতে-হাতে লাঠী লৈ চুবুৰিটোৰ খালী হৈ থকা মাটিখিনি পহৰা দিব।

পাছদিনা ৰাতিপুৱা সঁচাকৈয়ে এজাক বিহাৰী মানুহক চুবুৰিটোত পিনপিনাই ফুৰা দেখা গ'ল। আগতে বন্দবস্ত হৈছিল, শিক্ষক কেইজনে সোনকালে এমুঠি খাই ন-চাৰে-নমান বজাত দিনটোলৈ বুলি ওলাই আহিব। তেওঁলোক সেইমতে আহিলে, ---কিন্তু নিজৰ-নিজৰ মাটিৰ কাষ চাপিবলৈ তেওঁলোকে চুচুক-চামাক কৰিলে।

কিন্তু কোনে আয়োজন কৰিলে, কেনেকৈ কি হ'ল শিক্ষকসকলে ক'ব নোৱাৰে,---প্ৰায় দহমান বজাত জাক-জাক ল'ৰাই প্ৰচ্ছেহন কৰাৰ নিচিনাকৈ আহি চুবুৰিটোত সোমাল আৰু মাজে-মাজে বন্দে মাতৰম্ বুলি ধ্বনি তুলি খালী মাটি কেইটুকুৰামানত জেওৰা দিয়াৰ কামত লাগিল।

পাছবেলা কোনোবা এটা সময়ত শিৱ মন্দিৰটোৰ ওচৰৰ ৰাস্তাত মহানন্দৰ লগত এজাক ল'ৰাৰ কাজিয়া লাগিল। খবৰটো পায়েই দুজন-মান শিক্ষকে দৌৰি গৈ ল'ৰাবোৰক আঁতৰাই আনিলে। ইতিমধ্যে ল'ৰা-বোৰৰ মাজৰ কোনোবা দুটামানে মহানন্দৰ গাত হাত দিলে। দুখ পোৱাকৈ।

তাৰ পাছৰ দুদিনমান স্কুলখনৰ শিক্ষকসকলৰ মাজত,---ৰাধা উপস্থিত নথকা সময়ত,---তৰ্কাতৰ্কি লাগি থাকিল। ---ল'ৰাক এইবোৰৰ মাজলৈ কোনে টানিলে? এয়াতো স্বাধীনতা আন্দোলনৰ কাম নহয়!

---স্বাধীনতা আন্দোলনৰ কাম নহ'ব পাৰে, কিন্তু এয়া অন্যায়ৰ বিৰুদ্ধে কৰা কাম। একো দোষৰ কাম নহয়।

---কিন্তু কোনটো অন্যায়, কোনটো ন্যায়, সেইটো আমি কেনেকৈ জানিলো? মহানন্দ চৌধুৰীয়ে যিবোৰ কথা কয়, সেইবোৰ মিছা বুলি উৰুৱাই দিবলৈ আমাৰ কি জোৰ আছে?

---কি? অৰুণ চৌধুৰীৰ কথাৰ ওপৰত আপোনালোকৰ বিশ্বাস নাই? তেওঁৰ কাম আপোনালোকে দেখা নাই? ছি ছি ছি! কাৰ জহত আজি ইয়াত মাষ্টৰী কৰি খাই-বৈ থাকিবলৈ পাইছে? শেষত অৰুণ চৌধুৰীৰ বিৰুদ্ধে কথা ক'বলৈও আপোনালোকৰ জিভা দোৰোল খালে?

---চাকৰি কৰিছোঁ, তাৰ বাবে দৰমহা পাইছোঁ; কিন্তু আমাক কোনেও কিনি লোৱা নাই। সঁচা কথা কোৱাত ভয় কিহৰ? এই চুচুৰিৰ মাটি, এই স্কুল, ---এইবোৰৰ আঁতিগুৰি কি, মহানন্দ চৌধুৰী কোন, অৰুণ চৌধুৰী কোন---সেইবোৰৰ আঁতিগুৰি জানো বুলি আমি কেইজনে বুকুত হাত দি ক'ব পাৰিম?

বৃহস্পতিবাৰে পুলিছে স্কুলখনৰ আঠজন শিক্ষকক গ্ৰেপ্তাৰ কৰি শুকুৰবাৰে আবেলি জামিনত দিলে। তেওঁলোকৰ বিৰুদ্ধে অভিযোগৰ মূল কথাটো আছিল, —তেওঁলোকে ল'ৰাহঁতক উচটাই দি অশান্তিৰ সৃষ্টি কৰিছিল ; ল'ৰাহঁতৰ হতুৱাই মানুহ পিটাইছিল।

তাৰ পাছত, স্কুলৰ চৌহদটোকে ধৰি গোটেই চুবুৰিটো বিভিন্ন ধৰণৰ দুৰ্ঘটনাই যেন উশাহ লব নোৱাৰাকৈ হেঁচি ধৰিলে।

সোমবাৰৰ পৰাই স্কুলখনৰ পঢ়া-শুনাত বেমেজালি আৰম্ভ হৈছিল, —শুকুৰবাৰে শিক্ষক কেইজনক গ্ৰেপ্তাৰ কৰাৰ পাছৰে পৰা পঢ়া-শুনা বন্ধ হৈ যোৱাৰ নিচিনাই হ'ল। আধাখিনি ল'ৰা যদি ক্লাছৰুমৰ ভিতৰত, আধাখিনি ওচৰৰ ফিল্ডত। ছাত্ৰ আছে শিক্ষক নাই, শিক্ষক আছে ছাত্ৰ নাই। ওপৰ শ্ৰেণীৰ কিছুমান ল'ৰাই ঘনে-ঘনে প্ৰচ্ছেদন উলিয়াব খোজে, কিছুমানে মানা কৰে। তল শ্ৰেণীৰ ল'ৰাবোৰে ক্লাছৰুমত সোমাই ডেস্কত কিতাপ-বহী থৈ বহে, ওপৰ শ্ৰেণীৰ ল'ৰাই সিহঁতক ওলাই আহিবলৈ কয়।

হে'ডমাষ্টৰৰ দায়িত্বত থকা জগত বাবু আৰু এছিষ্টেণ্ট হে'ডমাষ্টৰৰ কাম চলাই থকা কেশৱ দাসক লগত লৈ বাধাই ল'ৰাহঁতক বুজালে, শিক্ষক-সকলক বুজালে, —স্কুলৰ পঢ়া-শুনাত খেলি-মেলি হ'ব লাগিছে কিয় ? স্কুলৰ ভিতৰততো একো হোৱা নাই ! দেশৰ কামত যেতিয়া পঢ়া-শুনা ক্ষতি নকৰিলেই নহয়, তেতিয়া বাৰু বেলেগ কথা ; কিন্তু এতিয়া পঢ়া-শুনাৰ ক্ষতি হ'ব কিয় ? এতিয়া যিবিলাক ঘটনা ঘটিছে, সেইবোৰ ঘৰুৱা ঘটনাহে ! অৰুণক পুলিছে ধৰি নিয়াটো অৱশ্যে ঘৰুৱা কথা নহ'ব পাৰে, কিন্তু ল'ৰাহঁতে এনেকৈ হুলস্থূল কৰি থাকিলেতো পুলিছে অৰুণক এৰি নিদিয়ে !

আৰু শিক্ষকসকলৰ মাজৰ এই কেইজনমানৰ হৈছে কি ? ল'ৰাহঁত বাহিৰত থাকিল বুলিয়েই তেওঁলোক ক্লাছৰুমৰ পৰা ওলাই আহে কিয় ? ক্লাছৰুমত ল'ৰা নাই বুলি ধৰি লৈ তেওঁলোক কমনৰুমতে বহি থাকে কিয় ?

বাধাহঁতৰ কথা গণ্য কৰাৰ লক্ষণ কাৰো গাত দেখা নগ'ল। তেওঁ-লোকে কথাবোৰ কোৱাৰ পাছদিনা স্কুলৰ বেৰত এখন প'ষ্টাৰ দেখা গ'ল। তাত লিখি থোৱা কথাখিনিৰ সাৰাংশ হ'ল, —কেইজনমান শিক্ষকৰ বিশ্বাসঘাতকতাৰ কাৰণে অৰুণ ছাৰ জেললৈ যাবলগীয়া হ'ল। সেই কেইজন শিক্ষকক শাস্তি দিব লাগে।

অৰুণহঁত আচলতে কোন, মহানন্দহঁত কোন, এইবোৰ কাৰ মাটি, কাৰ সম্পত্তি, —এইবিলাক কথা শিক্ষকসকলৰ যিটো দলে নতুনকৈ

বুজিবলৈ লৈছিল, সেই দলৰ মুখিয়াল্ল আছিল ভলল্রেণীৰ ভুইং আৰু সাহিত্যৰ মাস্টৰ মথুৰা ৰৰদলৈ। প'ন্টাৰখন পঢ়িয়েই ৰৰদলৈৰ মুখখন কোক্‌লোওাৰ মুৰটোৰ নিছিনা ৰঙা হৈ উঠিল।

"আমাৰ মাজৰে কোনোবাই সাহ নিদিলে ল'ৰাৰ ইমান সাহ কেনেকৈ হ'ব?"---ৰৰদলৈয়ে গৰ্জন তুলিলে। তাৰ পাছত তেওঁ ঘোষণা কৰিলে ---এইবিলাক কাৰ কাম, তেওঁৰ আৰু বুজিবলৈ বাকী নাই।

যদি বাকী নায়েই, তেনেহ'লে খোলোচাকৈ কৈ নিদিয়ে কিয়? পেটত কথা সুমুৱাই ৰাখি গৰগৰাই আছে কিয়? চুবুৰিটোত মাটি পোৱা দুজনমানে ৰৰদলৈক হেঁচা মাৰি ধৰিলে।

প্ৰথমতে---মই কাকো পৰোৱায় কৰা মানুহ নহওঁ---বুলি ঘোষণা কৰি লৈ ৰৰদলৈয়ে ক'লে, ---এইবোৰ চব ৰাধা আৰু সেই পলৰীয়াটোৰ কাম। পলৰীয়াটো মানে অতুল। ৰৰদলৈৰ মতে সি কলৈকো পলাই যোৱা নাই; ইয়াতে লুকাই আছে আৰু ল'ৰাহঁতৰ হতুৱাই যি কৰাব লাগে কৰাই আছে।

সেইদিনা মাজৰাতি পুলিছে অতুলক বিচাৰি ৰাধাহঁতৰ ঘৰটো ঘেৰি ধৰিলে। তিৰোতা মানুহখিনিক চোতালৰ এঠাইত থিয় হৈ থাকিবলৈ দি বিষয়া এজন আৰু চিপাহী তিনিজনে এটাইবোৰ কোঠালিত, বিছনাৰ তলত, আলনাৰ আঁৰত---অতুলক বিচাৰিলে।

এইখিনি সময়ত গৌৰীয়ে নিজৰ কপালক নিজে প্ৰশংসা কৰিলে। আৰু এঘণ্টামানৰ পাছত তাই ওলাই গ'লহেঁতেন। তাৰ পাছত পুলিছ অহা হ'লে! তাইৰ গাটো শিয়ৰি উঠিল। তাই ঘৰটোৰ মুখৰ ফালেদি বাটলৈ চালে। বাটত মানুহ গোট খাইছে। যামে নিশ্চয় আজি তাইলৈ বাট চাই নাথাকে।

ৰাধাৰ এতিয়াহে এবাৰ মনলৈ আহিল, ---হয়তো; ---অতুলে তেনেকৈ কৰবালৈ গুচি নগৈ এইখন ঘৰতেতো লুকাই থাকিব পাৰিলেহেঁতেন! সেইটো কথা যদি সি ৰাধাক এবাৰ কৈ চালেহেঁতেন! নহয়; অতুলে চাগে জানে---এদিন এনেকুৱা এটা ঘটনা ঘটিবই; পুলিছে এদিন এনেকৈ খানাতালাচ কৰিবই। সেইকাৰণেই চাগে সি তেনেকুৱা কথা নুনিয়ালেই। সেইটো বাৰু সেইটো; কিন্তু সিতো তাইকো লগ ধৰিব পাৰিলেহেঁতেন; ---আমি দুয়ো যাওঁগৈ বলা; কৰবাত লুকাই থাকি তাৰে পৰা কাম কৰি থাকিম! যাবা? ---কথাবোৰ শুনিবলৈকে ভাল লাগিলহেঁতেন।

পুলিছৰ দলটো ওলাই যোৱাৰ পাছত বাটৰ পৰা কিছুমান মানুহ ৰাধাহঁতৰ ঘৰলৈ সোমাই আহিল। তেওঁলোকে যোগমায়া আৰু লক্ষেশ্বৰক ঘেৰি লৈ নিজৰ ভিতৰতে কথা পাতিবলৈ ধৰিলে। যোগমায়াহঁতৰ কথা ক'বলৈ মন যোৱা নাছিল। ৰাধাই আগে-ভাগে ভিতৰ সোমাই বিছনাত থৰ লাগি বহি আছিলগৈ।

পাছদিনা ৰাধাই হে'ডমাষ্টৰৰ হতুৱাই মথুৰা বৰদলৈক ধৰি দুজন মাষ্টৰৰ কৈফিয়ৎ তলব কৰালে,---তেওঁলোকে কিয় ৰাধা আৰু অতুলৰ বিৰুদ্ধে অসত্য কথা প্ৰচাৰ কৰিব ?

বৰদলৈৰ দলটোৱে হে'ডমাষ্টৰৰ চিঠি ফালি পেলালে। হে'ড-মাষ্টৰে তেওঁলোকক ছাত্ৰপেও কৰি স্কুললৈ আহিবলৈ মানা কৰিলে; তেওঁলোক পুৱা ন বজাতে স্কুললৈ আহি আবেলি পাঁচ বজালৈকে কমন-ৰুমত বহি থাকিল।

হে'ডমাষ্টৰে এসপ্তাহলৈ স্কুল বন্ধ বুলি নটিছ দিলে; কিন্তু সেই সাতোদিন স্কুলৰ চৌহদ লʼৰা আৰু শিক্ষকেৰে ভৰি থাকিল। দেওবাৰৰ দিনাও।

হে'ডমাষ্টৰে এদিন কমনৰুমত তলা মৰাই দিয়াইছিল; মথুৰা বৰদলৈৰ দল সেইদিনা কমনৰুমৰ সমুখৰ বাৰান্দাত লেপেটা কাঢ়ি বহি থাকিল।

ভূমিধৰ উকীলকে ধৰি চহৰখনৰ ভালেমান কংগ্ৰেছী নেতা ঘনে-ঘনে স্কুললৈ আহি থাকিল। তেওঁলোকে শিক্ষকৰ দুয়োটা দল আৰু লʼৰা-হঁতক নানা ধৰণে বুজালে; কিন্তু কোনেও একো নুবুজিলে। এদলৰ মতে বৰদলৈৰ দলে ক্ষমা খুজিব লাগিব নাইবা স্কুল এৰিব লাগিব, ইদলৰ মতে ৰাধা আৰু হে'ডমাষ্টৰে স্কুলৰ চৌহদত সোমোৱা বন্ধ কৰিব লাগিব।'

সেই সাতদিনৰ ভিতৰতে এদিন স্কুল বিভাগৰ ডেপুটি ইন্সপেক্টৰ স্কুললৈ আহিল,---কি হৈছে খবৰ লবলৈ। তেওঁ হে'ডমাষ্টৰৰ কোঠালিত বহি কথা পাতি থাকোঁতেই কোনোবাই মৰা দলি দলি মাৰি ক্লাছ ফাইভৰ বি-ছেকছনৰ কোঠালিটোৰ খিৰিকিৰ আয়না দুখন খনৰ-খনৰকৈ ভাঙি গ'ল। তেতিয়া সেইটো কোঠালিত মথুৰা বৰদলৈৰ দলটোৱে ডেপুটি ইন্সপেক্টৰক হাতে-হাতে দিবলৈ দৰখাস্ত এখন লিখি আছিল। যাইকে মথুৰা বৰদলৈয়ে কৈ গৈছিল, ধৰণী নামৰ ডেকা মাষ্টৰ এজনৰ হাতৰ আখৰ ভাল,---তেওঁ লিখি গৈছিল।

মহানন্দই মাৰ খাওঁতে যাওঁ বাহু আৰু পলধনত দুখ পাইছিল। অন্নদাচৰণৰ চিনাকি ডাক্তৰ ভোলা দত্তই তেওঁৰ চিকিৎসা কৰিছিল আৰু কিছুদিন ঘূৰা-পকা বাদ দি ৰে'ষ্ট লবলৈ পৰামৰ্শ দিছিল।

এদিন মহানন্দই আৰামী চকী এখনত বহি ৰে'ষ্ট লৈ থাকোঁতে কাঠৰ দোকানৰ চকীদাৰটোৱে তেওঁক এখন চিঠি দিলেহি। চিঠিখন লক্ষেশ্বৰে লিখিছে। মহানন্দই সাদিনৰ ভিতৰতে লক্ষেশ্বৰহঁতে তেওঁক থাকিবলৈ দিয়া ঘৰটো খালী কৰি দিব লাগে। নিদিলে কথা বেয়া হ'ব।

মহানন্দই লগে-লগে পাৰ্বতীক চিঞৰিলে। কাগজ, কলম আৰু সৰু মেজখন তেওঁৰ ওচৰ চপাই দিব লাগে। তেওঁ উত্তৰ লিখিলে,—লক্ষেশ্বৰহঁত এতিয়া যিটো ঘৰত আছে, সেইটো সিহঁতে মহানন্দহঁতক থাকিবলৈ খালী কৰি দিলেই এইটো ঘৰ মহানন্দই খালী কৰি দিব।

তাৰ পাছত মহানন্দই ৰে'ষ্ট লোৱা বাদ দিলে।

কি চুবুৰিটো কি হৈ গ'ল বুলি,—ইয়াৰ পাছত বা কি হয় বুলি—মানুহবোৰে যেতিয়া অনবৰত এক আতংক, এক ধৰণৰ অশান্তি অনুভৱ কৰিবলৈ ধৰিলে, লক্ষেশ্বৰ, ৰাধা, যোগমায়া, গৌৰী, ৰাম, মহানন্দ, গোপাল দোকানী, মনোৰঞ্জন দাস, অন্নদাচৰণ,—এই মানুহবোৰ যেতিয়া তীব্ৰ উত্তেজনাত উন্মাদপ্ৰায় হৈ উঠিল, স্কুলৰ চৌহদটো যেতিয়া এখন ৰণথলী হওঁ হওঁ হ'ল, সেই সময়তে খবৰ আহিল,—হাইস্কুলৰ দহটামান কোঠালি আৰু মাজৰ ফ্লিল্ডখন মিলিটেৰিয়ে ব্যৱহাৰ কৰিব ;—যেতিয়ালৈকে অন্য হুকুম দিয়া নহয়, তেতিয়ালৈকে।

এটা দিন ৰাধা, জগত বাবু, কেশৱ দাস—সকলো স্তব্ধ হৈ ৰ'ল। পাছদিনা তেওঁলোকে ডেপুটি ইন্সপেক্টৰক লগ ধৰি সুধিলে,—এইটো কেনেকুৱা কথা? ল'ৰাবোৰৰ পঢ়া-শুনাৰ কি হ'ব?

ডেপুটি ইন্সপেক্টৰে ফাউন্টেইন পে'নটোৰ পৰা হঠাতে কিয় বেছিকৈ চিঞাহী ওলাবলৈ লৈছে সেইটো পৰীক্ষা কৰি-কৰি ক'লে, "এতিয়ানো কি পঢ়া-শুনাটো হৈছে? মিলিটেৰিয়ে ঘৰ বিচাৰি ফুৰিছে। আপোনালোকে সুবিধা উলিয়াই দিছে, তেওঁলোকে লৈছে। কথা সিমানেই।" কথাখিনি কৈ ডেপুটি ইন্সপেক্টৰে সমুখৰ আঁক-বাঁকেৰে ভৰি থকা কাগজখনত নিজৰ চহীটো কৰি চালে।

ৰাধাহঁতে এটা নতুন বন্দবস্ত কৰিলে। মাইনৰ স্কুলখনৰ তলৰ শ্ৰেণীকেইটা বন্ধ কৰি দিলে। ওপৰৰ শ্ৰেণীকেইটা ৰাতিপুৱা বহুৱালে। দুপৰীয়া সেইটো ঘৰতে হাইস্কুলৰ ওপৰ শ্ৰেণীকেইটা বহুৱালে। ল'ৰা-ছোৱালীহঁতৰ ইয়াতকৈ কম লোকচান কৰাৰ উপায় নাছিল। দুয়োখন স্কুলৰ তলৰ শ্ৰেণীৰ শিক্ষকসকলে ছুটী পালে। মথুৰা বৰদলৈকে ধৰি তেওঁৰ দলৰ কেইবাজনেও।

কেইদিনমানৰ পাছত এদিন মটৰ-ছাইকেলত উঠি পাহ-মেলা পাগুৰি মৰা মিলিটেৰি পুলিছ দুজন স্কুললৈ আহিল। তেওঁলোকে জগতবাবুক লগ ধৰি ক'লে,—ডেস্ক-বেঞ্চবোৰ অইন কোঠালিত ভৰাই সদ্যহতে আঠ-দহটা কোঠালি খালী কৰি দিব লাগে। এই কামৰ বাবে যি খৰচ পৰে, সেয়া তেওঁলোকে দিয়াব।

তাৰ পাছদিনাৰ পাছদিনা সেই দুজন মিলিটেৰি পুলিছৰ লগতে আৰু দুজন মিলিটেৰি-বিষয়া আহিল। তেওঁলোকৰ এজনে

মহানন্দক চিনি পায়। তেওঁ মহানন্দকে এই মাটি-ঘৰৰ মালিক বুলি জানে। স্কুলখনৰ কোঠালিবোৰ, ফিল্ডখন, চাৰিওফালৰ দেৱাল—এইবোৰ চোৱাৰ পাছত সেই বিষয়াজনে মহানন্দক ঘৰতে লগ ধৰি গ'ল।

কেইদিনমানৰ পাছত, সন্ধিয়া সময়ত, মিলিটেৰি পুলিছৰ মটৰ-ছাইকেলৰ পিছে-পিছে কেইখনমান দহচকীয়া গাড়ী গৰ্জন কৰি-কৰি স্কুলৰ সমুখলৈ আহিল। বগা ছালৰ সৈন্য কেইজনমানে গাড়ীৰ পৰা নামি চালে—গাড়ীবোৰ স্কুলৰ চৌহদৰ ভিতৰৰ পথাৰলৈ নিব পাৰি নে কি? নোৱাৰি। গাড়ীবোৰ ৰাস্তাৰ ম্ৰিমান পাৰে কাষলৈ থৈ তেওঁলোকে হাতে-হাতে টালি-টোপোলা লৈ স্কুল-চৌহদৰ ভিতৰ সোমাল।

তাৰ কেইদিনমানৰ পাছত ৰাধাইঁতে খবৰ পালে—চৰকাৰে অৰুণক ইয়াৰ জেলৰ পৰা যোৰহাটৰ জেললৈ লৈ গ'ল। মানুহবোৰে কোৱাকুই কৰিলে,—যোৰহাটলৈ নিলে যেতিয়া তাক চৰকাৰে সোনকালে এৰি নিদিয়ে। যোগমায়াই এইবাৰহে—ৰাধাইঁতে ওচৰত বহি গাত ধৰি বুজাব লগাকৈ কান্দিলে। মাকক বুজাই-বঢ়াই থৈ ৰাধাই অৰুণৰ কোঠালিত সোমাই ভিতৰৰ পৰা দুৱাৰখন বন্ধ কৰি ললে। তাৰ পাছত তাইৰ চকুৰ পৰা ধাৰাসাৰে পানী ওলাবলৈ ধৰিলে। তাই মুখেৰে শব্দ নকৰিলে।

তাৰ পাছৰ দিনবোৰত চুবুৰিটোৱে আৰু বেছি নবালবিকৈ ৰূপ সলাবলৈ ধৰিলে। স্কুলৰ আগৰ ৰাস্তাটোৰ পৰা মিলিটেৰি গাড়ী নাতবাই হ'ল। ৰাস্তাটোৰ কেইবাঠাইতো দ-দ গাঁত হ'ল। কেইদিনমানৰ ভিতৰতে ডাঙৰ-ডাঙৰ শিলৰ টুকুৰা আৰু শিলগুটিৰে সেইবোৰ পূৰ কৰা হ'ল। গোটেই ৰাস্তাটো মিলিটেৰিৰ দহচকীয়া গাড়ীৰ কাৰণে উপযোগী কৰা হ'ল। ৰাস্তা ভাল কৰা কামৰ ঠিকাটো মহানন্দই পাইছিল, কিন্তু তেওঁৰ হাতত উইমেনছ ভলাণ্টেৰি ছাৰ্ভিছৰ ঘৰটোৰ কামকে ধৰি কেই-বাটাও জৰুৰী কাম আছিল কাৰণে তেওঁ কামটো গোপাল দোকানীৰ হতুৱাই কৰালে। হাতত অইন কাম নাছিল কাৰণে মথুৰা বৰদলৈয়েও গোপালক সহায় কৰিলে।

সৈন্যবোৰ কৰবাৰ পৰা আহে, কৰবালৈ গুচি যায়। কিছুমান বগা, কিছুমান ক'লা। চুবুৰিটোৰ মানুহবোৰে বগাবোৰক আমেৰিকান আৰু ক'লাবোৰক নিগ্ৰো বুলি কয়। শস্তু-লতিফহঁতৰ ঘৰৰ ফালৰ সৰু-সৰু ল'ৰাবোৰে প্ৰথমতে চুচুক-চামাক, তাৰ পাছত সাহ কৰি স্কুলৰ চৌহদত সোমায়। স্কুলৰ পানী কলটোৰ ওচৰতে আৰু এটা পানীকল বহুউৱা হৈছে। তাৰ ওচৰতে এখন বেৰ দিয়া আহল-বহল চাদি হৈছে। তাতে চাৰিটামান ভাৰতীয় মানুহে বন্ধা-বঢ়া কৰে। গন্তাই-গন্তাই কনী সিজায়,

ডাওৰ-ডাওৰ ছুছপেনত মাংস সিজায়। মাংসৰ আঙাৰ বং আৰু চেহেৰা দেখি ৰান্ধনিহঁতে নিজেই হাঁহে। সিহঁতে নিজৰ কাৰণে পাছত বেলেগে ৰান্ধে। চুবুৰিটোৰ ল'ৰাবোৰ কেতিয়াবা সেই পাগঘৰটোৰ ওচৰলৈকে আহে। দুই-এক সৈন্যাই সিহঁতৰ লগত হাতৰ অংগী-ভংগীৰে কথা পাতে। কোনোবা এজোজনে সিহঁতক চকলেট খাবলৈ দিয়ে। মনোৰঞ্জন দাসৰ পুতেক অনাদি আৰু তাৰ লগৰীয়াকেইটাই শিকাই দিয়া মতে কোনো-কোনো ল'ৰাই প্ৰথমতে দুটা আঙুলিৰে সৈন্যবিলাকক "ভি" দেখুৱায়, তাৰ পাছত আঙুলি দুটা ওঁঠত লগাই হোঁপা মাৰি ছিগাৰেটৰ কথা বুজায় আৰু তাৰ পাছত হাত মেলি খোজে। মুখেৰে ছিগ্ৰেট-ছিগ্ৰেট বুলি কয়ো।

কেতিয়াবা সন্ধিয়াৰ পাছত চাৰি-পাঁচটা সৈন্যাই দল পাতি চুবুৰিটোৰ ৰাস্তাবোৰেদি খোজ কাঢ়ে। তেতিয়া সিহঁতৰ ভৰিৰ শব্দৰ বাহিৰে অইন একো শব্দ শুনা নাযায়। সকৰ পৰা ডাঙৰলৈকে চুবুৰিটোৰ সকলো মানুহে ভয় কৰে---কিজানি সৈন্যবোৰ ঘৰৰ ভিতৰলৈকে সোমাই আহে!

মিলিটেৰি পুলিছৰ মটৰ-ছাইকেলৰ শব্দ শুনিলেই সৈন্যকেইটাই ভৰি মিলাই, মাৰ্চ কৰাৰ নিচিনাকৈ খোজ কাঢ়ি লৰালৰিকৈ স্কুলৰ ফালে ওভতে।

তিৰোতা মানুহবিলাকে দিনৰ ভাগতো স্কুলৰ আগেদি অহা-যোৱা কৰিবলৈ এৰি দিলে। অগত্যা দৰকাৰ হ'লে তেওঁলোকে বেলৰ আলিৰ সিপাৰৰ বাটটোৰেদি অহা-যোৱা কৰে,---তাকো দিনে-পোহৰে।

স্কুলৰ চৌহদলৈ নিৰ্ভয়ে, গপগপকৈ সোমাই যাব পাৰে গোপাল দোকানীৰ ঘৰৰ মতা মানুহবোৰ। এই কেম্পটোৰ ৰান্ধনিঘৰৰ বাবে প্ৰয়ো-জনীয় সকলো বস্তুৰ যোগান ধৰাৰ ঠিকা লৈছে গোপালে। ৰান্ধনিঘৰ চলোৱাৰ দায়িত্বত থকা বিষয়াজন মাদ্ৰাজৰ ফালৰ। তেওঁৰ লগত গোপালৰ হলিগলি আৰম্ভ হ'বলৈ দুদিনমানহে লাগিল। তেওঁ হিন্দী ভাষাটো যেনেকৈ কয়, গোপালে ভাতকৈ ভালকৈ কয়। মানুহজন শব্দৰ অভাৱত বৈ গ'লে গোপালে শব্দটো দি তেওঁক চলাই দিয়ে।

ব্ৰেকফাষ্ট খাই এচাম সৈন্য ওলাই যোৱাৰ পাছত, ধোবাই ধোৱা চুৰিয়া, আস্তিনত কোঁচ দিয়া ধকধকীয়া পাঞ্জাবি পিন্ধি গোপাল মাদ্ৰাজী বিষয়াৰ ওচৰত বহেহি। জেপৰ পৰা সি ন'টবুক আৰু ফাউণ্টেইন পে'ন উলিয়াই লয়। ন'টবুকখন উলিয়াওঁতে ভুলতে তাৰ মনিবেগটোও ওলাই আহে। তাৰ পাছত সি লিখে---কাইলৈ কি-কি লাগিব। মুৰ্গী পঞ্চাছটা বুলি লিখা হ'ব, ত্ৰিছটা দিলেই হ'ব। কণী ডেৰ শ। এশ দিলেই হ'বনে? বিষয়াজনে কয়---হ'ব। পাছলি আচলতে কিমান লাগে? ওজন হিচাপে এমোন। কিমান লিখিম? ডেৰ মোন? বিষয়াজনে মূৰ দুপিয়ায়।

অলপ পাছতে গোপালে দোকানত বখা তিনিটা মানুহৰ ভিতৰৰ আটাইতকৈ পুৰণি, বিশ্বাসী মানুহটো আছে। সি গোপালৰ পৰা লিণ্টখন লয়, বান্ধনিকেইটাৰ লগত চমুকৈ কথা পাতে, খাকিলে সিজোৰা কণী এটা খায়, তাৰ পাছত লিণ্টখন নি গোপালৰ ডাঙৰ পুতেকক দিয়েগৈ।

কেম্পৰ পৰা ওলাই গোপাল দিনটো নানা কামত ঘূৰি ফুৰে। তাৰ আজৰিয়েই নাই। ৰাতিহে সি আকৌ মাদ্ৰাজী বিষয়াৰ ওচৰত বহেহি। দূৰত নতুনকৈ অহা সৈন্যবিলাকে গান গায়, কথা পাতে,---ইফালে আধৰী আৰু পাৰ্ছি পচোৱা সৰু কোঠালিটোত গোপালে মাদ্ৰাজী বিষয়াৰ লগত বিলাতী মদ খাবলৈ বহে।

কেইদিনমানৰ ভিতৰতে সেই মদৰ বটল মহানন্দৰ ঘৰ ওলালগৈ, গোপালৰ দোকানৰ পিছফালৰ সৰু কোঠালিটোৰ বস্তাৰ মাজত সোমালগৈ, আৰু তাৰ পৰা ওলোৱা একোটা ডাঙৰ বটলৰ দাম ত্ৰিছ টকালৈকে উঠিল। গোপালে কোন দিনা কেই বটল মদ ঘৰলৈ আনিছিল, তাৰ হিচাপত তাৰ ডাঙৰ পুতেকে খেলিমেলি লগাই দিলে। অনাদি আৰু হৰিশংকৰৰ ভায়েকৰ পুতেক কিশোৰৰ লগত সি একোটা সৰু বটল লৈ আন্ধাৰ হোৱাৰ পাছত ৰেলৰ আলিৰ পাৰত বহা কৰিলে পাছলৈ সেই পথ পোহা মানুহঘৰৰ ল'ৰা এটাও সিহঁতৰ লগ লাগিল।

অতুলে আধাসজাকৈ এৰা ঘৰটোত ৰাধাই স্কুলৰ সৰু কেৰাণীজনক থাকিবলৈ দিছিল। তেওঁ আঠমাইলমান দূৰৰ পৰা ছাইকেল মাৰি আহে। ৰাধাই কোৱাৰ লগে-লগে তেওঁ ঘৰলৈ থাকিব পৰা কৰি ললে, আৰু অকণমান ঠাই উলিয়াই তাতে তিয়হ, ভেণ্ডি আৰু লেচেৰামাহৰ গুটি পচালে।

চুবুৰিটোত মাটি পোৱা শিক্ষককেইজনে অকণ জেললৈ যোৱাৰ কাৰণে স্কুল-ফাণ্ডৰ পৰা ঘৰ সজাৰ টকা নাপালে, গতিকে নিজৰ পইচাৰেই তেওঁলোকে নিজৰ-নিজৰ মাটি বেৰা দিয়াৰ কামটো শেষ কৰি সদ্যহতে নাৰিকল, তামোল, আম, কঁঠাল আদিৰ পুলি ৰোৱাৰ কথা ভাবিলে। কিন্তু তেওঁলোকে দিয়া বেৰাবোৰ কোনোবাই ৰাতি-ৰাতি ভাঙি পেলালে। নুৰুল মাষ্টৰে মালভোগ আৰু কাচকলৰ পুলি ৰুইছিলেই, পিছে এদিন সেইবোৰৰ এটা শিৱমন্দিৰৰ ওচৰত, এটা জগমোহনৰ পদুলিমুখত, এটা উদয়ৰ ছাইকেলৰ দোকানৰ আগত,---এনেকৈ চুবুৰিটোৰ বিভিন্ন ঠাইত পোৱা গ'ল।

যোগমায়া হাইস্কুলৰ গেটৰ পৰা এদিন বগা ছাগলৰ সৈন্য এজনে পাট্টী এখন সুমুৱাবলৈ চেষ্টা কৰোঁতে সেইখনে এটা পিলাৰত খুন্দা মাৰিলে।

পিলাৰটোৰে বহলকৈ ফাঁট মেলিলে। সেইটো অলপ বেঁকা হৈ গ'ল, আৰু ওপৰৰ প্ৰকাণ্ড ছাইনবৰ্ডখনৰ এটা মূৰ এৰাই গ'ল। সৈন্যজনে গাড়ীখন সুমুৱাবলৈ দ্বিতীয়বাৰ চেষ্টা নকৰিলে। মুখৰ ভিতৰতে কিবাকিবি ভোৰভোৰাই তেওঁ গাড়ীখন ৰাস্তাৰ কাষত থৈ দিলেগৈ।

অলপ পাছতে মহানন্দক লগত লৈ মিলিটেৰি পুলিছ এজন সেইখিনিলৈ আহিল।

"আমাৰ কাৰণে আপোনালোকৰ এয়া ক্ষতি হ'ল। আমি দুখ পাইছোঁ। আমি সকলো ঠিক কৰাই দিম।" ---মিলিটেৰি পুলিছজনে ক'লে।

মহানন্দই চকু দুটা সৰু-সৰু কৰি, তলৰ ওঁঠখন বিদৰাই, ছাইনবৰ্ড-খনৰ ফালে চাই কথা শুনি আছিল। মিলিটেৰি পুলিছজনে কথা শেষ কৰাৰ পাছত তেওঁ সামান্য হাঁহাৰ নিচিনা কৰি ক'লে,---"ফৰগে'ট ইট।"

কিন্তু পিলাৰটোত ফাট মেলাৰ ফলত ছাইনবৰ্ডখনৰে সৈতে গে'টখন বৰ বিপদজনক হৈ উঠিল। কেতিয়া সেইখন কাৰ মূৰত পৰে ঠিক নাই। গতিকে মহানন্দই মানুহ লগাই সেইখন নমোৱালে, আৰু সৈন্য-বোৰৰ যাতে কোনো অসুবিধা নহয়, তালৈ চকু ৰাখি আওহতীয়াকৈ পেলাই থোৱালে। তেওঁ মন কৰিলে,---টনা-আঁজোৰা কৰি, মৰিয়াই-মৰিয়াই খুলি নমাই অনাৰ কাৰণে ছাইনবৰ্ডখনৰ কাষবিলাক নষ্ট হৈ গ'ল, কিন্তু মাজত খিখিনি টিন ভালে থাকিল, তাতে উইমেনছ ভলাণ্টেৰি ছাৰ্ভিছৰ ছাইনবৰ্ডখন লিখাব পৰা যাব। সেইটো কামো মহানন্দই পোৱা ঠিকাৰ কামৰ ভিতৰতে আছে।

পাছদিনা ৰাতিপুৱা মহানন্দই ঠিকা কামৰ মহৰীটোক ক'লে,---ছাইনবৰ্ডখন চিত্ৰলেখা নামৰ ছাইনবৰ্ড লিখা দোকানখনত থৈ দিবগৈ লাগে। পাছত কি কৰিব লাগে মহানন্দই ক'ব।

"কিয় ?"---সিটো কোঠালিৰ পৰা এইটো কোঠালিলৈ সোমাই আহি ৰামে সুধিলে।

মহানন্দই একো নামাতিলে।

দুৱাৰমুখত থিয় হৈ থকা মহৰীটোক ৰামে ধমকি মাৰি ক'লে, "খবৰ-দাৰ, সেইখন ছাইনবৰ্ডত হাত নলগাবা।"

অকণমান সময় ৰামৰ মুখলৈ চাই থাকি মহানন্দই পাৰ্বতীক চিঞৰ মাৰি মাতিলে, "শুনিছা ? ক'ত আছা ?"

পাৰ্বতী উধাতু খাই সোমাই আহিল।

"ইয়াৰ কি হৈছে হে' ? মইতো তাক দেখা নাপাওঁৱেই, সেই কাৰণে সুধিছোঁ,---তুমি কিবা জানা নকি ?"

পাৰ্বতীৰ উত্তৰলৈ নৰৈ মহানন্দই ক'লে, "যিয়েই নহওক, তাক কৈ দিয়া, মোৰ লগত তেৰিবেৰি কৰিলে তাক মই গুলীয়াই দিম।"

ৰামে আচম্বিতে, অস্বাভাৱিক ধৰণে চিঞৰি ক'লে, "মাৰক।" তাৰ পাছত সি দেউতাকৰ ফালে কোবেৰে আগুৱাই আহিল। বাটত পৰা চকী এখন সি দলি মাৰি পঠিয়ালে আৰু টিপয় এখন গোৰ মাৰি আঁতৰাই দিলে। দেউতাকৰ পৰা দুহাতমান আঁতৰত থিয় হৈ সি চিঞৰিলে, "মাৰক।"

মহানন্দই হতভম্ব হৈ তীক্ষ্ণ দৃষ্টিৰে পুতেকৰ চকুলৈ চাই ৰ'ল। ৰামৰ চকুযোৰো যেন খঙত জ্বলি উঠিল। সি বুকুখন ফিন্দাই আকৌ চিঞৰিলে, "মাৰক।"

মহানন্দ লাহেকৈ বহাৰ পৰা উঠিল; এক মুহূর্ত ৰামৰ চকুলৈ চালে; তাৰ পাছত গাৰ জোৰেৰে তাৰ বাওঁ গালত এটা প্ৰচণ্ড চৰ মাৰিলে। ৰাম পৰি যাব খুজিছিল; মহানন্দই তাৰ চুলিকোছাত ধৰি তাক নপৰাকৈ ৰাখিলে, পোন কৰি থিয় কৰালে, আৰু তাৰ পাছত আৰু এটা চৰ মাৰিলে। এই চৰটোৰ প্ৰথম জোৰটো পাৰ্বতীৰ হাতত পৰিল। তাই দৌৰি আহি বাপেক-পুতেকৰ মাজত সোমাই—"কি হৈছে আপোনাৰ? চাওঁ। বলিয়া হৈছে নে কি?" —ইত্যাদি বুলি চিঞৰিছিল। মহানন্দই পাৰ্বতীক ঠেলা মাৰি আঁতৰাই দি ৰামক আৰু এটা কাণতলীয়া চৰ মাৰিলে আৰু চুলিকোছাত জোঁকাৰ এটা মাৰি দূৰলৈ ঠেলি দিলে।

পাৰ্বতী দুৱাৰৰ ফালে ছিটিকি পৰিছিল। দুৱাৰমুখমত্ত থিয় হৈ থকা মহৰীটোৱে পাৰ্বতীৰ গাটো তাৰ গাত লাগে বুলি জাঁপ মাৰি পিছ হুঁহকি গ'ল; কিন্তু মানুহজনী পকা মজিয়াত পৰি যায় বুলি সি তাইক ধৰিবৰ খোজাৰ নিচিনাকৈ হাত দুখন মেলি দিলে।

বাপেকে চুলিকোছা এৰি দিয়াৰ লগে-লগে ৰামে দাঁত-মুখ কৰচি এক-মুহূর্ত কি কৰোঁ—কি নকৰোঁ কৰিলে; তাৰ পাছত জোকাৰ কুছন এটা ছিলিঙৰ ফালে দলিয়াই দিলে; ওচৰৰে সৰু মেজ এখনৰ ওপৰত থকা এটা আৰু মাৰ্বলৰ মেকুৰী এটা সজাই থোৱা আছিল;—গোৰ মাৰি সি বস্তু দুটা মেজখনেৰে সৈতে ওফৰাই দিলে। তাৰ পাছত সি হাতেৰে চুকি পোৱাতে কি আছে বিচাৰি ইফালে-সিফালে চালে। পাৰ্বতীয়ে এইবাৰ তাক ধৰিবলৈ দৌৰি গ'ল আৰু যাওঁতে চিঞৰি-চিঞৰি বাকী দুটা পুতেকক মাতিলে।

মহানন্দই মৈণীয়েকক হুকুম দিলে, "নধৰিবা তাক। কি কৰে কৰিবলৈ দিয়াচোন। মই চাই লওঁ তাৰ কিমান ভাগজ।"

মহানন্দইঁতৰ বাকী দুটা পুতেকৰ সৰুটো—পূর্ণই কাঠৰ দোকানৰ চকীদাৰক অফিচৰ কমটোৰ চাবিটোৰ দিবলৈ গৈছিল। সেইটো কাম

সি সদায় বাত্তিপুৰা কৰিব লাগে। মাজুটো—বীকৰে গা ধুই আছিল। কঁকালত তিতা গামোছা, তিতা গাৰেই সি দৌৰি আহিল। কি হৈছে কি হৈছে বুলি সি সকলোৰে মুখলৈ চালে; কিন্তু তাৰ প্ৰশ্নৰ উত্তৰত কোনেও একো নক'লে।

মাকৰ হাতৰ পৰা নিজৰ গাটো মোকলাবলৈ চেষ্টা কৰি-কৰি ৰামে ফোঁপাই-ফোঁপাই চিঞৰিলে, "চৰিয়াই-ঘূচিয়াই মোৰ মুখ বন্ধ কৰিব পাৰিম বুলি ভাবিছে নে কি? যোগমায়া আইতাৰ নামৰ ছাইনবৰ্ড য'ত আছিল তাত আগৰ নিচিনাকৈ থাকিব লাগিব। স্কুলত থাকিব লাগিব, এই ঘৰৰ গে'টত থাকিব লাগিব।"

পাৰ্বতীয়ে—"ব'লচোন তই; ব'ল" বুলি গাৰ জোৰেৰে ৰামক ভিতৰৰ দুৱাৰখনৰ ফালে ঠেলিলে।

মহানন্দই চিঞৰিলে, "নিনিবাচোন তুমি তাক আঁতৰাই।"

পাৰ্বতীৰ মাতটো কান্দো-কান্দো হৈ গ'ল। ৰামৰ গাত যে ইমান বল হৈছিল সেইটো কথা আজি তাই জীৱনত প্ৰথম গম পালে। তাই আতুৰ মাতেৰে ক'লে, "নাপায় নহয় দেউতাৰক তেনেকৈ ক'ব!"

"এতিয়া আৰু কিহৰ পায়-নাপায়ডাল আছে?" ৰামৰ মাতৰ জোৰ আৰু বাঢ়িল। তাৰ চকু দুটা আৰু বেছি উজ্জ্বল হৈ উঠিল। মাকৰ চকুলৈ চাই সি সুধিলে, "যেতিয়া বাতিৰ সাজ খাবলৈ পইচা বিচাৰি,--মাৰোৱাৰীৰ গোলাত বহি আছিলোগৈ, তেতিয়া এনেকুৱা কথা কৈছিলো? একে-একে-একেটা চোলাকে যেতিয়া সিয়ে-ময়ে দুয়োটাই পিন্ধিছিলো, তেতিয়া কৈছিলো?" ৰামে আঙুলিৰে ভায়েকক দেখুৱালে। খঙত তাৰ কথাবোৰ ডিঙিত লাগি-লাগি ধৰিছিল।

"কাৰ ভৰহত মাৰোৱাৰীৰ গোমোস্তাটোৱে আজি শ-শ টকাৰ ওপৰত বহি বিলাতী মদ খাবলৈ পাইছে?" —ৰামে আঙুলিৰে বাপেকক দেখুৱালে, আৰু মাকক সুধিলে, "লাজ নালাগে?"

পাৰ্বতীয়ে এইবাৰ খঙেৰে চিঞৰিলে, "মনে-মনে থাক।"

"মানুহ এনেকুৱা বেইমান, নিমকহাৰাম হ'ব লাগে? মই কৈ দিছোঁ, আজিয়েই যোগমায়া আইতাৰ নামৰ ছাইনবৰ্ড— "

ৰামে কথা শেষ কৰিবলৈ নাপালে। পাৰ্বতী আৰু বীকক দুয়ো-ফালে ছিটিকাই দি মহানন্দই ৰামৰ ওচৰ চাপি তাক ওপৰাউপৰিকৈ তিনি-চাৰিটা ঘোচা মাৰিলে। পাৰ্বতী আৰু বীকৰ চিঞৰ কান্দোনৰ নিচিনা শুনা গ'ল। বীকৰে ৰামক জোৰকৈ টানি বাহিৰৰ দুৱাৰখনৰ ফালে লৈ আহিল। সেইখিনিতে মহৰীটোৱেও ৰামক ধৰিলে। তাক খেদি অহা মহানন্দৰ ভৰি দুখনত পাৰ্বতীয়ে আঁঠুকাঢ়ি সাবটি ধৰিলে।

গোটেইই গাব ভৰটো তাই মহানন্দৰ ভৰি দুখনৰ ওপৰত পেলাই দিবলৈ চেষ্টা কৰিলে। মহানন্দই ক'লে, "চাওঁ মোক এৰি দিয়া। তাৰ তেজত কোনজনী বুঢ়ীমাকৰ কিমান নিমখ আছে—চেপি-চোপি উলিয়াই দিওঁ।"

ৰামক বীৰু আৰু মহৰীটোৱে টানি-টানি চোতাল পোৱালেগৈ। ৰামৰ নাকেদি তেজ ওলাইছিল। নাকটো হাতেৰে মচি দিওঁতে তাৰ সোঁহাত-খনত তেজ লাগি আহিছিল। ভায়েকে তাক ঘৰটোৰ মুখৰ ফালেদি পিছফাললৈ নিবলৈ চেষ্টা কৰিলে; কিন্তু নোৱাৰিলে। ভায়েকৰ করুণ মুখখনলৈ চাই সি ক'লে, "ঘনশ্যাম চৌধুৰী পাপী আছিল, কিন্তু নিমখ-হাৰাম নাছিল। যদি নিমখহাৰাম বাপেকৰ নিমখহাৰাম পুতেক হ'ব নোখোজ, তেনেহ'লে সাৱধানে চলিবি। মই আজিয়েই কৈ থলো। বহুত সহ্য কৰি থকাৰ পাছতহে এইবোৰ কথা মোৰ মুখেদি ওলাই আহিছে। মনত ৰাখিবি।"

তাৰ পাছত সি এছাৰ মাৰি ভায়েকৰ হাতৰ পৰা নিজৰ হাতখন এৰুৱাই, ছিৰি নথকা ঠাই এডোখৰেদি জাঁপ মাৰি বাৰান্দাত উঠিল, তাৰ নিজৰ কোঠালিত সোমাল, আৰু অলপ পাছতে কাপোৰ-চাপোৰ কিবাকিবি এসোপা হাতত লৈ ওলাই আহিল। তাৰ পাছত সি গে'টৰ ফালে গ'ল। গে'টৰ ওচৰৰ পৰা উভতি সি মহৰীটোক ক'লে, "ভালে-ভালে স্কুলৰ ছাইন-ব'ৰ্ডখন আগৰ নিচিনাকৈ তুলি দিবা। কাৰ হুকুম মানি চলিলে লাভ হয়, সেইবোৰ বুজি-শুনি কাম কৰিবা।"

তাৰ পাছত সি আৰু কালৈকো নাচালে। হাতত থকা কাপোৰখিনিৰ কিবা এখনৰ এটা চুকেৰে নাকটো এবাৰ মচি লৈ সি গে'টেদি ওলাই গুচি গ'ল।

তাৰ পাছত কিছুদিনলৈ কোনেও গম নাপালে—ৰাম কলৈ গ'ল, ক'ত আছে। পাৰ্বতীয়ে যাকে লগ পায় তাকে ৰামৰ খবৰ সুধিলে; কাৰোবাৰ-কাৰোবাৰ আগত কান্দিলেও, কিন্তু কোনেও তাইক একো খবৰ দিব নোৱাৰিলে। পাৰ্বতীয়ে মন কৰিলে,—ৰাম নাইকিয়া হোৱাৰ কথাটো সকলোৱে জানে; সেইদিনা ঘৰখনত কি ঘটিছিল, সেইবোৰো সকলোৱে জানে; তাই কাকো নতুনকৈ একো ক'বলগীয়া নহ'ল।

আচলতে সেইদিনাই সকলোৱে জানিছিল—বাপেক-পুতেকৰ কাজিয়া লাগিছিল; বাপেকে পুতেকক মৰিয়াই জখম কৰি দিছিল; পুতেকে বাপেকক আৰু বাপেকৰ বাপেকক পাপী বুলি কৈছিল। কোনোবাই-কোনোবাই জানিলে—পুতেকেও বাপেকক চকী এখনেৰে কোবাই দিছিল।

ব্যৱসায়ৰ বন্ধু এজনে মহানন্দক এখন ছেকেণ্ড হেণ্ড ছেভ্ৰলেট গাড়ীৰ বন্দবস্ত কৰি দিব বুলি কৈ আছিল। ৰামৰ লগত ঘটনাটো ঘটাৰ দিনাই আবেলি পৰত মানুহজনে গাড়ীখন আনি মহানন্দইঁতৰ পদুলিত থিয় কৰালেহি। আহল-বহল, মজবুত গাড়ী। গাড়ীখন বেছিভাগ দিন ষ্টিমাৰ কোম্পানীৰ চাহাব এজনে নিজে চলাইছিল; যোৱা তিনি বছৰমানহে চাহ-বাগিচাৰ মেনেজাৰ এজনে ড্ৰাইভাৰৰ হাতত এৰি দিছিল। পিছে সেই ড্ৰাইভাৰজনেও গাড়ীখনক ষ্টিমাৰ কোম্পানীৰ চাহাবজনতকৈও বেছি মৰম কৰিছিল। গতিকে বয়স হৈছে যদিও গাড়ীখন নতুনে আছে।

মহানন্দই বন্ধুজনক ভিতৰলৈ নামাতিলে। তেওঁ নিজে গাড়ীখনত উঠি বহি ললে আৰু বন্ধুজনকো বহিবলৈ ক'লে। তাৰ পাছত তেওঁ ড্ৰাইভাৰক ক'লে, "চলোৱা।" বন্ধুজনৰ ফালে চাই তেওঁ হাঁহি এটা মাৰি ক'লে, "ট্ৰায়েল লোৱা যাওক; কি কোৱা?"

চহৰৰ মাজত ভালেমান সময় ঘূৰি-পকি ফুৰাৰ পাছত এসময়ত ড্ৰাইভাৰজনে ক'লে,---পেট্ৰল লব লাগিব।

এটা পেট্ৰল পাম্পত গাড়ীখন সুমুৱাই ড্ৰাইভাৰজনে চাৰি গেলন পেট্ৰল ললে। পেট্ৰল-পাম্পৰ মানুহটোৱে হেণ্ডেলডাল মাৰি আছে, আয়নাৰ বাচনটোলৈ হলক-হলককৈ পেট্ৰল উঠিছে;---মহানন্দই সেই দৃশ্যটোলৈ চাই থাকি বন্ধুজনক ক'লে, "গাড়ী পছন্দ হৈছে। কেতিয়া দিবা? আজিয়েই থৈ যাবা নে কি?"

বন্ধুজনে ক'লে,---পাছদিনা তেওঁ মালিকৰ ভায়েকজনক লৈ আহিব; লেন-দেন ছাফা কৰা হ'ব, তাৰ পাছত গাড়ী মহানন্দৰ হ'ব। ইচ্ছা কৰিলে মহানন্দই এইজন ড্ৰাইভাৰকে ৰাখিব পাৰে।

সেইমতেই কাম হ'ল।

তাৰ পাছৰ কেইদিন মহানন্দই গাড়ীত উঠি ঠিকাৰ কাম চাই ফুৰিলে; কাম নাথাকিলেও এনেয়ে ঘূৰি ফুৰিলে। বটল এটাত মদ আৰু পানী জোখ-মতে মিহলাই তেওঁ গাড়ীতে থৈ দিলে, আৰু মাজে-মাজে গাড়ীতে বহি খালে।

এদিন আবেলি তেওঁ পাৰ্বতীক ক'লে, "ব'লা, গাড়ীত উঠি এপাক ফুৰি আহিবা। তুমি গাড়ীখনত উঠাই নাই নহয়!"

পাৰ্বতীয়ে চাদৰেৰে মুখ ঢাকি কান্দিলে।

অলপ সময় পাৰ্বতীৰ লৰি থকা পিঠিখনলৈ চাই মহানন্দই ক'লে,---এনেকুৱা সময়তে কেইদিনমানৰ কাৰণে ঘৈণীয়েকক পঠিয়াই দিবলৈ মানুহৰ শহুৰেক-শাহুৱেকৰ ঘৰ এখন থাকিব লাগে। মহানন্দ দুৰ্ভগীয়া কাৰণে তেওঁৰ তেনেকুৱা ঘৰ এখন নাই।

তাৰ পাছত তেওঁ উইমেনছ ভলাণ্টেৰি ছাৰ্ভিছৰ ঘৰটোৰ কাম চাবলৈ ওলাই গৈছিল।

# ড্ৰৌনেছ

চুবুৰিটোৰ বতৰটো কিবা গোমা-গোমা হৈ পৰিছিল। মানুহবিলাকে ভুন-ভুনকৈ কথা পাতিবলৈ লৈছিল, আৰু যিবোৰ কথা কৈছিল, সেইবোৰ অইনক ক'বলৈ মানা কৰিছিল; কাৰণ কথাবোৰ বৰ ৰহস্যজনক আছিল আৰু তেওঁলোকে সেইবোৰ শুনিছিলহে। এটা কথা কৈ অৱশ্যে তেওঁ-লোকে সকলোৰে জনাকৈ দুখ কৰিছিল: কৰবাত পানীয়ে-দুনীয়ে জাঁপ মাৰি ৰাম মৰি থাকিব পাৰে।

তেনেকুৱা বেয়া ঘটনাৰ কথা ভাবিব নালাগে বুলি জানিছিল একমাত্ৰ গৌৰীয়ে। বিপদে-আপদে সহায় কৰিবলৈ ৰাম আৰু গৌৰীয়ে একে-লগে পঢ়া ৰেণু নামৰ ছোৱালী এজনীক সিহঁতৰ মাজত থকা সম্বন্ধৰ ক'ব পৰা খিনি কৈ থৈছিল। সেই ৰেণুৰ হাতত ৰামে গৌৰীলৈ চিঠি এখন দি গৈছিল। সি লিখিছিল,---সি কামৰ লাইন এটা ঠিক কৰিব। এনেকৈ আৰু চলিব নোৱাৰি। সি কিছুদিনলৈ দেউতাকৰ মুখ চাব নোখোজে। গৌৰীয়ে যেন চিন্তা নকৰে। তাইক লগ নোপোৱাৰ কাৰণে তাৰ বৰ কষ্ট হ'ব, তথাপি---। যিমান পাৰে সোনকালে সি গৌৰীক পুলিছ চাহাবৰ আধাসজা ঘৰত লগ ধৰিব। কেতিয়া---সেই কথাটো সি যি কোনো উপায়েৰে গৌৰীক জনাব।

ঘৰখনৰ ইমান বিপদৰ সময়তে যিদিনা অতুলো নাইকিয়া হৈছিল, তাৰ পাছৰ পৰা গৌৰীয়ে সদায় ৰাধাক বুজাইছিল---অতুল হ্বাৰে নিশ্চয় বহুত কথা ভাবি-চিন্তি, ৰাধাৰ ভালৰ কাৰণেহে তেনেকৈ আঁতৰি গৈছে। ৰাধাই চিন্তা কৰিব নালাগে। তেনেকৈ মুখেৰে বুজাইছিল যদিও ৰাধাৰ কাৰণে মনে-মনে তাইৰ বেয়া লাগিছিল। দুদিনমান ৰামৰ লগত যোগা-যোগ নহ'লেই তাইৰ কেনেকুৱা লাগিছিল সেইটো কথাৰ লগত তুলনা কৰি তাই দুখ পাইছিল। সেই কাৰণে যিমান পাৰে হাঁহি-ধেমালি কৰি তাই ৰাধাৰ মনটো ভাল লগাই ৰাখিবলৈ চেষ্টা কৰিছিল। বাই-ভনীৰ সম্বন্ধ পাহৰি তাই ৰাধাৰ লগত সমনীয়াৰ নিচিনাকৈ কথা পাতিছিল, মাজে-মাজে অতুলৰ কথা অতুল হ্বাৰ বুলি নকৈ তুলতে অতুল ভিনদেউ বুলি কোৱাৰ ভাও ধৰিছিল।

কিন্তু এতিয়া তাইৰ কপালতোনো একেই ঘটনা ঘটিব লাগে নে?

দুদিনমান তাই যিমান পাৰে নিজকে লুকুৱাই সহজ হ'বলৈ চেষ্টা কৰি থাকিল; কিন্তু পাছলৈ তাইৰ মুখৰ মাত কমি আহিল। এবাৰ

তাই ভাবিলে—বাধাক সকলো কথা কৈ মনটো পাতল কৰি লব নে কি? কি কৰিলে ভাল হ'ব সেইবোৰ পৰামৰ্শ কৰিব নে কি? কিন্তু তাইৰ ভয় লাগিল। সেইবোৰ কথা এইখন ঘৰৰ মানুহে জানিব? তাই শিয়ৰি উঠিল।

সময় যোৱাৰ লগে-লগে গৌৰী অস্থিৰ হৈ উঠিল। সিহঁতৰ ঘৰলৈ অহা কাৰোবাৰ-কাৰোবাৰ মুখত তাই শুনিলে—ৰামৰ কাৰণে পাৰ্বতীয়ে কন্দা-কটা কৰি থাকে। তাইৰ পাৰ্বতীক কৈ আহিবলৈ মন গ'ল,—চিন্তা কৰিব নালাগে। ধৈৰ্য ধৰিব লাগে। তায়েই যেতিয়া ধৈৰ্য ধৰিব পাৰিছে, পাৰ্বতীয়ে নোৱাৰিব কিয়? —কিন্তু পাৰ্বতীক সেইকণ সহায় কৰাৰ গৌৰীৰ উপায় নাছিল। তাই ভিতৰি-ভিতৰি গুজৰি-গুমৰি থাকিবলৈ ধৰিলে। কিছুদিনৰ পৰা ঘৰৰ মানুহবোৰৰ ওপৰতে তাইৰ খং উঠি থকা হৈছিল। এতিয়া এটা-এটাকৈ ঘটনাবোৰ তাইৰ মনলৈ আহি থাকিল, আৰু তাইৰ খংটো বাঢ়ি যাবলৈ ধৰিলে। এই মানুহবোৰে অনবৰত মহানন্দৰ ওপৰত গৰ্জি থাকে; কিন্তু এই ঘটনাবোৰৰ কাৰণে অকল সেই মানুহটোহে দায়ী নে?

এদিন ৰাতি ভাত-পানী খাই উঠাৰ পাছত ৰাধাহঁত ৰাধাহঁতৰ ফালে গ'ল, লক্ষেশ্বৰহঁত নিজৰ ফালে আহিল; আৰু দুৱাৰ-ঘৰ মৰাৰ পাছতো নবীন আৰু তিলকৰ কোঠালিত বহি তৰাই এনেয়ে সিহঁত দুটাৰ লগত কথা পাতিবলৈ ললে। অলপ পাছতে সিহঁতৰ মাজত আকৌ সেই ৰাম-হঁতৰ কথাই ওলাল। অকণমান সময় আটাইকেইটাই কিবাকিবি কোৱাৰ পাছত তৰাই ক'লে,—ভালেই হৈছে; মহানন্দহঁতে শিক্ষা পাব লাগে। সিহঁতৰ ঠিক এনেকুৱাই হ'ব লাগে। পৃথিৱীৰ পৰা ধৰ্ম বোলা বস্তুটো নোহোৱা হৈ যোৱা নাই নহয়! ইমানবোৰ পাপৰ ফল সিহঁতে ভুগিবই লাগিব।

গৌৰীয়ে ওচৰৰে নিজৰ কোঠালিটোত শোৱাৰ আগতে চুলিখিনিৰ কিবা কৰিবলৈ লৈছিল; তাই ফোঁ-ফোঁৱাই এইটো কোঠালিলৈ সোমাই আহিল। দুৱাৰমুখৰ পৰাই তাই কথা আৰম্ভ কৰিলে, "কোনে পাপ কৰিলে?"

তাইৰ কথাৰ সুৰ আৰু চকু-মুখৰ চেহেৰা দেখি তৰা, নবীন, তিলক—তিনিওটাই থতমত খালে। মাকৰ মুখলৈ চাই গৌৰীয়ে আকৌ সুধিলে, "হুঁ? কোনে পাপ কৰিলে?"

মাকে সৰু মাতেৰে ক'লে, "এই ইহঁতৰ,—ৰামহঁতৰ ঘৰৰ কথা কৈছোঁ।"

"সিহঁতে কি পাপ কৰিলে?" গৌৰীয়ে আৰু টান মাতেৰে সুধিলে।

নবীনে সকলোৰে মুখলৈ এবাৰ চাই লৈ গৌৰীক সুধিলে, "ভইনো আকৌ কি কথাটো সুধিছ? বুজা নাই আমি কিহৰ কথা পাতিছোঁ?"

"বুজিছোঁ কাৰণেইতো সুধিছোঁ। কোনে পাপ কৰিলে? কি পাপ কৰিলে?"

তিলকে এনেয়ে কম কথা কয়। তাৰ স্বভাৱটো কিবা গোমোৰা ধৰণৰ। ৰামহঁতৰ ঘৰখনৰ প্ৰতি গৌৰীৰ যে কিবা বেলেগ ধৰণৰ ভাৱ এটা আছে, সেই কথাটো কেনেবাকৈ তাৰ মনত সোমাই গৈছে। সেই কাৰণে গৌৰীৰ ওপৰত তাৰ অলপ খঙো আছে; কিন্তু সক কাৰণে সি কেতিয়াও কাকো একো কোৱা নাই। এতিয়া গৌৰীৰ প্ৰশ্ন দুটা শুনি সি ক'লে, "এই আকৌ নজনাৰ ভাও ধৰে। বীকৰ দেউতাকৰ কথা কৈছে।"

"বুজিছোঁ। সেই কাৰণে সুধিছোঁ,—কচোন, বীকৰ বাপেকে কি পাপ কৰিলে?" গৌৰীৰ জেদ বাঢ়ি গৈ থাকিল।

"তইনো আজি আকৌ কি নতুন কথাটো সুধিবলৈ আহিছ?" মাকে আচৰিত হৈ সুধিলে।

"নতুন কথা সোধা নাই। পুৰণি কথাকে সুধিছোঁ। তহঁতে খালী তহঁতৰ কালৰ পৰা কথাবোৰ চাই অইনে পাপ কৰিছে বুলি ক'লেই নহ'ব নহয়। আমি নিজে পাপ কৰিছোঁনে নাই সেইটোওতো চাব লাগিব।" গৌৰীয়ে বেণীডাল খুলি খুলি ক'লে।

"আমি কি পাপ কৰিছোঁ?" নবীনে সুধিলে।

"আমি মানে তই-মই পাপ কৰাৰ কথা কোৱা নাই। যেতিয়া কোনোবাই পাপ কৰিলে, তেতিয়া তোৰ জন্মই হোৱা নাছিল। সেই কাৰণে কোনে-কোনে পাপ কৰিলে তই ঠিককৈ নাজানও, আৰু সেই কাৰণে অমুকৰ বাপেকে পাপ কৰিলে বুলি তই নকৰিও।"

"তই ঠিককৈ জান হ'বলা?"

"সেইবোৰ কথা ঠিককৈ নাজানিব পাৰোঁ, কিন্তু এখন তাল যে কেতিয়াও নাবাজে, সেইটো ঠিককৈ জানোঁ।" —গৌৰীয়ে চুলিকোছা আগলৈ আনি আঙুলিৰে আঁচোৰাৰ নিচিনা কৰিলে।

"তাৰ মানে?" নবীনে অলপ খঙেৰে সুধিলে।

"তাৰ মানে—আমাৰ পেহী হয় কাৰণে যোগপেহীৰ কথা আমি বেয়াকৈ কেতিয়াও নকওঁ। দেউতা হয় কাৰণে দেউতাৰ কথা বেয়াকৈ নকওঁ। কিন্তু দেউতাহঁতে, যোগপেহীয়ে বেয়া কাম কৰা নাই বুলি আমি জোৰ দি ক'ব পাৰোঁ নে কি? আমি ক'লেও অইন মানুহে মানিব নে কি?"

তৰাই অবাক হৈ গৌৰীৰ মুখলৈ চাই ৰ'ল; তাৰ পাছত সুধিলে, "দেউতাহঁতে কি বেয়া কাম কৰিলে?"

"এতিয়া মোক সুধিলে কি হ'ব? তহঁতে সেই তেতিয়াই সেইবোৰ কথা যোগপেহীক সুধিব লাগিছিল। দেউতাক সুধিব লাগিছিল।" এক

মুহূৰ্ত মনে-মনে থাকি গৌৰীয়ে আকৌ ক'লে, "সেইহাঁতে বেয়া কাম নকৰা হ'লে ডিব্ৰুগড়ৰ পৰা মহানন্দ চৌধুৰী নামৰ মানুহ এটাই আহি এনেয়ে, ওপৰতে দপদপাব পাৰে নে কি? দেউতাহঁতে ইমান দিনে মানুহটোৰ নোম এডালো লৰাব নোৱাৰি ভিতৰতে ফোঁচফোঁচাই থাকিবলগীয়া হয় নে কি?"

নবীনৰ খংটো বাঢ়ি আহিছিল। সি সুধিলে, "কিহৰ জোৰত তই আজি ইমান ডাঙৰ-ডাঙৰ কথা কৈছ? তই যদি কিবা জানিছ, তেনেহ'লে খোলাকৈ কৈ নিদিয় কিয়?"

তৰাৰো খং উঠিছিল। তাই ক'লে, "জানো এইজনীৰ আজি কি হ'ল! তইতো আজি ইমান দিনে এনেকুৱা সুৰত কথা কোৱা নাছিলি! ক'ত কি শুনি আহিছ নকৱ কিয়?"

"ক'তো একো শুনি অহা নাই। তহঁতে ইমান দিনে যিবোৰ কথা লুকুৱাইছ, এতিয়া সেইবোৰ আপোনা-আপুনি মোৰ চকুত পৰিছে।" ---গৌৰীয়েও খঙেৰে ক'লে।

তাৰ পাছত এফালে নবীন, তিলক আৰু মাক, ইফালে গৌৰী অকলে, ---দুয়োদলৰ মাজত প্ৰায় মাজনিশালৈকে তৰ্কাতৰ্কি লাগি থাকিল। মাজে-মাজে কোনোবাই চিঞৰিলে, তাৰ পাছতে সকলোৰে মনত পৰিল,---মনে-মনে,---ৰাতি হৈছে,---কথাবোৰ লক্ষেশ্বৰে শুনিব, যোগমায়াই শুনিব, ৰাধাই শুনিব।

নবীনৰ কথা হ'ল,---কলেজত পঢ়ি গৌৰীৰ মাক-বাপেকৰ দোষ ধৰিব পৰা জ্ঞান হ'ল; যোগপেহীৰ বিৰুদ্ধে কথা ক'ব পৰা সাহ হ'ল। কলেজত পঢ়ি এনেকুৱা জ্ঞানী হোৱাতকৈ মানুহ ঘৰতে বহি মূৰ্খ হৈ থকা বহুত ভাল। লাজ-চৰমৰ ভু পোৱা মানুহে গৌৰীৰ নিচিনাকৈ কথা নকয়।

তিলকৰ মূল কথা হ'ল,---কিয় গৌৰীয়ে এনেকুৱা কথা ক'বলৈ আৰম্ভ কৰিছে, সেই কাৰণটো সি জানে। দৰকাৰ হ'লে সি কাৰো মুখলৈ নাচাব; চব ফাঁচ কৰি দিব। তেতিয়া কোন মৰে কোন জীয়াই থাকে তাৰ ঠিক নোহোৱা হ'ব।

তৰাৰ মূল কথা হ'ল,---যোগমায়াৰ কথা এনেকৈ কৈ গৌৰীয়ে মুখ উলিয়াব নোৱৰা কাম কৰিছে। যাৰ জহতে আজি গোটেই ঘৰখনে খাবলৈ পাইছে, পিন্ধিবলৈ পাইছে,---

গৌৰীৰ মতে সেইটোৱেই হ'ল আচল কথা। খাবলৈ-পিন্ধিবলৈ পাইছে কাৰণেই ঘৰখনৰ মানুহবোৰে আকল পূৰি খালে। চকু মেলি চাব নজনা হ'ল। সঁচাক সঁচা বুলি ক'ব নজনা হ'ল। আচলতে আজি মহানন্দহঁতে ডিব্ৰুগড়ত ঘনশ্যাম চৌধুৰীয়ে পাতি থৈ যোৱা চাহ-বাগিচাৰ

মালিক হৈ বজাৰ নিচিনাকৈ থাই-থৈ থাকিব লাগিছিল, আৰু যোগমায়া-লক্ষেশ্বৰইঁত ক'ত পৰি থাকিব লাগিছিল সেইটো ঈশ্বৰেহে জানে। কিন্তু আজি এনেকুৱা ওলোটাটো হ'বলৈ পালে কেনেকৈ? হ'বলৈ পালে— এইখন ঘৰৰ কাৰোবাৰ পাপৰ কাৰণে।

গৌৰীয়ে যোগমায়াৰ পাপৰ কাৰণে বুলি নক'লে, কিন্তু সকলোৱে সেইটোকে বুজিলে।

গৌৰীয়ে এইখিনি কথা শেষত কৈছিল। তাই কথা শেষ কৰাৰ পাছত তৰা, নবীন আৰু তিলক বোবা হৈ গৈছিল। ঘৰ.টো হঠাতে সঁচাকৈয়ে মাজনিশাৰ ঘৰ যেন হৈ পৰিছিল। সকলো যেন টোপনিত লালকাল; কাৰো যেন উশাহৰো শব্দ নাই।

কিন্তু আচলতে শোৱাৰ কথা কাৰো মনলৈ নাহিল।

শুবলৈ বুলি বিছনাত পৰা লক্ষেশ্বৰো এসময়ত ইহঁতেনো কি কথা পাতিছে শুনিবলৈ উঠি আহিছিল; কিন্তু কোঠালিটোৰ দুৱাৰখনৰ বাহিৰতে সি বৈ গৈছিল।

লাহে-লাহে তাৰ গাৰ সাৰসুৰ নোহোৱাৰ নিচিনা হৈ আহিছিল। কোঠালিটোৰ ভিতৰত মানুহবোৰৰ মাতবোল নোহোৱা হোৱাত যেতিয়া তাৰ সন্দেহ হ'ল—এতিয়া বোধকৰোঁ তৰা ওলাই আহিব, তেতিয়া সি নিজৰ বিছনালৈ উভতি গৈছিল।

বিছনাত পৰি লক্ষেশ্বৰে এনেকুৱা এটা ভাও ধৰিলে যেন সি কেতিয়া-বাৰে পৰা গভীৰ টোপনিত লালকাল হৈ আছে। অলপ পাছত তৰা হাতত-সাৰে ভৰিত-সাৰে কোঠালিটোত সোমাল, আৰু অতি সাৱধানে বিছনাত উঠিল,—যাতে লক্ষেশ্বৰে সাৰ নাপায়। সি যদি সাৰ পাই সুধিবলৈ আৰম্ভ কৰে—এতিয়া কিমান ৰাতি হ'ল,—ইমান পৰে ক'ত কি কৰিছিলা,—তেনেহ'লে তাইৰ মুখেদি বহুত কথা ওলাই যাব পাৰে বুলি তৰাৰ ভয় লাগিল। লক্ষেশ্বৰক মিছা কথা ক'ব নোৱাৰিব বুলিও তাইৰ ভয় লাগিল।

বহু পৰলৈ তাইৰ টোপনি নাহিল। গৌৰীৰ মুখেদি আজি ঘৰখনত কোনেও কাহানিও নশুনা কথা ওলাল। এনেকুৱা কথা তাইৰ মুখেদি ওলাব পাৰিলেনে? আৰু তাই নাভাবিলে সেইবোৰ কথা তাইৰ মুখেদি ওলাব কেনেকৈ? তাই কথাবোৰ তেনেকৈ ভাবিছে? এইখন ঘৰৰ ছোৱালীজনীৰ মনত সেইবোৰ ভাব সোমাই আছে? তাইৰ জীয়েকজনীৰ

মনত সেইবোৰ কথা সোমাই আছে? কেনেকৈ সোমাল? কেতিয়া সোমাল? কি হ'ল তাইৰ? কিয় তাইৰ এনেকুৱা হ'ল?

টোপনিৰ ভাও ধৰি থৰ লাগি পৰি থাকোঁতেই লক্ষেশ্বৰৰ অলপ সময়ৰ কাৰণে চিলমিলকৈ টোপনি আহিল; তাৰ পাছত সি ৰাতিপুৱালৈকে সাৰে থাকিল। গৌৰীয়ে কোৱা এটাইবোৰ কথা সি শুনা নাছিল; কিন্তু যি কেইষাৰ শুনিছিল,---সেই কেইষাৰ শুদ্ধ কথানে? নহয়। ভুল কথা। কিন্তু ইমান পঢ়া-শুনা কৰা, ইমানজনী ছোৱালীয়ে ইমান ভুল কথা ক'ব নে? তাইৰ কথাবোৰ সিমান ভুল নহয় নে কি?

গৌৰীয়ে কি-কি কৈছিল---গোটেইখিনি কথা শুনিবলৈ লক্ষেশ্বৰৰ মন গ'ল। দোকমোকালি সময়ত সি বাহু এটাত লাহেকৈ ঠেলি-ঠেলি তৰাক জগালে। তৰাৰ সংকোচ ভাঙি দিবলৈ বুলি সি দুৱাৰৰ বাহিৰৰ পৰা নিজ কাণেৰে কি-কি শুনিছিল, সেইখিনি আগেয়ে কৈ ললে, আৰু তাৰ পাছত সুধিলে, "তাই আৰু কি-কি কৈছিল কোৱাচোন।"

লক্ষেশ্বৰেনো আৰু কি শুনিবলৈ বাকী থাকিল? সি কথাবোৰ শুনাৰ কাৰণে তৰাই মনত কষ্ট পালে। অলপ সময় তাই মনে-মনে থাকিল। তাৰ পাছত তাই পিছৰ কথা আগ, আগৰ কথা পিছ কৰিলে, কিন্তু গৌৰীয়ে কোৱা প্ৰায় সকলো কথা কৈ গ'ল। শেষৰ ফালে এনেকুৱা শুনা গ'ল---কথাবোৰ যেন তাই নিজেহে কৈছে! তাইৰো যেন খং উঠিছে; কিন্তু কাৰ ওপৰত উঠিছে সেইটো তাই নিজেও ক'ব নোৱাৰিলে।

এসময়ত তৰা উঠি গুচি গ'ল। লক্ষেশ্বৰ চিৎ হৈ পৰি থাকিল।

সঁচাকৈয়ে,---সেই তাহানিয়েই যোগমায়াই মানুহ এটাৰ লগত বদমাচি কৰিলে, আৰু লক্ষেশ্বৰে তাইৰ বদমাচিকে বেচি-কিনি ইমান দিনে খাই আছে নে কি? হয়তো! ইমান দিনে সি কি কৰি খাই-বৈ আছে? এইটো চুবুৰিত সি কোন? মহানন্দক গৰ্জিবলৈ সি কোন? হয়তো! সেই গাভৰু কালত যোগমায়াৰ লগত ঘনশ্যাম চৌধুৰীৰ কেনেকৈ কি সম্পৰ্ক ঘটিছিল সিতো একো ক'ব নোৱাৰে! কোনে আগভাগ লৈ দুৰ্ঘটনাটো ঘটাইছিল সিতো নাজানে! দুষ্টতো যোগমায়াও হ'ব পাৰে! ইমান দিনে এই কথাবোৰ নভবাকৈ সি ঘনশ্যাম চৌধুৰীৰ মাটি-বাৰী খাই বহি আছে।

লক্ষেশ্বৰৰ হঠাতে এনেকুৱা লাগিল যেন বাহিৰলৈ ওলাই গ'লে, গৌৰীৰ মুখামুখি হ'লে এতিয়া তাৰ লাজ লাগিব।

ৰাতিপুৱা নবীন আৰু তিলকৰো মুখবোৰ অলপ গম্ভীৰ-গম্ভীৰ দেখা গ'ল; কিন্তু গৌৰীয়ে দেখদেখকৈ সকলোৰে পৰা আঁতৰিয়েই ফুৰিলে। ৰাধাই এবাৰ তাইক সুধিলে---কি হ'ল? তাই ক'লে---একো হোৱা নাই। ৰাধাই তাইৰ কথা বিশ্বাস নকৰিলে। কিন্তু ঘৰে-বাহিৰে আজি-

কাজি ইমানবোৰ ঘটনা ঘটিছে যে গৌৰীৰ কি হৈছে জানিবলৈ তাইৰ কোনো আগ্ৰহ নহ'ল। যাৰ যি হয় হৈ থাকক।

গৌৰীয়ে ভাত নোখোৱাকৈ কলেজলৈ যাবলৈ ওলোৱাত তৰাই তাইৰ কোঠালিত সোমাই সুধিলে, "তোৰ হৈছে কি কচোন!"

গৌৰীয়ে লগে-লগে উত্তৰ দিলে, "মোক তহঁতে আমনি কৰি নাথাকিবি। কিবা খং উঠিব কৰবালৈ গুচি যাম, কৈ দিছোঁ।"

"আগ নাই, গুৰি নাই, তই কিয় এনেকুৱা কথা কৱ অ'?" ––তৰাই অসহায়ভাৱে সুধিলে।

"মই কৈছোঁ নহয়––মোৰ একো ভাল নালাগে। এইখন ঘৰত মোৰ এক মিনিট থাকিবৰ মন নাযায়।"

কথাৰ সুৰৰ লগত খোজ মিলাই মাকৰ গাৰ কাষেদি গৌৰী কোঠালিটোৰ পৰা ওলাই গ'ল।

তৰা তাতে থিয় হৈ ৰ'ল। অলপ পাছত তাই খিৰিকিয়েদি জীয়েকক চালে। স্কুলত মিলিটেৰি থাকিবলৈ লোৱাৰ পৰা গৌৰী ইফালেদি গুৰি যায়। পুলিছ চাহাবৰ আধাসজা ঘৰটোৰ আঁৰ নোহোৱালৈকে তাইক তৰাই চাই থাকিল। ওখ-পাখ,––আঁটিল গা-গাৰি,––সেইবোৰ কৰবাৰ অচিনাকি মানুহৰ কাষে-কাষে তাই খোজ কাঢ়ি গৈ আছে,––দেখি তৰাৰ নিজৰে লাজ-লাজ লাগিল। কিছুদিনৰ আগতে যোগমায়াই কোৱা কথা এবাৰ তাইৰ মনলৈ আহিল; ––ৰাধা-গৌৰীহঁতৰ বয়সত যোগমায়া-তৰাহঁত দুটা ল'ৰা-ছোৱালীৰ মাক হৈছিল।

তৰাৰ যোগমায়াৰ ওপৰতে খং উঠিল। সিফালে পৃথিৱীখনত যি হয় হৈ থাকক, যোগমায়াহঁতে ৰাধাৰ বিয়াখনতো আগতে পাতি লব লাগিছিল! ৰাধাৰ বিয়াখন নহ'লে গৌৰীৰ বিয়াৰ কথাতো উলিয়াবই নোৱাৰি! ৰাধাই এনেকৈ আগভেটি ধৰি থাকিব, আৰু গৌৰীয়ে সেইটো গাৰ ভাৰ কঢ়িয়াই ফুৰিব,––এইটো ভাল কথানে? তৰাৰ সন্দেহ হ'ল ––এইযে হঠাতে গৌৰীৰ এনেকুৱা খং উঠিছে,––কিয় উঠিছে? ইমান দিনে যে ঘৰখনে তাইৰ কাৰণে ভৰা নাই, তাইৰ জীৱনটোৰ এটা গতি লগাই দিয়া নাই, সেইকাৰণেই কিজানি! হ'ব পাৰে। হ'ব পাৰে নহয়,––হয়েই। এই বয়সলৈকে মানুহ এনেকৈ থাকে নে কি? এনেনো কলি লগা ঘৰ হ'ব লাগে নে এইখন! বোৱাৰী, জোঁৱাই, নাতি-পুতিৰে ভৰি পৰিব লগা ঘৰখন কেনেকুৱা মৰিশালীৰ নিচিনা! কেনেকুৱা ভূতৰ বাহৰ নিচিনা! সঁচাকৈয়ে এইবোৰ কাৰোবাৰ পাপৰ ফল নে কি?

তৰা বহুত সময় বিছনা-পাতি ঠিক-ঠাক কৰা, ভিতৰৰ বস্তু-বাহানি কিছুমান হিজিল কৰাৰ নিচিনা কাম লৈ এইফালেই সোমাই থাকিল। সিফালৰ কাৰো লগত মুখামুখি হ'বলৈ তাইৰ মন নগ'ল।

আজিকালি ৰাধা পুৱাই স্কুললৈ যাব লাগে, সিফালে আয়েজিলেকে ভাতে থাকিব লাগে। মাজতে তাই ভাত খাই যায়হি। আজি সেই ৰাতিপুৱাৰ পাছত তাইৰ লগত তৰাৰ দেখাই নহ'ল। আবেলি তাইক যোগমায়াই চাহ-জলপান খুউৱাৰ সময়তহে তৰা সেইখিনিত থিয় হ'লগে। ৰাধাই তলমূৰকৈ লাহে-লাহে খাই আছিল ; যোগমায়া ওচৰতে বহি আছিল। তৰা দুৱাৰমুখত থিয় হওঁতে ৰাধাই মূৰ তুলি তাইৰ ফালে চালে আৰু লাহেকৈ হাঁহি এটা মাৰি ক'লে, "মামীক দেখোন আজি দেখাই নাই!"

তৰাৰ মনটো যেন উচপ খাই উঠিল। তাই লৰালৰিকৈ ক'লে —ইহঁতৰ—নবীন-তিলক-গৌৰীহঁতৰ বিছনাবোৰত উৰহ হৈছে ; আজি সেইবোৰৰ কাঠৰ চেপে-চেপে উতলা পানী ঢালি, তাৰ পাছত সেইবোৰ ছাফা কৰোঁতেই তাইৰ বহুত সময় গ'ল।

ৰাধাই তলমূৰকৈ আকৌ খাবলৈ ধৰিলে। তাইৰ ফালে অলপ সময় চাই থকাৰ পাছত তৰাৰ ডিঙিত কিবা এটাই সোপা মাৰি ধৰা যেন লাগিল। আজি আগবেলা ৰাধাৰ ওপৰত, যোগমায়াৰ ওপৰত তাইৰ খং উঠিছিল? এইজনী ছোৱালী,—এইজনী মানুহৰ ওপৰত তাইৰ খং উঠিছিল? হৈছে কি তাইৰ? ঘৰখনত কি হৈছে?

সেইখিনিত বেছি সময় থাকিলে কান্দোন ওলাই আহে বুলি ভয়তে তৰা আঁতৰি আহিল। নিজৰ শোৱা কোঠাত সোমোৱাৰ পাছত তাইৰ চকুপানী বৈ আহিল। আজি ৰাধাক তাই উৰহ মৰাৰ মিছা কথা ক'বলগীয়া হ'ল!

ৰাধাই আজিকালি কথা বৰ কমকৈ কয়। ঘৰত থকা সময়খিনিৰ বেছিভাগ সময় তাই কিবাকিবি লিখে আৰু পঢ়ে, আৰু মনে-মনে বহি থাকে। যোগমায়াই তাইৰ ওচৰতে বহি যিমান পাৰে তাইক কথা কোৱাবলৈ চেষ্টা কৰে; কিন্তু ৰাধাই ওভোতাই মাককহে ভেকাহি মাৰি মনে-মনে থাকিবলৈ কয়। তাৰ পাছতে মাকে বেয়া পালে বুলি ভাবি তাই মাকক ভালৰি লগাবলৈ ধেমেলিয়া কথা কয়। সেইবোৰ ধেমেলিয়া কথা যে ৰাধাৰ মনৰ কথা নহয়, সেইটো যোগমায়াই বুজি পায়। কথা-বোৰ তাইৰ কাণত নোসোমায়েই। ভেকাহিটোৱে তাইক বহুত পৰলৈ কষ্ট দি থাকে।

এদিন যোগমায়াই গধূলিৰ পাছত লক্ষেশ্বৰৰ ওচৰত বহি ললে। কথাবোৰ আলোচনা কৰি তাই তাইৰ কৰ্তব্য ঠিক কৰিব লাগে। এনেকৈ দিনবোৰ পাৰ হৈ গৈ থাকিবলৈ দিব নোৱাৰি। বহুত কথা। স্কুলৰ মাষ্টৰ কেইজনে মাচিকেইডোখৰ দখল কৰি লব পৰা নাই। ডাঙৰ

ছুলধনৰ ছাইনবৰ্ড পৰ্যন্ত গ'ল, সকখনো কেতিয়াবা যাব। মহানন্দৰ কথা আৰু কামবোৰ সহ্য কৰিব নোৱৰা ধৰণৰ হৈ আহিছে। অৰুণক জেলৰ পৰা উলিয়াই আনিবলৈ কিবা এটা কৰিব লাগে। অতুলক বিচাৰি উলিয়াবলৈ কিবা এটা কৰিব লাগে। বহুত কথা। বহুত কাম।

লক্ষেশ্বৰে যেন বিশেষ একো নাজানে,---কথাবোৰ তাই তেনেকৈ কৈ গ'ল। মাজে-মাজে তাই খঙত দাঁত কৰচিলে ; মাজে-মাজে তাইৰ মাত থোকাথুকি হ'ল ; একোবাৰ তাই চকু আৰু নাকৰ পানী মচিবলৈ কথা বন্ধ কৰিলে।

এই গোটেইখিনি সময় লক্ষেশ্বৰ মনে-মনে বহি ৰ'ল। মাজে-মাজে যোগমায়াৰ সন্দেহ হৈছিল---তাৰ টোপনি গ'ল নে কি? তেতিয়া তাই সুধিছিল,---"শুনিছ?" লক্ষেশ্বৰে কৈছিল,---"ওঁ।"

যোগমায়াৰ যেতিয়া কথা কোৱা শেষ হ'ল, তাৰ পাছতো কিছু সময় লক্ষেশ্বৰ মনে-মনে থাকিল। সি অলপ লৰচৰ কৰি এটা বেলেগ ভংগীত বহি ললে আৰু তাৰ পাছত ক'লে, "কি কৰিবি? আৰ্জিলে ভুগিবই লাগিব।"

যোগমায়াই কথাষাৰৰ অৰ্থ নুবুজাৰ নিচিনাকৈ লক্ষেশ্বৰৰ মুখলৈ চাই ৰ'ল। সিহঁত দুটাৰ কাৰো মুখত ভালকৈ পোহৰ পৰা নাছিল।

অলপ পাছত লক্ষেশ্বৰে ক'লে, "মোৰ আৰু আমনি লাগিছে বুইছ? গোটেই জীৱনটো খৰিয়াল কৰোঁতেই গ'ল। নিজৰতো একো নহ'লেই, এতিয়া ল'ৰা-ছোৱালী ঘৰ-সংসাৰৰ দিনো তেনেকৈয়ে যাব যেন পাইছোঁ। কিবা বিকচিনা লাগি আহিছে দে।"

অলপ পৰ বৈ লক্ষেশ্বৰে নিজকে কোৱাৰ নিচিনাকৈ ক'লে, "এইবিলাক কিবা পাপৰহে ফল যেন পাওঁ।"

লক্ষেশ্বৰ আকৌ মনে-মনে ৰ'ল। তাৰ পাছত সি দীঘলকৈ নিশাহ এটা এৰিলে। সেইটো হুমুনিয়াহৰ নিচিনা শুনা গ'ল। তাৰ পাছত সি ক'লে, "যি হয় হৈ থাকক দে। কিবা এটাতো হ'বই। মোৰ আৰু এইবোৰ হুজ্জতিৰ মাজত সোমোৱাৰ মন নাই। অৰুণৰ কথাটোতো ভূমি উকীলহঁতৰ লগত পাতিয়েই আছোঁ। তেওঁলোকৰ কথা হ'ল---এইবোৰ তোৰ-মোৰ কথা নহয়, বৃটিছৰ কথা। আৰু ই--- অতুল কলৈ গ'ল সেইটো কথা বোলে বৃটিছেও নাজানে।" আকৌ অলপ সময় মনে-মনে থাকি লক্ষেশ্বৰে ক'লে, "মোৰ হিচাপত এতিয়া বেলেগ কথাহে ভাবিব লাগে। তাৰ কথাকে ভাবি থাকিব নালাগে।"

যোগমায়া বহুত পৰৰ আগেয়ে জঠৰ হৈ পৈছিল। লক্ষেশ্বৰৰ কথাবোৰ তাইৰ কাণত থুজব-থুজবকৈ পৰিছিল, কিন্তু তাইৰ নিজৰ কথা

কোৱাৰ শক্তি নোহোৱা হৈ গৈছিল। এইবাৰ যেতিয়া লক্ষেশ্বৰে কথা বন্ধ কৰিলে, তেতিয়া যোগমায়া তৎক্ষণাত বহাৰ পৰা উঠিল আৰু বেগা-বেগিকৈ ভিতৰলৈ সোমাই গ'ল। সি বা আৰু কি কয়---তাকে ভাবি যোগমায়াৰ ভয় লাগিল।

বহুত সময়লৈ যোগমায়াৰ বিশ্বাসেই নহ'ল---সেইবোৰ লক্ষেশ্বৰৰ মুখৰ পৰা ওলোৱা কথা বুলি। মনৰ কণ্টত থাকিব নোৱাৰি এসময়ত তাই লক্ষেশ্বৰে কোৱা এটাইখিনি কথা ৰাধাক ক'লে; কৈ আকুলভাৱে সুধিলে, "সি কিয় এনেকৈ ক'লে? কেতিয়াওতো সি এনেকুৱা কথা কোৱা নাই! সিয়েই যদি এনেকুৱা কথা কয়, তেনেহ'লে আমি কৰোঁ কি? আগতে সি গোসাঁইঘৰত সোমাই আছিল, একোৰে খবৰ নলৈছিল, আমিও তাক কোনো কথাত আমনি কৰা নাছিলো; কিন্তু এতিয়া---"

"মই আছোঁ নহয়! চিন্তা কিয় কৰিছ? মোমাইদেৱে এই বয়সত আমনি পাইছে কাৰণেহে কৈছে!" ---বুলি ৰাধাই মাকক মনে-মনে থাকিবলৈ ক'লে; কিন্তু ভিতৰি-ভিতৰি তাই গভীৰ দুশ্চিন্তাত পৰিল। মোমায়েকে এনেকুৱা কথা কয়? অতুলৰ কথা পাহৰি অইন এটা মানুহৰ কথা ভাবিবলৈ কয়? কাবোবাৰ পাপৰ কথা কয়? এই যে আজি সিহঁতে ভুগিছে, এয়া কোনোবাই আৰ্জিছিল কাৰণে ভুগিছে বুলি কয়? কিয়?

পাছদিনা ৰাধাই প্ৰথমতে গৌৰীক ওচৰলৈ মাতি আনি ক'লে, "মই মোমাইদেউক পোনে-পোনে সুধি কথাটো ডাঙৰ কৰিব খোজা নাই। তই জাননে কিয় মোমাইদেৱে এনেকুৱা কথা ক'লে?"

ৰাধাৰ চকুলৈ চাই গৌৰীয়ে তললমূৰ কৰিলে। ৰাধাৰ আগত পোন হৈ থিয় হৈ থাকিবলৈ যেন তাইৰ গাত বল নোহোৱা হৈ গ'ল।

"কচোন।" ---ৰাধাই হুকুম দিয়াৰ সুৰত ক'লে।

"জানো। মই ক'ব নোৱাৰোঁ।"

"মিছা কথা নক'বি।" ---ৰাধাই গৌৰীৰ মুখতে ধৰিলে। ---"ক'ব নোৱৰা মানুহৰ চেহেৰাই বেলেগ। কেইদিনমানৰ আগতে মোমাইদেৱে মহানন্দ দাদাৰ ঘৰত জুই দিবলৈ ওলাইছিল; আৰু এতিয়া সেই একেজন মানুহে কয়---আৰ্জিলে ভুগিব লাগে। কিয়?" অলপ পৰ ৰৈ তাই ক'লে, "বিপদত পৰিছোঁ কাৰণে তয়ো মোৰ পৰা কথা লুকুৱাবি নে কি?"

গৌৰীক তাতে এৰি উচাট মাৰি ৰাধা আঁতৰি গ'ল। কিন্তু তাই মনে-মনে নাথাকিল। গোটেই দিনটো,---ঘৰত থকা সময়খিনি তাই একমাত্ৰ লক্ষেশ্বৰে নুশুনাকৈ বকি থাকিল। গধূলি লক্ষেশ্বৰ গোসাঁই-ঘৰত থকাৰ সময়ত তাই ডাঙৰ-ডাঙৰ মাতেৰে কাকো উদ্দেশ্য নকৰাকৈ

ক'লে, "কোনেও আমাৰ খবৰ লব নালাগে। মৰিলেও কোনো ওচৰ চাপি আহিব নালাগে।"

গোটেই দিনটো তৰাই আপ্ৰাণ চেষ্টা কৰি ৰাধাৰ কথাবোৰ সহ্য কৰি আছিল, এতিয়া আৰু তাই নোৱাৰিলে। পাগঘৰৰ পৰা বেগাবেগিকৈ ওলাই আহি তাই ৰাধাৰ হাত দুখনত ধৰি ক'লে, "তই মনে-মনে থাকচোন।"

"নাথাকোঁ। কিয় মনে-মনে থাকিম?" —বুলি ৰাধাই এচাৰ মাৰি তাইৰ হাত দুখন তৰাৰ হাতৰ পৰা এৰুৱাই ললে। তৰাই আকৌ হাত দুখন জপটিয়াই ধৰি ক'লে, "মোৰে শপত ৰাধা। মনে-মনে থাক। কি হৈছে, কিয় হৈছে, মই যি কণ জানো তোক সকলো কম। অশান্তি নকৰিবি।"

ৰাধা মনে-মনে থাকিল, কিন্তু তাৰ পাছত তৰা ভয়ত পেপুৱা লাগিল। সেইবোৰ ৰাধাক ক'ব পৰা কথানে? কিন্তু সময় পাগঘৰত চটফটাই থকাৰ পাছত তাই ৰাধাক তালৈকে মাতি নি ক'লে, "তই আমাক বেয়া নাপাবি আই। মোমায়েৰৰ কথাতো নালাগিবি। তই গৌৰীৰ লগত কথা পাত। তাইক বুজা। তাইৰ মগজত কোনে কি সুমুৱালে ঈশ্বৰেহে জানে। এতিয়ানো ঘৰখনৰ ভিতৰতে খোৱা-কামোৰা কৰাৰ সময়নে?" কথাখিনি কৈ তৰাই কান্দো-কান্দো কৰিলে।

ৰাধাই আকৌ গৌৰীৰ লগতে কথা পাতিবলৈ চেষ্টা কৰিলে, কিন্তু গৌৰীয়ে "মোক কোনেও আমনি নকৰিবি" —বুলি খি মুখ জপালে, আৰু নেমেলিলে।

এইবাৰ ৰাধাই বলিয়াৰ নিচিনাকৈ চিঞৰিবলৈ আৰম্ভ কৰিলে। —"আমনি নকৰিবি বুলি তইঁত চুকে-চুকে সোমাই থাকিলেই হ'ব নে কি? কোনে কেতিয়া কি পাপ কৰিলে তইঁতে ক'ব লাগিব। নহ'লে এই ঘৰ মই ঘৰ হৈ থাকিবলৈ নিদিওঁ।"

লক্ষেশ্বৰ পিছ-চোতালৰ ফালৰ পৰা দৌৰি আহিল,—"কি হৈছে অ'? ৰাধাই কিয় চিঞৰিছে?" ৰাধাই কিবা এটা ক'বলৈ বুলি মোমায়েকৰ ফালে আগবাঢ়ি গ'ল। তিলকে তাইক ধৰি, টানি পিছফাললৈ লৈ গ'ল। যাওঁতে সি কৈ গ'ল, "মই কম। শুনিব লাগক। সকলো কম।"

সঁচাকৈয়ে তিলকে সেইদিনা ৰাতি গৌৰীয়ে কি কি কৈছিল, সেইবোৰ কথাৰ পৰাই ঘৰখনত সিহঁতৰ ফালে এই কেইদিন ভিতৰি-ভিতৰি কিমান অশান্তি হৈছে,—সকলো কৈ গ'ল। সি কওঁতে কিবা বাদ পৰিছিল যদিও ৰাধাই সোধা প্ৰশ্নৰ উত্তৰ দিওঁতে-দিওঁতে তাৰ সকলো কথা কোৱা হৈ গ'ল।

যোগমায়া ওচৰতে আছিল।

যোগমায়া দুদিনলৈ ধোৱা-পখলা কৰিবলৈ ওলোৱাৰ বাহিৰে কোঠালিৰ বাহিৰলৈ নোলাল। প্ৰথম দুসাঁজ ভোক নাই, খাবৰ মন যোৱা নাই ইত্যাদি বুলি তাই ভাত নোখোৱাকৈ থাকিল। পাছৰ দুসাঁজ ৰাধাই তাইৰ কাৰণে ভাত বাঢ়ি কোঠালিলৈকে লৈ আহিল। তাই খোৱাৰ নামটোহে কৰিলে। দুদিনতে তাইৰ চকু সোমাই গ'ল; চকুৰ গুৰি আৰু ক'লা পৰি গ'ল। তাইৰ চেহেৰাটো ভালেমান দিন বেমাৰত পৰি থকা মানুহৰ নিচিনা হৈ গ'ল। মাজে-মাজে তাইৰ নিজকে সেই অকণ জন্ম হোৱাৰ সময়ত ভিতৰত সোমাই থকা মানুহজনী যেন লাগিল। সেই তেতিয়াৰ পৰা লগে-লগে থকা লক্ষেশ্বৰ,—তাৰ জীয়েকে এতিয়া যোগমায়াৰ পাপ দেখিছে? জীয়েকে দেখা কাৰণে বাপেকেও দেখিছে?

অকলে-অকলে, বেছিভাগ সময় ভিতৰ সোমাই, আকৌ নতুনকৈ নিজৰ পাপ-পুণ্যৰ বিচাৰ কৰি যোগমায়াই কেইবাটাও দিন পাৰ কৰি দিলে।

# বিছ

বাম ক'ত আছে সেইটো খবৰ কোনেও পোৱা নাছিল ; কিন্তু এদিন সকলোৱে পালে।

সেইদিনা ৰাতি গোপাল দোকানীৰ পুতেক, হৰিশংকৰৰ ডায়েৰৰ পুতেক আৰু অনাদিয়ে স্কুলৰ মিছিটেৰি কেম্পৰ মাদ্ৰাজী বিষয়াৰ পৰা পোৱা মদৰ বটল এটা লৈ ৰেলৰ আলিত বহিছিল। পচু পোহ্‌া মানুহ-ঘৰৰ ল'ৰাটোৱে তেলত ভজা বুট আৰু পিঁয়াজ লৈ গৈছিল। সিহঁতে বহিবলৈ লওঁতেই ন বাজি গৈছিল। যেতিয়া সিহঁত ঘৰলৈ উভতে তেতিয়া এক বাজি গৈছিল। ৰাস্তাত সিহঁতে মনে-মনে খোজ কাঢ়িব লাগিব বুলি ঠিক কৰি লৈছিল। এটাই যদি হাতখন ওপৰলৈ তুলি কিবা এটা ক'ব খোজে, অইন এটাই তাৰ মুখত সোপা দি ধৰে। —"ঠিক আছে, কথা নকওঁ, গান এটা গাওঁ"—বুলি সি এইবাৰ দুয়োখন হাত ওপৰলৈ তোলে, দুয়োটাই তাক পৰা ধৰি ধৰে। অনাদিয়ে টৰ্চলাইটটো পিৰিককৈ জ্বলায়, গোপালৰ পুতেকে ফুচফুচাই কয়, "মেইড। নকৰাবি। জাপানীয়ে দেখিব। ব'ম পেলাই দিব।" অনাদিয়ে স্বীকাৰ কৰে,—হয় সি বৰ ডাঙৰ ভুল কৰিছিল।

তাৰ পাছৰ ছোৱা বাট সিহঁতে কথা ভিখাৰীৰ নিচিনাকৈ খোজ কাঢ়িলে।

এসময়ত হঠাৎ হৰিশংকৰৰ ডায়েৰৰ পুতেক কিশোৰে দেখিলে, —কোনোবা এটা বেগাবেগিকৈ পুলিছ চাহাবৰ আধাসজা ঘৰটোত সোমালে। "ভূত!" —সি চেপা মাতেৰে ক'লে। তিনিওটাই অলপ পৰ ফুচফুচকৈ কথাটো আলোচনা কৰি, ইটোৱে সিটোৰ বুকুত সাহ ভৰাই দি ঠিক কৰিলে,—ইয়াত ভূত-চুত একো নাই। জকৰ মানুহ। ব'ল চাওঁ গৈ।

সিহঁত তিনিটা পুলিছ চাহাবৰ আধাসজা ঘৰটোৰ বাৰান্দাত উঠোঁতেই গৌৰী দৌৰ মাৰি ঘৰটোৰ পৰা ওলাই আহিল। কোন বুলি চিঞৰ এটা মাৰি অনাদিয়ে টৰ্চলাইট জ্বলালে। টৰ্চলাইটৰ পোহৰ পাই লৈ গৌৰীয়ে দৌৰি-দৌৰি ৰাস্তাটো পাৰ হ'ল, আৰু সিহঁতৰ ঘৰৰ বেৰা পাৰ হৈ নোদেখা হ'ল। কেইমুহূৰ্তমানৰ পাছতে ঘৰটোৰ খিৰিকি এখনৰ কাষেৰে এটা শব্দ হ'ল। টৰ্চলাইটৰ পোহৰ পেলাই সিহঁত তিনিওটা সেইফালে দৌৰি গ'ল। সিহঁতকৈ বহুত বেছি বেগেৰে দৌৰি যায় সেইখিনিৰ পৰা আঁতৰি গ'ল, কিন্তু তাক চিনি পোৱাত ইহঁত তিনিটাৰ কাৰো অসুবিধা নহ'ল।

কেই মুহূৰ্তমান হতভম্ব হৈ থাকি হঠাতে গোপাল দোকানীৰ পুতেকে চিঞৰিবলৈ ধৰিলে,—"চোৰ চোৰ চোৰ।"

দৌৰি গৈ নিজৰ কোঠালিত সোমাওঁতে গৌৰীয়ে দুৱাৰখন একেবাৰে শব্দ নোহোৱাকৈ মেলিব-জপাব পৰা নাছিল। সৰুকৈ এটা শব্দ হৈছিল। তৰাৰ এইকেইদিন টোপনি গভীৰ হোৱা নাছিল। তাই দুৱাৰৰ শব্দটোত সাৰ পালে। ক'ত কিহৰ শব্দ হ'ল?

অলপ পাছতে তাই শুনিলে,—ক'ৰবাত কোনোবাই চিঞৰিছে—চোৰ চোৰ চোৰ।

চোৰ? এইযে তাই শব্দ এটা শুনিলে! সিহঁতৰ ঘৰতে চোৰ সোমাল নে কি?

তৰাই বিছনাত বহি লক্ষেশ্বৰৰ বাহুত হাত এখন থলে। চিঞৰটো সিহঁতৰ ঘৰৰ ফালেই আগুৱাই আহিল; আহি-আহি একেবাৰে আগফালৰ চোতাল পালেহি।

লক্ষেশ্বৰহঁত উধাতু খাই আগফালৰ বাৰান্দালৈ ওলাই আহিল। চোতালত গোপাল দোকানীৰ পুতেকহঁতে অনৰ্গল চিঞৰিছে—চোৰ চোৰ। দৰকাৰ হ'লে যে টৰ্চলাইটটো নুমুৱাব পাৰি, সেই কথা অনাদিয়ে পাহৰি গৈছিল। জ্বলি থকা টৰ্চলাইটটো লাঠীৰ নিচিনাকৈ জোঁকাৰি-জোঁকাৰি সি চোৰ চোৰ বুলি চিঞৰি আছিল।

ৰাধাই আগবাঢ়ি গৈ টান মাতেৰে সুধিলে, "ক'ত চোৰ? ইয়াত চিঞৰিছাহি কিয়?"

কিশোৰে ক'লে, "চোৰ সেইফালে পলাইছে, গৌৰী এইফালে পলাইছে।"

গোপাল দোকানীৰ পুতেকে ক'লে, "চোৰ নহয়। সেইফালে ৰাম পলাইছে, এইফালে গৌৰী পলাইছে।"

"কি?"—ৰাধাৰ চিঞৰত অনাদিহঁতৰ মুখ বন্ধ হৈ গ'ল।

ইতিমধ্যে কেউফালৰ পৰা দৌৰি-দৌৰি আহি মানুহ কিছুমান পদুলি-মুখত গোট খাইছিলহি! অনাদিহঁত মানুহবোৰৰ ফালে ঘূৰিল; ঘূৰি লৈ সিহঁতে ওপৰা-উপৰিকৈ চিঞৰিবলৈ ধৰিলে,—ৰাম—গৌৰী—সেইটো ঘৰত—।

ৰাবান্দাৰ পৰা যিখন দুৱাৰেদি গৌৰী থকা কোঠালিটোলৈ যাব পাৰি, লক্ষেশ্বৰ সেইখন দুৱাৰৰ ওচৰলৈ গ'ল। সি এপাত দুৱাৰৰ

খিংটোত খিনি লাহেকৈ টানোতেই দুৱাৰখন খুলি গ'ল। ভিতৰখন আন্ধাৰ। খেপিয়াই-খেপিয়াই সি সুইচ এটা টিপিলে। গৌৰীৰ বিছনাৰ আঁঠুৱাখন এইকালে ওলমি আছিল। লক্ষেশ্বৰে আঁঠুৱাখন এহাতেৰে দাঙি ধৰিলে। বেৰৰ ফালে মুখ কৰি গৌৰী কোঁচমোচ খাই পৰি আছিল। লক্ষেশ্বৰে মাতিলে, "গৌৰী!"

গৌৰী সাৰে থকাৰ কোনো লক্ষণ দেখা নগ'ল।

"গৌৰী!" —ক্ৰুদ্ধ, চেপা মাতেৰে লক্ষেশ্বৰে আকৌ মাতিলে। —"শুনিছ নে নাই?"

গৌৰীয়ে বাপেকৰ ফালে মূৰ ঘূৰালে। তয়ত মহজকৈ মেল খাই থকা চকুযোৰেৰে,—আউল-বাউল চুলিৰ মাজেদি তাই বাপেকৰ চকুলৈ চালে। তাইৰ গাটো থৰথৰকৈ কঁপিছিল।

"তই বোলে ওলাই গৈছিলি?" —লক্ষেশ্বৰে সুধিলে। তৰা, নবীন, তিলক, যোগমায়া, ৰাধা—সকলো কোঠালিটোত সোমাইছিলহি।

গৌৰীয়ে বাপেকৰ চকুৰ বাহিৰে আইন ফালেকে চোৱা নাছিল। স্থিৰ দৃষ্টিৰে চাই থাকোঁতে লাহে-লাহে তাইৰ ওঁঠ দুখন কঁপিল, আৰু তাৰ পাছত তাই শব্দ নোহোৱাকৈ কান্দিবলৈ ধৰিলে।

আঁঠুৱাখন এৰি দি লক্ষেশ্বৰ ওলাই আহিল। আগকাজলৈ গৈ সি মানুহবোৰক ক'লে, "আপোনালোক এইখিনিৰ পৰা যাওক এতিয়া।"

"এইবোৰতো বৰ ডাঙৰ কথা হুৱা!" কোনোবা এটাই মানুহৰ মাজৰ পৰা ক'লে।

"এনেকুৱা কাণ্ড নচলিব। ইয়াৰ বিচাৰ হ'ব লাগিব।" —পিছফালৰ পৰা কোনোবা এটাই চিঞৰিলে।

"হ'ব হ'ব; সকলো হ'ব। আপোনালোক এতিয়া যাওকচোন।" —লক্ষেশ্বৰে মানুহবিলাকৰ ফালে হাতযোৰ কৰিলে।

মানুহবিলাকৰ কিন্তু সেইখিনিৰ পৰা আঁতৰি যোৱাৰ কোনো লক্ষণ দেখা নগ'ল। তেওঁলোকৰ ভিতৰৰে কোনোবাই-কোনোবাই এনেকৈ চিঞৰ-বাখৰ কৰিলে যেন এতিয়াই গৌৰীক পদুলিমুখলৈ উলিয়াই আনি সকলোৰে আগতে তাইৰ মুখৰ পৰা উলিয়াব লাগে—কথাটো কি।

অলপ পাছতে লক্ষেশ্বৰহঁতৰ লগত ভাল সম্পৰ্ক থকা মানুহ কিছুমানো সেইখিনিলৈ আহিল। তেওঁলোকে কি হৈছে কি হৈছে বুলি বাকী মানুহখিনিক চম্ভালিবলৈ ললে। এসময়ত লক্ষেশ্বৰৰ সেইখিনিত থিয় হৈ থকাৰ শক্তি নোহোৱা যেন লাগিল। সি ভিতৰলৈ সোমাই গ'ল।

ৰাস্তাৰ মানুহৰ মাত আৰু আধা ঘণ্টামানলৈ শুনা গৈ আছিল। চাৰিওফাল নিস্তব্ধ হোৱাৰ এঘণ্টামানৰ পাছত লক্ষেশ্বৰ সিহঁতৰ শোৱনি-কোঠাৰ পৰা ওলাই গৌৰীৰ কোঠালিত সোমাল। সি এইবাৰ লাইটটো

কজাওঁতেই গৌৰী ওই প্ৰকাৰ পৰা উঠি বহিল। জজ্ঞেশ্বৰে আকৌ আঁঠুকাষৰ দাঙিলে, আৰু মুখেৰে এৰেকা শব্দ নকৰাকৈ, পাৰ জোৰেৰে গৌৰীক চৰ এটা মাৰিলে। তাৰ পাছত সি থৰথৰ-কৰকৈ নিজৰ শোৱনি-কোঠালৈ উভতি আহিল।

ঘৰখনৰ বাতিপুৱা বহুত সময়লৈকে কোনো বিছনাৰ পৰা নুঠিল। কাৰোবাৰ টোপনি গৈছিল, কোনোবাই সাৰে থকা সত্ত্বেও বিছনা এৰা নাছিল। এসময়ত বাধ্য উঠিল। তাই লাহে-লাহে ইস্কাল-সিস্কাল কৰি স্কুললৈ যোৱাৰ আয়োজন কৰি থাকিল, আৰু স্কুললৈ যাব নে নাযায় ভাবিও থাকিল। পাৰিবনে তাই স্কুলৰ ন'ৰা-ছোৱালী-মাষ্টৰ-হঁতৰ আগত মুখ উলিয়াব? কিন্তু ইস্কালে যে এই ঘৰখনৰ মানুহবোৰ নিজৰ-নিজৰ কোঠালিৰ পৰা ওলাই অহাৰ পাছত ইয়াত থকাটোও তাইৰ কাৰণে অসহনীয় হ'ব!

এসময়ত তাই পানী এটোপাও নোখোৱাকৈয়ে স্কুললৈ ওলাই গ'ল।

আঠমান বজাৰ পাছত তৰা তাইৰ কোঠালিৰ পৰা ওলাই আহিল। গোনে-পোনে গৌৰীৰ কোঠালিলৈ গৈ তাই বিছনাত পৰি থকা গৌৰীৰ চুলিকোচা দুয়োহাতেৰে ধৰি জোঁকাৰিবলৈ ধৰিলে। জোঁকাৰোতে তাই অস্ফুট মাতেৰে কৈ থাকিল, "এয়া কৰিবলৈ তোক জন্ম দিছিলো? এয়া বাপেৰৰ নাম ৰখা কাম কৰিলি? এনেকুৱা কাম কৰাৰ আগতে মোক দুটেওকৈ কাটি থৈ যাব নোৱাৰিলি?"

অলপ পাছতে তৰাৰ যেন বৰ ভাগৰ লাগিল। তাই গৌৰীৰ বিছনাতে অৱশভাৱে মূৰটো পেলাই দিলে।

জজ্ঞেশ্বৰহঁতৰ ঘৰখন বাতিপুৱা যেতিয়া নিমাওমাও হৈ আছিল, তেতিয়া মহানন্দই পাৰ্বতীক সন্মুখত থিয় কৰাই লৈ বুজাই আছিল—এই যোগমায়াইঁতৰ তেজমঙহৰ জোৰ কিমান, সিহঁতৰ তেজ-মঙহৰ চৰিত্ৰ কিমান মাৰাত্মক। প্ৰত্যেকটো বাক্য কোৱাৰ পাছত তেওঁ পাৰ্বতীক "বুজিলা?" বা "দেখিলা?" বুলি সুধি অৰুণমান সময় মনে-মনে ৰ'ল। এসময়ত তেওঁ চিঞৰি-চিঞৰি ক'লে, "ইহঁতৰ তেজে মোৰ দেউতাক খালে, এতিয়া মোৰ জ'ৰাকো খাবলৈ ওলাইছে, দেখিলা? মই ক'লে বিশ্বাস নকৰা, এতিয়া দেখিলা? এতিয়া গম পালা,—মোৰ জ'ৰা হৈ সি কিয় মোৰ লগত ফেৰেপৰি পাতি আছিল? মোৰ জ'ৰাই কিয় মোকে শত্ৰু জ্ঞান কৰিছিল, এতিয়া বুজিলা? এতিয়াও তুমি মোক

ধৈৰ্য্য ধৰিবলৈ ক'বা নে কি?" তাই জম যাই এইবাৰ। মিছতে এই চুবুৰি এৰিব লাগিব।" তাৰ পাছত হঠাতে আঙঠি সক কৰি তেওঁ দাঁত কৰচি ক'লে, "ইয়াত আৰু বেশ্যাগিৰি নচলিব।"

"সি ক'ত আছে, খবৰ এটা—" পাৰ্বতীয়ে মাজতে বাকৰ কথা কে চালে।

"সি যদি বাপেকৰ পুতেক হয়, তেনেহ'লে এদিন নহয় এদিন নিজে ওলাবহি। আগতে মোক এই বাঙুলীহঁতক ছাফা কৰি লবলৈ দিয়া।"

দুপৰীয়া ৰাধা স্কুলৰ পৰা মনোৰঞ্জন দাসৰ ঘৰৰ আগৰ ৰাস্তাটোৰেদি ঘৰলৈ উভতিছিল। ফৰবাৰ পৰা মহানন্দই তাইক দেখিলে। আধাআধি দৌৰাৰ নিচিনাকৈ গৈ তেওঁ তাইক আগচেটি ধৰিলে।

"যদি ঘৰত জুই লগাই দিব নালাগে, যদি ৰাতি খিড়িকীৰে সুমুৱাই দিব নালাগে, তেনেহ'লে ঘৰ এৰি ওলাই যা। দুদিন সময় দিছোঁ। তাৰ পাছত যেন তহঁতৰ কাৰো ছাঁও এই চুবুৰিত নেদেখোঁ। মোৰ কথা তোৰ মোমায়েৰটোৰ কথাৰ নিচিনা আবোল-তাবোল বুলি নাভাবিবি।" —কথাখিনি কৈয়েই মহানন্দই খোঁপাই-খোঁপাই মনোৰঞ্জন দাসৰ ঘৰৰ ফালে গুচি গ'ল। ৰাধাই ভয়াতুৰ কৰি লাহে-লাহে ঘৰৰ ফালে খোজ ললে। চাৰিওফালৰ পৰা বহুত মানুহে তাইলৈ চাই আছিল বুলি তাই জানিছিল।

ৰাধাই প্ৰথমতে মহানন্দই কোৱা কথাবোৰ মাকক নক'ব বুলিয়েই ভাবিছিল; কিন্তু পাছত তাই ঠিক কৰিলে—এতিয়া আৰু একো লুকুৱাই লাভ নাই।

যোগমায়াই সেই ৰাতিটো, আৰু পাছদিনা গোটেই দিনটো কাৰো লগত কথা নপতাকৈ থাকিল। তাইৰ বিশ্বাস জন্মিছিল,—ৰাধাৰ বাহিৰে এইখন ঘৰত তাইৰ কথা শুনা মানুহ আৰু কোনো নাই। কিন্তু তাইৰ মনলৈ যিবোৰ কথা আহিছিল, সেইবোৰ ৰাধাক ক'বলগীয়া কথা নাছিল।

আবেলি পৰত যোগমায়াই ধুই থোৱা কাপোৰ একোৰ পিন্ধিলে। তাই আৰু এনেকৈ মনে-মনে কোনোবাই কিবা কৰি দিব বুলি তিক্তৰ সোমাই থাকিলে নহ'ব। যি কৰিব পাৰে তাই নিজে কৰিবই লাগিব। এই নৰকৰ পৰা উদ্ধাৰ পাবই লাগিব। কিন্তু কেনেকৈ? তাই কৰিব পৰাৰ ভিতৰত আছে কি? তাইক এতিয়া সহায় কৰিব পৰা আছে কোন? মহানন্দৰ বাহিৰেও কাৰো কথা তাইৰ মনত অহা নাই।

যোগমায়া ঘৰৰ পৰা ওলাই গ'ল। ৰাধা তেতিয়াও স্কুলৰ পৰা

অহা নাছিল। যোগমায়া কলৈ যায়, সেইটো কৈ যাবলৈ তাইৰ লগত ঘৰখনৰ কাৰো ভেটাভেটি নহ'ল।

যোগমায়া মহানন্দহঁতৰ ঘৰৰ বাৰান্দাত উঠিলগৈ। তাইক দেখি পাৰ্বতীৰ মুখৰ পৰা অ' বুলি শব্দ এটা ওলাল; তাৰ পাছত অকণমান সময়ৰ কাৰণে তাইৰ মুখৰ মাত নোহোৱা হৈ গ'ল। সঁচাকৈ এইজনী ---যোগমায়া---সিহঁতৰ ঘৰলৈ আহিছেনে? যোগমায়াক ক'ত বহি-বলৈ দিব সেইটোকে ভাবি তাই ঠিক কৰিব নোৱাৰিলে। সৌ সিফালে বামৰ কোঠালিটোতে তাইক লুকুৱাই বহুৱাবগৈ নে কি? যোগমায়াক দেখাৰ লগে-লগে বা মহানন্দই কি মূৰ্তি ধৰে!

পাৰ্বতীয়ে এইবোৰকে ভাবি অবাক হৈ থাকোঁতে যোগমায়াই তাইৰ মুখলৈ চাই ৰ'ল। বহুত দিন তাই তাইক দেখা নাই। এইখিনি দিনৰ ভিতৰতে পাৰ্বতীৰ বয়স যেন বহুত বাঢ়ি গ'ল। মুখখন ভাগি গ'ল। মুখৰ সেই ৰং নাই। চকুৰ সেই পোহৰ নাই।

অলপ সময় চাই থাকি যোগমায়াই সুধিলে, "প্ৰও মহানন্দ আছেনে?"

"আছে। শুই আছে।" পাৰ্বতীয়ে যেন কথা কোৱাৰ সুবিধা পাই সকাহ পালে।

"মাতাচোন। মই তেওঁৰ লগত কথা দুটামান পাতিব খুজিছোঁ।" ---কথাখিনি কৈয়েই যোগমায়া ছোফা এখনত বহিল।

পাৰ্বতী থৰ লাগি থিয় হৈয়েই ৰ'ল। অলপ পাছত যোগমায়াই আকৌ ক'লে, "কি হ'ল? যোৱাচোন, তেওঁক মাতিছে বুলি কোৱাগৈ।"

পাৰ্বতীয়ে সৰু মাতেৰে ক'লে, "আপুনিনো কিয় আহিল? জানেই দেখোন কথাবোৰ কেনেকুৱা হৈছে! আপোনাক দেখিলে বা তেখেতে কেনেকুৱা কৰে! মোৰ ভয়েই লাগিছে। আপুনি নহ'লে এতিয়া যাওকগৈ। মই তেখেতক সুধিম; তেখেতে যদি আহিবলৈ কয় তেনে-হ'লে মই খবৰ পঠাম, তেতিয়া আপুনি আহিব।" ---পাৰ্বতীয়ে ভয়ে-ভয়ে এবাৰ ভিতৰৰ ফালে চালে।

যোগমায়াই ক'লে, "নহয় বুইছা। ভয় কৰিবলৈ কিটো আছে? বৰ বেছি তেওঁ মোক মৰা-কটাহে কৰিব! আৰুনো কিটো কৰিব? মই তেওঁৰ হাতত মৰিম বুলিয়েই আহিছোঁ। যোৱা, জগুৱাই দিয়াগৈ।"

পাৰ্বতীয়ে অসহায়ভাৱে যোগমায়াৰ মুখলৈ চাই ৰ'ল। যোগমায়াই ক'লে, "মই তেওঁৰ লগত কথা নপতাকৈ উভতি নাযাওঁ বুলিয়েই আহিছোঁ। তুমিও মোক আগফালৰ চোতালৰ পৰাই খেদিবা বুলিহে ভাবি আহি-ছিলো। নেখেদিলা যেতিয়া ভালেই হ'ল। তুমি ভয় নকৰিবা। মই তেওঁৰ লগত সমানে-সমানে লাগিলেহে অশান্তি হ'ব! মই তেনেকুৱা একো নকৰোঁ। যোৱা; তেওঁক মাতি আনাগৈ।"

ম্রাওঁ-নাম্রাওঁকৈ পাৰ্বতী সোমাই গ'ল।

ঘৰত ল'ৰাকেইটাও নাই হ'বলা। বহুত সময়লৈ ঘৰখনৰ ভিতৰত ক'তো শব্দ এটা শুনা নগ'ল। বাহিৰত কাউৰীকেইটামানে ৰমলিয়াই আছিল। যোগমায়াই ছোফাখনত আঁউজি, চকু মুদি, দীঘল-দীঘলকৈ উশাহ লৈ বহি থাকিল।

পোন্ধৰ মিনিটমানৰ পাছত ক'ৰবাত দুৱাৰ এখন খোলাৰ শব্দ হ'ল, আৰু তাৰ পাছত ছেণ্ডেলৰ শব্দ আগবাঢ়ি অহা শুনা গ'ল। যোগমায়াই চকু মেলিলে। পোন হৈ বহি তাই ওৰণিখন ঠিককৈ ললে।

মহানন্দ আহি ভিতৰফালৰ দুৱাৰমুখত থিয় হ'ল। তাৰ চকু-মুখ ফুলি আছিল। চকু দুটা ৰঙা হৈ আছিল। সি কোঠালিটোলৈ সোমাই অহাৰ পাছত পাৰ্বতী দুৱাৰমুখত থিয় হ'লহি। মহানন্দই তাইক ক'লে, "তুমি ইয়ালৈ আহিব নালাগে বুলি কৈছিলো নহয়। যোৱা।"

অসময়ত বহুত দেৰীলৈকে শোৱাৰ কাৰণেই হ'বলা,—মহানন্দৰ মাতটো গেৰগেৰীয়া হৈ আছিল।

পাৰ্বতীয়ে এবাৰ যোগমায়াৰ চকুলৈ, এবাৰ মহানন্দৰ চকুলৈ চাই তলমূৰ কৰি আঁতৰি গ'ল।

অলপ পাছত মহানন্দই যোগমায়াক সুধিলে, "মোৰ ঘৰত ভৰি দিবলৈ সাহ কেনেকৈ হ'ল?"

"বহাচোন তুমি।" —যোগমায়াই ক'লে।

"আগতে মোৰ কথাৰ জবাব দিয়ক। ইমান সাহ কেনেকৈ হ'ল? এতিয়া ইয়াত কি কৰিবলৈ আহিছে?" মহানন্দই ধমকি মাৰি সুধিলে।

অলপ পাছত যোগমায়াই অতি দুৰ্বল মাতেৰে ক'লে, "মৰসাহ কৰিয়েই আহিছোঁ মহানন্দ। কথা কেইটামান ক'বলৈ আহিছোঁ। কথাকেইটা শুনি লোৱা। তাৰ পাছত লাগে যদি চোঁচোৰাই নি পিছফালে পুতি থৈ দিবা। ভালে-ভালে উভতি যাবলৈ পাম বুলি মই অভাই নাই। চিএগৰ-বাখৰতো তোমালোক এটাইখনে বহুত কৰিছা; দৰকাৰ হ'লে কৰিবাও; এতিয়া—এই অকণমান সময় মনে-মনে মোৰ কথাকেইটা শুনি লোৱা বোপা।"

মজিয়াৰ ফালে চাই যোগমায়াই কথা বন্ধ কৰিলে। মহানন্দই খিৰিকিৰ পৰ্দাৰ ফাকেদি বাহিৰলৈ চাই বহি আছিল। সি এবাৰ কেৰা-হিকৈ যোগমায়াৰ ফালে চালে।

মানুহজনী আগতকৈ শকত হৈছে। কপালৰ আগৰ চুলিবোৰ ভালকৈ পকিল। উকা চাদৰৰ ওৰণিখনেৰে মানুহজনীক গহীন দেখা গৈছে।

যোগমায়াৰ দুৰ্বল মাতটো শুনি ভিতৰত ভাবি অহাৰ নিচিনাকৈ চিএগৰিবলৈ মহানন্দৰ মন নগ'ল।

অলপ পাছত যোগমায়াই কথা আৰম্ভ কৰিলে। "তুমি,—তোমালোকে কোৱা কথাখিনিকেই সঁচা বুজিছা?"

মহানন্দই গোনে-গোনে যোগমায়াৰ চকুলৈ চালে। অলপ সময় চাই থাকি সি সুধিলে, "কি কথা?"

"তেখেত—তোমাৰ দেউতাৰা বৰ ভাল মানুহ আছিল। তোমালোক সকলো ভাল মানুহ। আমাৰ ঘৰৰো আই-বোপাই-ককাই-ভাই সকলো ভাল মানুহ আছিল। মইহে বৰ বেয়া মানুহ আছিলোঁ। ইহঁত,—লক্ষেশ্বৰ ককাইহঁতে প্ৰথমতে কথাবোৰ ভালকৈ বুজা নাছিল। সিহঁতে মোকো ভাল মানুহ বুলি ভাবিছিল। এতিয়া সিহঁতেও বুজিছে,—ময়েই বদমাচ আছিলো। গৌৰী যে,—তায়ো বুজিছে,—এতিয়া তোমালোক বজাৰ সুখত থাকিব লাগিছিল। মোৰ কাৰণেহে আজি তোমালোক ইমান দুখত আছা। মোৰ কাৰণেহে তোমালোকৰ ইমান লটিঘটি হৈছে। সেইকাৰণে তাই তোমালোকৰ লগ লাগিব খুজিছে। তোমালোকৰ দুখ নাইকিয়া কৰিব খুজিছে। তাইৰ মনৰ কথা এতিয়া তাইৰ বাপেকেও বুজিছে, মাকেও বুজিছে। আৰু ময়ো বুজিছোঁ।"

যোগমায়া অলপ পৰ ৰ'ল। তাৰ পাছত তাই আৰু সৰু মাতেৰে ক'লে, "সেইকাৰণে এতিয়া তোমালোক সকলোৱে লগ লাগি কি কৰিলে তোমালোকৰ সুখ হয়, তাৰ ব্যৱস্থা কৰা। মোৰ ল'ৰা-ছোৱালীহাল—অকণ আৰু ৰাধাৰ কাৰণে তোমালোকে একো কৰিব নালাগে; কেৱল এতিয়া সিহঁতৰ ওপৰত অত্যাচাৰ নকৰিবা। তেখেত বৰ ভাল মানুহ আছিল। মই বেয়া আছিলো যদিও তেখেতে মোক অকণমান মৰম কৰিছিল। বেয়া হ'লেও ইহঁতহাল সেইজন মানুহৰে ল'ৰা-ছোৱালী। সেইকাৰণেই ইহঁতহালক এতিয়া তোমালোকে এইকণ মৰম কৰা। মোৰ নিচিনা বেয়া মানুহকো তেখেতে ইমান ভাল পাইছিল;—তুমিও দেউতাৰাৰ নিচিনা হ'ব নোৱাৰিবা জানো?"

বৈ-বৈ, লাহে-লাহে, যেন বৰ যত্ন কৰি যোগমায়াই কথাখিনি ক'লে। তাৰ পাছত তাই বহুত সময় মনে-মনে থাকিল। মহানন্দই বুকুত থুঁতৰি লগাই নিজৰ কোলালৈকে এক দৃষ্টিৰে চাই বহি ৰ'ল। পাৰ্বতী পিছ বাৰান্দাৰ যেৰত, দুৱাৰখনৰ ওচৰতে, আঁউজি আছিল। বহুত সময় কাৰো মাতবোল নুশুনি তাই এবাৰ পৰ্দাৰ কাষেদি জুমি চালে।

"দলিল-পাতিবোৰ লাগে যদি ক'বা। সেইবোৰ দি দিম। অকণ আহিলেই আমি তোমালোকৰ চকুৰ আগৰ পৰা আঁতৰি যাম। গৌৰীয়ে তোমালোকৰ ঘৰখনক ইমান ভাল পায় যেতিয়া লক্ষেশ্বৰ ককাইহঁতেও পাব। সিহঁতৰ ওপৰত কোনো বেয়া ভাব নাৰাখিবা। সিহঁতক আমনি নকৰিবা। শান্তিৰে থাকিবলৈ দিবা।"

যোগমায়া থিয় হ'ল। পাৰ্বতী কোঠাজিটোলৈ সোমাই আহিল। "ঘৰলৈ নে কি?" —তাইৰ মুখেদি কথাষাৰ আপোনা-আপুনি ওলাই গ'ল।

যোগমায়াই নিঃশব্দে মূৰ দুপিয়াই দুৱাৰৰ ফালে আগ বাঢ়িল। পাৰ্বতী তাইৰ পিছে-পিছে গ'ল। ছিৰিয়েদি নামিবৰ সময়ত যোগমায়াই সেই একে সুৰেৰে, মহানন্দক কৈ থকাৰ নিচিনাকৈয়ে ক'লে, "এজন ভাল মানুহক এনেকৈ দুফালৰ পৰা টনা-আঁজোৰা কৰি থাকিব নাপায়। এনেয়ে পাপী, তাতে আৰু পাপ বঢ়াব নোখোজোঁ।"

গে'টৰ ওচৰ পাই যোগমায়া ৰ'ল। পাৰ্বতীৰ ফালে উভতি তাই ক'লে, "তুমিও বুজাই ক'বা। মোৰ ল'ৰা-ছোৱালীহঁতৰ বাহিৰে দেউতাকৰ যিমান সম্পত্তি আছিল, সেই এটাইবোৰ মহানন্দৰে সম্পত্তি। তেওঁ যেন আৰু চিন্তৰ-বাধৰ নকৰে। অকণ নহ'লেকে যেন তেওঁ মনে-মনে থাকে। মোৰ এইটো কথা নুশুনিলে কথা বেয়া হ'ব বুলি ক'বা।"

পাৰ্বতীয়ে দেখিলে—যোগমায়াৰ চকুযোৰ হঠাতে উজ্জ্বল হৈ উঠিছে। অকণমান আগতে দেখা চকুযোৰৰ লগত এইযোৰ চকুৰ যেন অলপো মিল নাই।

গম্ভীৰ খোজেৰে যোগমায়া বাটলৈ ওলাই গ'ল।

পাৰ্বতী যেতিয়া বহা-কোঠালৈ উভতি আহিল, মহানন্দ তেতিয়াও তেনেকৈয়ে বহি আছে। যোগমায়া গ'ল বুলি যেন সি ক'বই নোৱাৰে।

ৰাধা, লক্ষেশ্বৰ আৰু ভবাই আগফালৰ বাৰান্দাৰ পৰা বাটলৈ চাই আছিল। দূৰত যোগমায়াক দেখি সিহঁতে যৰ সকাহ পালে। ৰাধাই গে'টৰ ওচৰলৈ আগবাঢ়ি আহি সুধিলে, "কলৈ গৈছিলি?"

যোগমায়াই একো উত্তৰ নিদিলে। তাই ছিৰিত ভৰি দিওঁতে লক্ষেশ্বৰে সুধিলে, "কলৈ গৈছিলি?"

বাৰান্দালৈ উঠি যোগমায়াই গম্ভীৰ মাতেৰে ক'লে, "তহঁতে মহানন্দৰ লগত ফেঁপেৰি পাতি নলবি। তেওঁকো মই মানা কৰি থৈ আহিছোঁ, তহঁতকো ক'লো।"

তাইৰ কথা, আৰু কথা কোৱাৰ সুৰটো শুনি ৰাধাহঁত অবাক হ'ল। লক্ষেশ্বৰে ক'লে, "কি হ'ল কথাবোৰ ভাঙি কচোন।"

"ভাঙি ক'বলৈ একো নাই। মোৰ ল'ৰা-ছোৱালীহঁতৰ বাপেকৰ চিন নাই। সিহঁতৰ যি হয় হ'ব। কিন্তু তহঁতৰ কথাবোৰতো তেনে-কুৱা নহয়। তহঁত ছিজিল লগাই ঘৰ-সংসাৰ পতা মানুহ। তহঁতে

তইঁতৰ বাস্তা ঠিক বাখিবি। মোৰ লগত, মোৰ ল'ৰা-ছোৱালীৰ লগত লেটিপেটি নকৰিবি। ইমান দিনে মোৰ কাৰণে তইঁতে যি কৰিলি, তাৰ কাৰণে অহা জনমত তইঁতৰ গেবাৰি খাটি দিম। এতিয়া কেনেকৈ তইঁতৰ সুখ হয়, তাৰ চিন্তা কৰ। মোৰ পাপৰ কাৰণে তইঁতে যাতে আৰু ভুগিব নালাগে, তাৰ ব্যৱস্থা কৰ।"

লক্ষেশ্বৰ আৰু ৰাধাই যোগমায়াৰ কথাৰ মাজতে "ভই"---"শুনচোন" ---ইত্যাদি শব্দ কেইটামান উচ্চাৰণ কৰিলে, কিন্তু যোগমায়াই সেইবোৰলৈ কেৰেপকে নকৰিলে। কথাখিনি শেষ কৰি তাই ভিতৰলৈ সোমাই গ'ল। ৰাধা তাইৰ পিছে পিছে গ'ল। লক্ষেশ্বৰ আৰু তৰা বাৰান্দাত অবাক হৈ থিয় হৈ ৰ'ল।

ভিতৰত ৰাধাই মাকক আগচি ধৰি ক'লে, "কি হ'ল কচোন!"

যোগমায়াই বেৰৰ কাষলৈ গৈ বাকচ এটাৰ পৰা চাবি একোছা উলিয়াই বিছনাৰ ওপৰলৈ দলিয়াই দি ক'লে, "সৌটো বাকচতে মাটিৰ দলিলসোপা আছে। তাক দি আহগৈ। যি য'ত বাকী থাকিল, মহানন্দৰ লগ লাগি সিহঁতেই খাওক।"

যোগমায়াৰ মূৰ্তি দেখি ৰাধাই ভয় খাই গ'ল। তাই মাকৰ সমুখলৈ গৈ---"ভইনো এইবোৰ কি কথা কৈছ? ৰহচোন"---বুলি মাকৰ বাহুত ধৰিলে। যোগমায়া আলনাডালৰ ফালে আঁতৰি গ'ল। পুৰণি চাদৰ এখন হাতলৈ লৈ তাই ক'লে, "তোকো কৈছোঁ, অকণ নহালৈকে এইখন ঘৰত আলহী থকা দি থাক। সি আহিলেই ইয়াৰ পৰা ওলাব লাগিব।" তাৰ পাছত তাই আঁজুৰি-এছাৰি কাপোৰ সলাবলৈ ধৰিলে।

ৰাধাৰো হঠাতে খং উঠি গ'ল। তাই ক'লে, "সি অহালৈ বাট চাব লাগিছে কিয়? তইঁত এটাইখনে যদি এনেকুৱা কৰ, তেনেহ'লে মই আজিয়েই ওলাম। কলৈ গৈছিলি, কাক কি কৈ আহিলি, কথাবোৰ ভাঙি-পাতি কৰি নে বলিয়াৰ নিচিনাকৈ বকি থাকিবি?"

"ভাঙি-পাতি ক'বলৈ কিটো আছে? চৰভো দেখিয়েই আছ, শুনি-য়েই আছ! মই পাপী মানুহ। মোৰ লগত লাগি থাকোঁতে তাৰ---লক্ষেশ্বৰ ককাইটিৰ জীৱনটোও নষ্ট হ'ল। মোৰ পাপৰ কাৰণে এতিয়া তাৰ নিজৰ ল'ৰা-ছোৱালী লৈ সুখেৰে সংসাৰ কৰিব নোৱৰা হ'ল। তোৰ বাপেৰে মহানন্দক দিবলগীয়া মাটি-বাৰী-সম্পত্তি মানুহটোক ফুচুলাই মই হাত কৰিলো। এইবোৰ খামোচ মাৰি ধৰি আছোঁ কাৰণেই মোৰ শান্তি হোৱা নাই। তুই একুৰা সাবটি মাৰি ধৰি বহি আছোঁ।"

খোলা দুৱাৰখনৰ বাহিৰত থিয় হৈ থকা লক্ষেশ্বৰৰ আৰু সহ্য নহ'ল।

সি সোমাই আহিল। বিমোৰত পৰা সুৰেৰে সি সুধিলে, "তই আজি এনেকুৱা কথা কিয় কৈছ?"

"কেনেকুৱা কথা কৈছোঁ?" —যোগমায়া জাও্ ৰ খাই উঠিল। মাতটো আৰু বেছি টান কৰি তাই ক'লে, "মিছা কথা কৈছোঁ নে কি? তোৰ জীয়েৰে মিছা কথা কৈছে নে কি? মই মোক মূৰ্খ মানুহ কাৰণে কথাবোৰ নুবুজিলো; তোৰ জীয়েৰতো মোৰ নিচিনা মূৰ্খ নহয়! তোৰ জীয়েৰে মিছা কথা ক'ব নে কি? তাইৰ কথা শুনি তই মোক নিজ মুখেৰে যিখিনি কথা কলি, সেইখিনি মিছা কথা কলি নে কি?"

"মই কি ক'লো?" —লক্ষেশ্বৰে হতভম্ব হৈ সুধিলে।

"কি কলি নিজে মনত পেলাচোন। গোটেই জীৱনটো খঙিয়াল কৰোঁতেই গ'ল;—নিজৰতো একো নহ'লেই, এতিয়া ল'ৰা-ছোৱালীৰ দিনো তেনেকৈয়ে যাব;—বিকচিনা লাগিছে;—এইবোৰ কিবা পাপৰ ফল;—এইবোৰ কথা কোনখন মুখেদি ওলাইছিল? এতিয়া আৰু কথা নবঢ়াবি। মুঠতে তোৰ জীয়েৰে মহানন্দৰ পুতেকক বিয়া কৰাব; মোৰ পাপৰ কাৰণেই তাইৰ বিয়াখন হোৱা নাই। এতিয়া তইঁত আৰু মহানন্দ এঘৰ হ। এই মাটি-সম্পত্তি তইঁতে খা। মই মহানন্দকো কৈ আহিছোঁ। আজিৰ পৰা এইজনী ছোৱালীয়ে সকুলৰ দৰমহা পাই যিকেইটা পইচা ঘৰলৈ আনে, তাৰ বাহিৰে যেন ফুটা কড়ি এটাৰ বাবেও মই চুবলগীয়া নহয়।" —যোগমায়াই ৰাধাৰ কালে আও্ লিয়াই ক'লে।

"তই মুখত যি আহে তাকে এককালৰ পৰা কৈ যাবি নে কি? আমাক একো ক'বলৈ নিদিবিয়েই নে কি? তই বাৰে-বাৰে গৌৰীৰ কথাটো কিয় কৈ আছ? তাই ভুল কৰিছে; সেইবুলি সেইখন নিয়া পাতিব পাৰি নে কি? —লক্ষেশ্বৰৰ মাতত্তো তৰ্কৰ সুৰ ফুটি উঠিল।

যোগমায়াই অবাক হৈ এক মুহূৰ্ত লক্ষেশ্বৰৰ মুখলৈ চাই ৰ'ল; তাৰ পাছত ক'লে, "কি কলি? এতিয়া সিহঁতহালৰ বিয়া নিদিয়াকৈ থাকিব পাৰিবি নে কি? সিহঁতৰ বিয়া হ'বলৈ আৰু কিটো থাকিল?" তাৰ পাছত ৰাধালৈ আও্ লিয়াই তাই ক'লে, "অতুলৰ বাহিৰে এইজনীক এতিয়া আন কাৰোবালৈ বিয়া দিব পাৰি নে কি?"

"তই ঘৰৰ মানুহজনী হৈ এনে কথা কয়? তাইক সেইটো ল'ৰালৈ বিয়া দিব পাৰি? সিহঁতে ভুল কৰিলে বুলি আমি ডাঙৰ মথায়ো—"

যোগমায়াই লক্ষেশ্বৰক কথা শেষ কৰিবলৈ নিদিলে। অধৈৰ্য্য হৈ তাই চিঞৰি উঠিল, "তেনেহ'লে মোক তইঁতে এইখিনি পোৱাইছিলিহি কিয়? মই ভুল কৰিলো কাৰণে তইঁত আই-বোপাই-ককাই এই ডাঙৰ মথাই মোক এই হাবিখনৰ মাজত সুমুৱাইছিলিহি কিয়?" —অলপ পৰ লক্ষেশ্বৰৰ চকুলৈ চাই থাকি, উশাহটো সলাই লৈ তাই আকৌ ক'লে, "আৰু

কথা নভৱাবি স্না। এইখন বিয়া পাতিবলৈকে তাই মোক পাপী পাতিলে। মই চকু মুদি আছিলো, তাই মোৰ চকু মোকলাই দিলে। মই বাৰু সেইটো কথাও এৰিলো; কিন্তু তাইতো অৰুণৰ কথা ভাবিব লাগিছিল! এই বায়েকজনীৰ কথা ভাবিব লাগিছিল! সি মহানন্দই কেনেকৈ আমাৰ ভিডিয়েদি ভাত নসৰকা কৰিছে সেই কথাটোতো ভাবিব লাগিছিল! তাইৰ মানত, তইঁতৰ মানত এতিয়া এইবোৰ চৰ মোৰ পাপৰ ফল। মা। ওলাই মা। মোক আৰু জোকাই নলবি।"

যোগমায়া নিজে ওচৰৰ অৰুণৰ কোঠালিটোলৈ সোমাই গ'ল। অলপ পৰ ভলমূৰকৈ থিয় হৈ থাকি লক্ষেশ্বৰ ওলাই গ'ল। তৰা এখোজ-এখোজকৈ আগুৱাই আহি দুৱাৰখনৰ ওচৰ পাইছিলহি, তায়ো লক্ষেশ্বৰৰ পিছে-পিছে আঁতৰি গ'ল।

ৰাধা অৰুণৰ কোঠালিলৈ গ'ল। মাকক তাই কিবা এটা ক'ব খুজিছিলহে, ক'বলৈ নাপাওঁতেই মাকে ক'লে, "মানুহ দুটামান লগাই সেইফালে চালি এখন দি বেলেগে বন্ধা-বঢ়াৰ ব্যৱস্থা কৰ। মই আৰু সেইটো পাগঘৰত নোসোমাওঁ।"

ৰাধা বিছনাখনৰ এচুকত বহিল। তাইৰ কথা ক'বলৈ শক্তি নোহোৱাৰ নিচিনা লাগিল।

যোগমায়াই সঁচাকৈয়ে পাগঘৰলৈ যোৱা বাদ দিলে। তৰাক তাই ক'লে,—তৰাৰ লগত তাইৰ কাজিয়া-পেঁচাল একো নাই। তৰাৰ লগত বুলিয়েই নহয়, তাইৰ এনেয়েও যেতিয়াই-তেতিয়াই কথা পাতিবলৈ মন নাযায়। গতিকে যেতিয়া মন যাব, তেতিয়া তাই তৰাৰ লগত কথা পাতিব; যেতিয়া মন নাযায় তেতিয়া নাপাতে। তৰাই যেন বেয়া নাপায়। আৰু বেয়া পোৱা—ভাল পোৱা নো কি! এতিয়া যোগমায়াক সেইবোৰ বেয়া পোৱা-ভাল পোৱাই নোচোৱেই।

ৰাধাই যোগমায়াক তাইৰ কোঠালিতে খোৱাবোৱাৰ যোগান ধৰে। বেলেগ পাগঘৰ এটা সজোৱাৰ কথাটো তাই ভল পেলাই থলে। যোগমায়াৰ অন্নপ্যে খোৱাবোৱাৰ কোনো ছিজিলো নোহোৱা হ'ল। কেতিয়াবা তাই ৰাধাই চাহ-ভাত অনাৰ লগে লগে খাই পেলায়, কেতিয়াবা মাজ নিশা খায়, কেতিয়াবা নাখায়েই।

গৌৰীও ধোৱা-পখলাৰ বাহিৰে আইন কামত বাহিৰলৈ নোলায়েই। দুৱাৰ-খিৰিকি বন্ধ কৰি তাই বিছনাতে পৰি থাকে। নবীন-তিলকহঁতে তাইৰ কোঠালিত ভৰিয়েই নিদিয়ে; লক্ষেশ্বৰে সেইফালে মুখকে নকৰে, আৰু তৰাৰ তাইক দেখিলেই খঙো উঠে, কান্দোনো ওলায়। তাইকো

ৰাধাই কোঠালিতে চাহ-ভাত দি যায়; এসময়ত ৰাচন-বৰ্তনবোৰ লৈ যায়; কি খালে কি নাখালে সেইবোৰলৈ চকু দি কথা খৰচ নকৰে। কিন্তু নাখালি বুলি সুধি লাভো নাই।

কেইদিনমানৰ পাছত এদিন ৰাতি,—সকলো বিছনাত পৰাৰ পাছত,—ৰাধাই গৌৰীৰ বিছনাৰ চাদৰখন সলাই দিলে; আলনাৰ কাপোৰ-কানিবোৰ জাপি-কুচি অলপ ছিজিল লগালে; তাৰ পাছত তাই অন্তৰঙ্গভাবে গৌৰীৰ বিছনাতে বহিল। গৌৰীয়ে বেৰত আঁউজি, ভৰি মেলি বিছনাত বহি আছিল। ৰাধা বহা দেখি তাই এবাৰ তাইলৈ চালে, তাৰ পাছত এটা-এটাকৈ নিজৰ হাতৰ আঙুলিৰ নখবোৰ চাবলৈ ধৰিলে।

বহুত সময় কোনেও কথা নক'লে।

এসময়ত ৰাধাই একেবাৰে সৰু মাতেৰে সুধিলে, "তইঁতে এইবোৰ ধেমালি কৰিছ নে সঁচাকৈয়ে বিয়া-বাৰুৰ কথা ভাবিছ?"

গৌৰীয়ে উত্তৰ নিদিলে।

ভালেমান সময়ৰ মূৰত ৰাধাই আকৌ ক'লে, "কচোন। আইনক নক'লেও মোক কথাবোৰ ক। তইঁতৰ অপকাৰ কৰিবলৈ মোৰতো শক্তিয়েই নাই; —দেখিছই দেখোন!"

গৌৰীয়ে ক'লে, "আমি ধেমালি কৰা নাই।"

"ৰামক বিয়া কৰাবি?"

গৌৰীয়ে এনেকুৱা এটা ভংগীৰে নখবোৰলৈ চালে যে ওঁ বুলি নক'লেও হয়।

"ৰামে কৰাব?"

"তেওঁ নকৰালে মই কৰাব পাৰোঁ। নে কি?"

"যদি বিয়াই কৰাব, তেনেহ'লে এই ৰাতি-ৰাতি লগ পোৱাৰ ধেমালি-বোৰ কিয় কৰিলি?"

"দিনত লগ পোৱাৰ উপায় থাকিলেহে!"

আকৌ বহুত সময় মনে-মনে থাকি ৰাধাই সুধিলে, "আমি কোন, ৰামহঁত কোন,—এইবিলাক কথা নাভাবিলি?"

"কিয় নাই ভবা? বহুত ভাবিলো।"

"ভাবি কি পালি?"

"যিটো সঁচা, তাকে পালো। আমি কোন, ক'ৰ মানুহ, সেইবোৰ ভাওৰ কথা নহয়। আমাৰ কাৰণে আমি দুটাৰ কথাহে ভাওৰ।" অলপ ৰৈ গৌৰীয়ে ক'লে, "আগতে এবাৰ ভাবিছিলো, আমি দুটায়েই এদিন এই দুখন ঘৰ লগ লগাই দিম। তাৰ পাছত ভাবিলো,—ইহঁতৰ মাজতে থাকি, ইহঁতৰ লগত যুদ্ধ কৰি এটাইখনকে এদিকনি দিম। এতিয়া ভাবিছোঁ—নালাগে; ইহঁতৰ কাৰো ছাঁটোও যেন দেখিবলৈ নাপাওঁ।"

“ভেনেহ’লে কি কৰিবি?”

“কবৰবালৈ গুচি যাম।”

ৰাধাই অলপ পাছত সুধিলে, “সিতো এতিয়াও সৰু ল’ৰা। কবৰবালৈ গুচি গৈ খাবি কি?”

“খাবলৈ নাপালে মৰিম। যিকেইটা দিন বাচি থাকোঁ, সেইকেইটা দিনতো এই নৰকখনৰ পৰা বাচি থাকিব পাৰিম!” অলপ পাছত গৌৰীয়ে আকৌ ক’লে, “এতিয়া আৰু মোৰ মৰিবলৈও ভয় নাই।”

“ভাবি চাবি---ভুল কৰিবি নে কি। অইনে নাপালেও মোমাইদেউ-মামীয়ে বৰ কষ্ট পাব।” ---ৰাধাই গৌৰীৰ গাৰুটোতে মূৰ থৈ বিচনা-খনত দীঘল দিলে।

গৌৰীয়ে ক’লে, “এতিয়া আৰু ইমানবোৰ মানুহৰ কথা ভাবিবলৈ মোৰ শক্তি নাই। যি ভাবিলো আগতেই ভাবিলো।”

এসময়ত গৌৰীয়েও গাৰুটোৰ বাহিৰ থকা ঠাইকণতে মূৰ থলে। তাৰ অলপ পাছত ৰাধাই ক’লে, “মই তহঁতৰ অভুল ছাৰৰ কাৰণে কেনেকৈ বাট চাই আছোঁ, সেই কথাটোলৈ তই মন কৰা হ’লেও!”

গৌৰীয়ে একো নক’লে। অলপ পাছত তাই চকুপানী মচিলে।

ৰাধা সেই ৰাতি গৌৰীৰ লগতে পৰি থাকিল।

# এবেলিছ

পাছৰ দিনবোৰত মহানন্দ আৰু লক্ষেশ্বৰহঁতৰ ঘৰ দুখন নিজীৱ, স্তব্ধ হৈ ৰ'ল। কি-কি ঘটনা ঘটি গ'ল, সেই বিষয়ে এই দুখন ঘৰৰ পৰা এটা শব্দও নোলাল ; কিন্তু এই দুখন ঘৰৰ বাহিৰে গোটেই চুবুৰিটোৰ বেছিভাগ সময় পাৰ হ'ল---এই দুখন ঘৰত কি-কি ঘটিছে সেইবোৰ কথা লৈ। কিছুমান ছোৱালী আবেলি পৰত লক্ষেশ্বৰহঁতৰ ঘৰৰ আগেদি ফুৰিবলৈ আহে গৌৰীক দেখা পোৱাৰ আশাত। সিহঁতে এই ঘৰটোৰ ফালে আঁৰ চকুৰে চাই যায় ; কিন্তু পুলিছ চাহাবৰ আধাসজা ঘৰটোৰ আগত অলপ ৰবই খোজে। সিহঁতৰ ঘৰটোৰ ভিতৰ সোমাই কোঠালিবোৰ চাবলৈ মন যায়, কিন্তু লাজতে সোমাই নাযায়। চাদৰৰ আগেৰে মুখ ঢাকি সিহঁতে হাঁহে আৰু ফিচিঙা-ফিচিঙি কৰে।

কংগ্ৰেছী, মিলিটেৰি, প্ৰেমিক-প্ৰেমিকা, মদাহী ইত্যাদিৰ কাণ্ড-কাৰখানাবোৰৰ গতিবিধি লক্ষ্য কৰি এচাম ডেকা-ডেও্ৰা মানুহে ঠিক কৰিছিল, ---ৰাতি-ৰাতি এই চুবুৰিটোকে কেন্দ্ৰ কৰি গোটেই অঞ্চলটোত পহৰা দিব লাগে। কেইদিনমানৰ পৰা পহৰা দিয়া কাম আৰম্ভ হৈছে। পহৰা দিয়া ডেকাহঁতে গৌৰীহঁতৰ ঘৰৰ ওচৰ পালেই গান গায় আৰু ডাঙৰকৈ গল-হেকাৰি মাৰি ডিঙি চাফা কৰে।

স্কুলৰ মিলিটেৰি কেম্পৰ মাদ্ৰাজী বিষয়াজনে লেঁকাকৈ হাঁহি, চকু টিপিয়াই গোপাল দোকানীক সোধে, "সেইফালৰ কি খবৰ ?"

গোপালে কয়,---"জানো ! লায়লা-মজনুৰ খবৰেই নাই দেখোন। হেৰাই হৈ গ'ল নে কি !"

তাৰ পাছত মাদ্ৰাজী বিষয়াই সংগোপনে তেওঁৰ মতামত ব্যক্ত কৰে। --গৌৰীক তেওঁ দেখিছে। খুবচুৰত ছোৱালী। কিন্তু ৰাধা,---বাঃ ! ভেৰি বিউটিফুল। গৌৰী যদি পাঁচ, তেনেহ'লে ৰাধা পঞ্চাছ। তাৰ পাছত তেওঁ মাতটো সৰু কৰি সোধে,---"গৌৰী যদি তেনেকুৱা, ৰাধাওতো চাপে কম নহয় ! কি কোৱা ?"

গোপালে কমালেৰে কোঁৱাবিৰ চুক মচি কয়,---"জানো ! পানীৰ তলৰ মাছৰ কথা কি জানিবা ? দেখাতটো একেবাৰে দেৱী গোসাঁনীৰ নিচিনা গহীন-গম্ভীৰ !"

বিষয়াজনে চকু টিপিয়াই কয়,---"এদিন লৈ যজনা মোক সিহঁতৰ ঘৰলৈ।"

"কি কৰিবা সিহঁতৰ ঘৰলৈ গৈ ?"

"আঃ ! যি কৰিব লাগে মই কৰিম নহয়। তুমি খালী মোৰ লগত তাইক চিনাকি কৰি দিয়া।"

"মই নোৱাৰোঁ। সেইবোৰ মোৰ নিজৰ মানুহ। তুমি নিজে যাবা।" ---বুলি গোপালে আমেৰিকান ছিগাৰেট এটা জ্বলালে।

মদৰ নিচাত গোপালে সেইদিনা বিষয়াজনৰ লগত কি কথা পাতিছিল পাছদিনা পাহৰি গ'ল। বিষয়াজনে কিন্তু নাপাহৰিলে। এদিন আবেলি ৰাধা স্কুলৰ পৰা ঘৰলৈ যাওঁতে মানুহজনে পিছ ফালৰ পৰা বেগ দি গৈ ৰাধাক লগ ধৰি ক'লে, "গুড ইভিনিং।"

ৰাধাই থতমত খাই, অবাক হৈ মানুহজনৰ মুখলৈ চালে। তাৰ পাছত তাই খোজ ললে। মানুহজনে হিন্দী-ইংৰাজী মিহলাই ভৰভৰকৈ কৈ গ'ল,---তেওঁ মিলিটেৰি-কেম্পত কাম কৰে। যুদ্ধ আৰু কপালে তেওঁক ঘৰবাৰ পৰা আনি ৰুৰবাত পেলাইছেহি।/ আই-বোপাই, বাই-ভনী, আত্মীয়-স্বজনৰ পৰা ইমান দূৰত তেওঁৰ মনটো ব্যাকুল হৈ থাকে। ৰাধাক তেওঁ কেইবাদিনো দেখিছে। তেওঁৰ---দেখিবলৈ ঠিক ৰাধাৰ নিচিনা---এজনী ফ্রেণ্ড আছিল। তাই ভৰত-নাট্যম নাচিছিল। তেওঁ-লোক দুজনৰ মাজৰ সম্পৰ্ক কি হ'লহেঁতেন, সেইটো ঠিক হোৱাৰ আগতেই হুকুম আহিল---তেওঁ তুৰন্তে যাব লাগে ;---প্ৰথমতে কেলকেতা, তাৰ পাছত একেবাৰে য'ত যুদ্ধ লাগিছে তালৈ। আই-বোপাই, ভৰত-নাট্যম নচা ফ্রেণ্ড---কাকো আৰু কোনোদিনাই দেখা নাপাম বুলি তেওঁ গুচি আহিছে। তেওঁ ভাবি আহিছিল,---এইফালে পায় যদি কেৱল জাপানী দেখা পাব ; কিন্তু ইয়াতো যে ৰাধাৰ নিচিনা ছোৱালী দেখিব, সেইটো তেওঁ ভবাই নাছিল। এই প্ৰবাসত, শুকান, ৰুক্ষ জীৱনত অকণমান ফেমিলি লাইফৰ স্পৰ্শ যে কিমান মধুৰ, তাক কথাৰে প্ৰকাশ কৰিব নোৱাৰি। সেই কাৰণেই আজি তেওঁ ৰাধাৰ লগত কথা পাতিলে। অইন একো নাই।

মানুহজনে কথা শেষ কৰোঁতে তেওঁলোক ৰাধাহঁতৰ পদুলি পাই-ছিলহি। ৰাধাৰ কাণ-মুখ গৰম হৈ গৈছিল। মানুহজনৰ চেঁলেকা চকু দুটাৰ পাক, আৰু ডবলা ওঁঠ দুখনৰ হাঁহি দেখি মাজে-মাজে তাইৰ গাটো জিকাৰ খাই উঠিছিল। পদুলিমুখত কেনেকৈ মানুহজনক এৰা যায়, তাকে ভাবি তাই বিপাঙত পৰিছিল। শেষত---কিডাল ভাবিব লাগিছে ---বুলি মনলৈ জোৰ আনি তাই গে'টেদি সোমাই গ'ল। মানুহজনে থেংক ইউ বুলি, হাঁহি এটা মাৰি উভতি গুচি গ'ল।

তিতৰ সোমোৱাৰ পাছত ৰাধাৰ বেজাৰ লাগিল। ক'ম মানুহে বাটত এনেকৈ মাতিবলৈ সাহ কৰে! কিয় মানুহটোয়ে ইমান সাহস

পা়ে? এইখন ঘৰৰ ভিবোতা মানুহবোৰ এনেকুৱাই। সেইকাৰণে তাৰ বাহিৰেতো আৰু একো কাৰণ নাই!

মানুহজনে আৰু এদিন বাটত আগচি ধৰি ৰাধাৰ লগত কথা পাতিলে, তাৰ পাছত এদিন গধূলিৰ পাছত সিহঁতৰ বাৰান্দাতে উঠিলহি। ৰাধাই খিৰিকিয়েদি মানুহজনক দেখিয়েই লক্ষেশ্বৰহঁতৰ ফালে দৌৰ মাৰিলে। নবীনৰ হাতখনত ধৰি তাই আতুৰভাৱে ক'লে, "সেই মানুহটোক কিবা উপায়েৰে বিদায় কৰি দে।"

কেইদিনমানৰ পাছত, ৰাতি প্ৰায় দহমান বজাত, ৰাধাহঁতৰ ঘৰৰ মুখৰ ফালৰ খিৰিকি এখনত সৰু-সৰু টোকৰ পৰিল। ৰাধা সেই কোঠালিতে শোৱে। তাইৰ টোপনি যোৱা নাছিল। তাইৰ গাটো যেন তৎক্ষণাত অসাৰ হৈ পৰিল। অলপ পাছত আকৌ সৰু-সৰু টোকৰৰ শব্দ। এইবাৰ লগতে এটা চেপা মৰা মাত---ৰাধা, ৰাধা। অলপ পাছত আকৌ টোকৰ, আকৌ মাত,---ৰাধা, মই অতুল।

ৰাধা জাঁপ মাৰি বিছনাত বহিল। তাই ঠিক শুনিছেনে? শুনিছে, ঠিক শুনিছে। আঁঠুৱাৰ মাজৰ পৰা ওলাই আহি তাই দৌৰ মাৰি মাকৰ কোঠালিলৈ গ'ল। মাকৰ গাত জোৰেৰে ঠেলা এটা মাৰি তাই ক'লে, "উঠচোন।"

যোগমায়াৰ টোপনি যোৱা নাছিল। তাই ভয় খাই গ'ল। কি হ'ল?

"দুৱাৰ খোলোঁগৈ বলচোন। অতুল দাদা আহিছে হ'বলা।"

"অতুল?"

"মনে-মনে।"

যোগমায়া বিছনাৰ পৰা নামিল।---"ক'ত? কোনফালে?"

ৰাধা আগবাঢ়িল। খিৰিকিখন লাহেকৈ খুলি চাই পৰ্দাখন আঁতৰালে। বাহিৰৰ পৰা অতুলে ক'লে, "পিছফালৰ দুৱাৰখনকে খুলি দিয়া।"

ৰাধাই দৌৰ মাৰি পিছফালৰ বাৰান্দাৰ পৰা সিহঁতৰ ফালে সোমাব পৰা দুৱাৰখন শব্দ নোহোৱাকৈ খুলি দিলে। অতুলে সোমায়েই ক'লে, "দুৱাৰখন বন্ধ কৰি দিয়া।" তাৰ পাছত সি যোগমায়াক ভৰি চুই সেৱা কৰিলে।

অকণমান সময়লৈ কাৰো মুখৰ মাত নোলাল। ৰাধাই স্থিৰ দৃষ্টিৰে অতুলৰ মুখলৈ চাই ৰ'ল। অলপ পাছত যোগমায়াই ক'লে, "বহা। ইয়াতে বহা। ক'ৰ পৰা আহিলা? খবৰ নাই, খাতি নাই---"

কাষত ওলোমাই অনা কাপোৰৰ মোনাটো মাটিত থৈ অতুল চকী-খনত বহিল। যোগমায়াৰ প্ৰথম চিন্তা হ'ল---অতুলৰ খোৱা-বোৱাৰ।

ভাইৰ কাৰণে ৰাধাই আনি থোৱা ভাত তেতিয়াও সজাই থোৱাতে আছিল; সেইখিনিকে তাই অতুলৰ কাৰণে ঠিক-ঠাক কৰি দিলে। মুখ-হাত? ৰাধাই ক'লে--এতিয়া কলৰ পাৰলৈ যাব নালাগে; ভিতৰতে চৰিয়াটোতে মুখ-হাত ধুই লওক।

অতুলে বৰ ভোকত থকা মানুহৰ নিচিনাকৈ ভাত খাবলৈ ধৰিলে। সি খাই থাকোঁতে যোগমায়াই সুধি গ'ল--সি ইমান দিনে ক'ত আছিল, ভালে আছিল নে, ইয়াৰ পৰা কেতিয়া যাব, কলৈ যাব?

অতুলে ক'লে,--সেইবোৰ বহুত কথা। সি আজি ৰাতিয়েই, পোহৰ হোৱাৰ আগতেই ইয়াৰ পৰা যাব।

"বা--। সিফালে মিলিটেৰি, ইফালে পহৰা দিয়া মানুহ,--কাৰো চকুত নপৰাকৈ চুবুৰিটোত সোমোৱাই টান হ'ল!" --বুলি অতুলে হাঁহিলে।

যোগমায়াই ঠিক কৰিলে,--এইখিনি সময়ৰ অকণমানো তাই নষ্ট কৰা ঠিক নহ'ব। যি শুনিব লাগে, পাছত ৰাধাৰ পৰাই শুনিব বুলি তাই নিজৰ কোঠালিত সোমাল আৰু তাইৰ ফালৰ পৰাই দুৱাৰখনত হুক লগাই দিলে।

চৰিয়াতে মুখ-হাত ধুই, ৰাধাই আগবঢ়াই দিয়া গামোচাখনৰে মুখ মচি অতুলে ক'লে, "মই চব শুনিছোঁ।"

ৰাধা বিছনাত বহিল। আপ্ৰাণ চেষ্টা কৰি তাই মুখৰ শব্দ ওলোৱা বন্ধ কৰিলে। কিন্তু তাইৰ গাটো লৰি-লৰি ঢলি পৰিল। অতুলে কাষতে বহি তাইক বহুৱাবলৈ চেষ্টা কৰিলে; কিন্তু নোৱাৰিলে। ৰাধাৰ গাটো চোওঁতে সি এক অপূৰ্ব, অভিনৱ শিহৰণ অনুভৱ কৰিলে। তাইৰ গাটো যেনেকৈ ধৰি ললে সি তাইক বহুৱাই দিব পাৰিব, তেনেকৈ ধৰিবলৈ তাৰ সংকোচ লাগিল। তাইৰ পিঠিখনত হাত থৈ সি বহি থাকিল।

কিছু সময়ৰ পাছত ৰাধাৰ গাটো স্থিৰ হ'ল। তাই বহি, মুখখন মচি লৈ অতুলৰ ফালে চালে। অতুলে আকৌ ক'লে, "মই চব শুনিছোঁ।"

ৰাধাই সুধিলে, "কি কি শুনিছে?"

"সকলো শুনিছোঁ। হাইস্কুলৰ হাইনৰ'ড নাইকিয়া হ'ল, ৰাম আৰু গৌৰীক মানুহে মাজনিশা বাহিৰত পাইছে; মহানন্দ দাদায়েৰাই তোমাক বাটত ধমকি দিছে, মিলিটেৰি কেম্পৰ মানুহ এটাই তোমাক আমনি কৰিবলৈ লৈছে;--সকলো শুনিছোঁ। মই এতিয়াই অহাৰ কথা নাছিল; কিন্তু এটাৰ পাছত এটাকৈ এই খবৰবোৰ পাই ভাবিলো,--এবাৰ আহি যোৱা ভাল। তোমালোকৰ বৰ কষ্ট হৈছে।"

অলপ পৰ বৈ সি আকৌ ক'লে, "যোৱা দুদিন মই ইয়াতে আছোঁ।"

"যোৱা দুদিন ?" —বাধাই আচৰিত হৈ সুধিলে।

"ওঁ। আগতে কিছুমান কাম কৰি ললো। বেছি ভাগ সময় পলাই থাকোঁতেই যায় নহয়। আৰু এইটো চুবুৰিত সোমোৱাটো বৰ ডাঙৰ কথাই হ'ল দিয়া।"

"কি কাম কৰিছে ?"

"সেইবিলাক পাছত গম পাবা। মই পিছে নিজে একো কৰা নাই। কোনে কি কৰিব তাৰে দিহা-পৰামৰ্শ দিলো।"

বাধাই অলপ সময় মনে-মনে থাকি সুধিলে, "ইমান দিন ক'ত আছিলা?"

কেতিয়াবা বহুত দূৰত, কেতিয়াবা ওচৰতে। অতুলে কৈ গ'ল। সি একেঠাইতে বেছি দিন থকাই নাই। কেতিয়াবা কলিকতা মহানগৰৰ সোঁ-মাজতে আছে, কেতিয়াবা ৰংপুৰ, মৈমনসিং, চট্টগ্ৰামৰ কোনোবা গাঁৱত আছে, কেতিয়াবা ইয়াৰ পৰা কিছু মাইল দূৰতে আছে।

"মই লাইনটো সলনি কৰিলো বুইছা ?" হঠাতে অতুলে ক'লে। "বহুত ভাবি, বহুত দেখি-শুনি বুজিলোঁ,—অৰুণ দাদাৰ লাইনটোৰে একো লাভ নহ'ব। অৰুণ দাদাহঁতক চৰকাৰে জেলত ভৰাই থৈ দিয়ে—বাচ। তেনেকৈ নহ'ব।"

বাধাই তাৰ মুখলৈ স্থিৰ দৃষ্টিৰে চাই ৰ'ল।

"ইয়াত যে ঘৰবোৰত জুই লাগিছিল, সেয়াই আৰম্ভ। পুলিছে ঠিকেই সন্দেহ কৰিছিল। এতিয়া পিছে তেনেকৈ কেবাছিন তেল ঢালি, জুই লগাই, দৌৰ মৰাৰ নিচিনা কাম নকৰোঁ।" অকণমান সময় মনে-মনে থাকি সি আকৌ ক'লে, "বৰ বিপদজনক কাম। কিন্তু কিবা এটা কৰিছোঁ যেন লাগি থাকে। তোমাৰ চিন্তাও অনবৰত মনলৈ আহি থাকে। তোমাৰ দায়িত্বটো নথকা হ'লেতো আৰু সাংঘাতিক কাম কৰিব পাৰিলো-হেঁতেন। কষ্ট হ'লেও—আৰু কিছুদিন বাট চোৱা। শুনিছোঁ— অৰুণ দাদাক বোলে অলপতে এৰি দিব।"

"কোনে কৈছে ?"

"পুলিছৰ মানুহেই কৈছে। দাদা অহাৰ খবৰ পালেই মই এবাৰ আহিম। দাদাই যাতে নাভাবে—মই তেখেতৰ লগ এৰিলোঁ বুলি। তোমালোক কাকো মই এৰিব নোৱাৰোঁ। যেনেকৈ বাচেঁৰে পে হ'লেও এঠাইত আকৌ লগ লাগিব লাগিব।"

অলপ সময় মনে-মনে থাকি অতুলে ৰাধাৰ হাত এখনত ধৰি ক'লে, "মই বৰ কঠুৱা মানুহ হৈ গ'লো বুইছা।"

ৰাধাৰ গাটো জিকাৰ খাই উঠিল।

"এই হাতখনতে বুজিবা।"

ৰাধাই অতুলৰ সোঁহাতখনৰ ডাঙৰ পোৰা দাগটোলৈ চালে। "কি হ'ল হাতখনত ?"

"ডাঙৰ ফটকা এটা হাততে ফুটি গ'ল"—বুলি অতুলে হাঁহিলে। অকণমান সময় অতুলৰ চকুলৈ চাই থাকোঁতে ৰাধাই গম পালে—অতুলৰ ইখন হাতে তাইক আলফুলকৈ সাবটি ধৰিছে। তাইৰ গোটেই গাটো সিৰসিৰাই উঠিল। উশাহটো যেন এঠাইত বৈ গ'ল। এবাৰ তাইৰ বিছনাখনৰ পৰা আঁতৰি যাবলৈ মন গ'ল। অতুলৰ হাত দুখন আঁতৰাই দিবলৈ মন গ'ল। কিন্তু এটা অপূৰ্ব অনুভূতিয়ে তাইক নিশ্চল কৰি ৰাখিলে। এবাৰ তাই মুখখন অকণমান তুলি অতুলৰ চকুলৈ চালে। ইমান বছৰে দূৰে-দূৰে থকা চকুহাল এই প্ৰথম বাৰৰ কাৰণে ইমান ওচৰতে দেখি তাই যেন নিজকে পাহৰি গ'ল। অতুলৰ দৃষ্টিটো তাই বেছি পৰ সহ্য কৰিব নোৱাৰিলে। চকু মুদি, তলমূৰ কৰি, এক মুহূৰ্ত বৈ তাই লাহেকৈ অতুলৰ বুকুত মূৰটো থলে।

মাজৰ কোঠালিৰ ঘড়িটোত তিনি বজাৰ শব্দ হ'ল। শব্দটো মাৰ যোৱাৰ পাছত ৰাধাই অস্ফুট মাতেৰে সুধিলে, "ইয়াৰ পৰা কৰবালৈ গুচি নগ'লে নহয়নে ? বৰ কষ্ট হৈছে।"

"হ'ব ৰবা। এই কষ্টৰ দিন শেষ হ'ব। দিনবোৰ সদায় একেই থাকিবনে ? এইবাৰ যাওঁ দিয়া। ইয়াৰ পাছৰবাৰ আহিলে যাতে একেবাৰে আহিব পাৰোঁ তাৰে চেষ্টা কৰিম।"

ৰাধাই বিছনাৰ পৰা নামি গৈ লাইটটো জ্বলালে। অতুলে থিয় হৈ কাপোৰ-কানিবোৰ ঠিক-ঠাক কৰি মোনাটো কান্ধত ওলোমাই ললে। তাৰ পাছত সি হঠাতে ৰাধাক সাবট মাৰি ধৰিলে। অলপ সময় ধৰি থাকি সি ক'লে, "আচলতে মোৰো যাবৰ মন যোৱা নাই। চাওঁচোন, আৰু এদিনমান থাকিব পাৰোঁ নে কি। থাকোঁ যদি কাইলৈ আহিম। সাৰে থাকিবা।"

তাৰ পাছত ৰাধাক এৰি দি সি ক'লে, "আজি ৰাতিটো মোৰ কাৰণে এটা অপূৰ্ব ৰাতি। যাওঁ দিয়া।"

ৰাধাই যোগমায়াক মাতি আনিলে। অতুলে পানী এগিলাছ খালে। যোগমায়াক সেৱা কৰিলে আৰু তাৰ পাছত পিছফালৰ দুৱাৰেদি ওলাই গ'ল।

ৰাধাই আজ্ঞাৰে-মুজ্ঞাৰে অকণৰ কোঠাজিৰে আহি খিৰিকি এখন খুলি চালে---অতুল কোনফালে কেনেকৈ গৈছে। চুবুৰিত পহৰা দিয়া মানুহবোৰ ঘূৰি ফুৰে, মিলিটেৰি এম, পি, ঘূৰি ফুৰে;---কাৰো চকুত নপৰাকৈ অতুল পাৰ হৈ গ'লেই হয়। সেই'টখনেদি গুলাই যোৱাৰ পাছত ৰাধাই আৰু তাক নেদেখিলে। খিৰিকিৰ ৰতত ধৰি তাই বহুত পৰ থিয় হৈ ৰ'ল। বহুত সময়লৈ তাইৰ বুকুখন ধপধপাই থাকিল, তাৰ পাছত তাইৰ বৰ ভাগৰ লগাৰ নিচিনা লাগিল।

যোগমায়াই ৰাধাৰ বিছনাখনতে বহি তাইলৈ বাট চাই আছিল। এসময়ত ৰাধাই আহি মাকৰ কোলাতে মূৰ থৈ বিছনাখনত দীঘল দিলে। তাই বুজিছিল---অতুলৰ কথা শুনিবলৈ মাক অধীৰ হৈ আছে। মাকে একো নোকোৱাকৈয়ে তাই যিমান খি জানিলে, যিমান যি ক'ব পাৰি সকলো কৈ গ'ল। অকণৰ লাইনৰ পৰা অতুল আঁতৰি যোৱাৰ কথাটো তাই মাকক বুজাই ক'ব নোৱাৰিলে,---তাই নিজেও ভালকৈ বুজা নাছিল কাৰণে।

ৰাধাৰ কথা শেষ হোৱাৰ পাছত যোগমায়াই সুধিলে, "তেওঁ আকৌ কেতিয়াকৈ আহিব ?"

"জানো ! পাৰিলে কাইলৈ আহিব, নোৱাৰিলে কেতিয়া আহে---ক'ব নোৱাৰে বোলে।"

অলপ পাছত যোগমায়ায়ো বিছনাখনত দীঘল দিলে। দুয়োজনী তেনেকৈয়ে পৰি থাকিল। এসময়ত যোগমায়াৰ টোপনি অহাৰ শব্দ শুনি ৰাধাৰ মাকলৈ মৰম লাগিল। মাকৰ কাৰণে তাইৰ দুখো লাগিল। কম দুখত নো মাকে এই ৰাতিখন তাইক অতুলৰ লগত এৰি থৈ যায় নে ?

বাহিৰত পোহৰ হৈ গ'ল, ৰাধাৰ টোপান নাহিল। তাই গেইটৰ ওচৰলৈ গৈ যিমান দূৰলৈকে দেখি চালে। এনেয়ে। লক্ষেশ্বৰইতৰ ফালৰ মানুহবোৰ উঠাৰ পাছত তাই সকলোৰে চকু-মুখলৈ চাই, সকলোৰে লগত কথা পাতি বুজিবলৈ চেষ্টা কৰিলে,---ৰাতি সিহঁতৰ ঘৰলৈ কোনোৰা অহাৰ কথা মানুহবোৰে গম পাইছিল নে কি! তাই মনত পেলাবলৈ চেষ্টা কৰিলে---সিহঁতে ৰাতি প্ৰায় কাণে-কাণে পতাৰ নিচিনাকৈয়ে কথা পাতিছিলতো ? যেতিয়া তাই বুজিলে কোনেও একো গম পোৱা নাই, তাৰ পাছৰ পৰাহে তাইৰ টোপনি-টোপনি লাগিল, চকু দুটা পুৰিছে যেনো লাগিল। স্কুললৈ দৰখাস্ত এখন পঠিয়াই দি তাই অসময়তে বিছনাত পৰিল। তাৰ পাছত বাৰে-বাৰে তাইক যেন অতুলে সাৰতি ধৰিলে। বাৰে-বাৰে তাই উচপ খালে আৰু বাগৰ সলালে।

পাছবেলাহে তাইৰ টোপনি গ'ল। গোটেই পাছবেলাটো শুই থাকি, ৰাতি ভাত খাই, তাইৰ কোঠাজিত এজন মানুহৰ ভাত ভালকৈ সজাই

থৈ ভাই সাৰে থাকিল। তাই এইবোৰ কৰিব আগে কাৰণেহে কৰিছিল; অতুল আহিব বুলি বিশ্বাস কৰা নাছিল। কিন্তু আহিল। ৰাতি চাৰে বাৰমান বজাত অতুলে খিৰিকিত টক-টক কৰিলে।

আজি অতুলে এই ঘৰৰে মানুহৰ নিচিনাকৈ ধীৰে-সুস্থিৰে ভাত খালে। তাৰ পাছত সি ৰাধাৰ কাষত বহিল। ৰাধাৰ সোঁ হাতখনত ধৰি সি ক'লে, "মই যাব লাগিছিল যদিও যাব নোৱাৰিলো। মোৰ কি মন গ'ল জানা?"

ৰাধাই তাৰ চকুলৈ চালে।

"বেয়া নোপোৱা যদি কওঁ।"

"কওক।"

"এতিয়া আৰু মোৰ পাতনি মেলি কথা কোৱাৰ অভ্যাস নাই। কেতিয়া তোমাৰ লগত মোৰ বিয়া হ'ব ক'ব নোৱাৰোঁ। কিন্তু এদিন হ'বই। কালি তোমাক তেনেকৈ লগ পাই যোৱাৰ পাছত মোৰ মন গ'ল,---তোমাৰ লগত---বিয়াখন হৈ যোৱা মানুহৰ নিচিনাকৈ এটা ৰাতি কটাই যাওঁ।"

ৰাধাই তাৰ লগা মানুহৰ নিচিনাকৈ গাৰ চাদৰখন ভালকৈ ললে। তাৰ পাছত তাই মনে-মনে বহি থাকিল। কিছু সময়ৰ পাছত অতুলে সুধিলে, "বেয়া কথা ক'লো নে কি?"

"নাই কোৱা। আপুনি কোৱা কথা বেয়া বুলি মই কেতিয়াও নকওঁ। কিন্তু মাৰ অৱস্থাটো দেখিছে? এনেকৈয়ে চাগে মাৰ এনেকুৱা জীৱনৰ আৰম্ভ হ'ল। কালি ৰাতিয়েই মোৰ মনলৈ এই কথাটো আহিছিল। মোৰ বয়স এতিয়া আঠাইছ বছৰমান হ'ল বোলে। এনেকুৱা বয়সত মা বোলে বুঢ়ীয়েই হৈছিল। ধেমালিতে এদিন মাই নিজেই কৈছিল। আপোনাক এনেকৈ আঁতৰাই নপঠিয়াবলৈ মোৰো মন যায়। কিন্তু মোৰ বৰ ভয় লাগে।"

অলপ ৰৈ তাই ক'লে, "মই গৌৰীক আপোনাৰ কথা কওঁ। তাইৰ কাৰণেও মই মোৰ মনটো টান কৰি ৰাখিব লাগিব। তাইক ভালে ৰাখিবলৈ মই নিজে ভালে থাকিব লাগিব। তাইক হয়তো ওভোতাই আনিব নোৱাৰিব পাৰোঁ, কিন্তু মই ভালে থাকিলে তাইক কথাবোৰ ক'বলৈ মনত এটা জোৰ পাম।"

তাৰ পাছত ৰাধাই ক্ষীণকৈ হাঁহি এটা মাৰি ক'লে, "গৌৰীৰ এতিয়া যিটো বয়স, মইতো সেইটো বয়স কেতিয়াবাই পাৰ হৈ আহিলো;---নহয় জানো? সেইটো বয়সেই পাৰ হৈ আহিব পাৰিলো যেতিয়া---।" কেই মুহূৰ্তমান মনে-মনে থাকি তাই ক'লে, "আপুনিয়েইতো কয়---ইমান দিন ইমান কষ্ট সহ্য কৰিছোঁ যেতিয়া, আৰু কিছুদিন কষ্ট সহ্য কৰোঁ। নহয় জানো? আপুনি বেয়া নাপাব।" ৰাধাই অতুলৰ দুয়োখন হাত নিজৰ হাত দুখনৰ মাজত লৈ কাতৰ দৃষ্টিৰে তাৰ চকুলৈ চালে।

অতুলে একো নক'লে। সি গাৰুত মুখ গুঁজি শুলে। কিন্তু সময়ৰ পাছত সি ৰাধাৰ মুখটো তাৰ বুকুৰ ওপৰলৈ টানি আনিলে। তাৰ পাছত সিহঁত দুয়োটাই যেন কথা নোকোৱাকৈ থাকিবলৈকে ভাল পালে।

তাৰ পাছৰ দিন কেইটাত ৰাধাক এইমাত্র নির্জন ঘাটত গা-ধুই অহা ছোৱালীৰ নিচিনা উজ্জ্বল, মুকলি-মুকলি দেখা গ'ল। আবেলি পৰত তাই নিঃসংকোচে আগফালে ইফাল-সিফাল কৰিলে, নির্ভীকভাৱে ৰাস্তাত খোজ কাঢ়িলে আৰু স্কুলত ল'ৰা-ছোৱালীহঁতৰ লগত হাঁহি-মাতি কথা পাতিলে।

চাৰিদিনমানৰ পাছত কিন্তু ভাই আকৌ কোঁচ খাই গ'ল। মহানন্দৰ কাঠৰ দোকান আৰু গোপালৰ গেলামালৰ দোকানত ৰাতি গুৰুম-গুৰুমকৈ কিবা ফুটিল। গোটেই চুবুৰিটোৰ ঘৰ-দুৱাৰ ঝনঝনাই যোৱাকৈ শব্দ হ'ল। তাৰ পাছত জুই।

দহচকীয়া গাড়ীবোৰত আৰু কেম্পৰ অ'ত-ত'ত ওই থকা মিলিটেৰি-বোৰৰ কিছুমানে তৎক্ষণাত হাতত বন্দুক লৈ নিজৰ-নিজৰ গাড়ী আৰু মাল-বস্তুৰ ওচৰত থিয় হ'ল; কিছুমান জুইৰ ফালে দৌৰিল। চুবুৰিৰ মানুহ গোট খালে তাৰ পাছত।

পাছদিনা মানুহবিলাকে কোৱাকুই কৰিলে—ইমান ডাঙৰ জুই তেওঁ-লোকৰ বহুতে দেখাই নাই। দুয়োঘৰৰে মুঠ বস্তু-বাহানিৰ দুআনামানহে বাচিল। মহানন্দ আৰু গোপাল সর্বস্বান্ত হ'ল। এইটো কথাত কিন্তু কেইবাজনেও আপত্তি কৰিলে। তেওঁলোকৰ মতে মহানন্দ আৰু গোপালক এনেকুৱা দুই-একুৱা জুয়ে একোভাল কৰিব নোৱাৰে।

তাৰ পাছত শুনা গ'ল—এইবোৰ কংগ্রেছীৰে এটা চামৰ মানুহৰ কাম হ'বই লাগিব। মহানন্দ আৰু গোপালে বুলিছৰ মিলিটেৰিক সহায় কৰিছে; গতিকে এওঁলোকক এই শাস্তি দিয়া হৈছে। পিছে কথা হ'ল, —আগৰ বাৰ ঘৰবোৰত জুই লগোঁতে মানুহে আৰু পুলিছে অতুল মাষ্টৰক দোষ দিছিল; কিন্তু এতিয়া?

এই অগ্নি কাণ্ডৰ দুদিনৰ পাছত স্কুলৰ মিলিটেৰি কেম্পৰ মাদ্রাজী বিষয়াজনক ৰাতি আঠমান বজাত ঘনশ্যাম চৌধুৰী পার্কৰ ভিতৰৰ কোনো-বাই ছুৰী মাৰিলে। পেটত,—দুখোচ। দুয়োটা খোচতে আঠ ইঞ্চিমান দীঘল ছুৰী গুৰিলৈকে সোমাই গৈছে। তেওঁক প্রথমতে ইয়াৰ হস্পিটেললৈ, তাৰ পাছত এয়াৰপ'র্টৰ ওচৰত যুদ্ধৰ বাবে সজা মিলিটেৰি হস্পিটেললৈ লৈ যোৱা হ'ল। ভেতিয়ালৈকে তেওঁ অচেতন হৈ আছিল; গতিকে কেনেকৈ কি হ'ল, এই অঞ্চলৰ কোনেও জানিব নোৱাৰিলে।

তাৰ পাছত চুবুৰিটোত বাতি বিবোৰে পহৰা দিছিল, সিহঁতেও সেইটো কাম কৰিবলৈ বাদ দিলে। কাৰণ সিহঁতক বাতি মিলিটেৰিয়ে আগভেটি ধৰি ক'ব মানুহ, কি কথা, কিয় বাতিখন ঘূৰি ফুৰিছা—এই ধৰণৰ পঞ্চাছটা প্ৰশ্ন সুধি জুলুম কৰিবলৈ ধৰিলে। গধূলিৰ পাছত ভয়তে মানুহ বাটলৈ নোলোৱা হ'ল। মিলিটেৰি গাড়ীৰ গৰ্জন আৰু এবোপেলনৰ শব্দ মানুহবোৰৰ কাৰণে বেছি ভয় লগা হৈ উঠিল।

ৰাধাই অকলে-অকলে ঘটনাবোৰ জুকিয়াই চালে। এতিয়া কোনেও নজনা কথা কিছুমান তাই জানে। তাই যে জানে সেই কথাটো কাৰোবাক ক'বলৈ মাজে-মাজে তাইৰ বৰ মন গ'ল; কিন্তু তাই নিজকে সংযত কৰি ৰাখিলে। ঘটনাবোৰৰ কাৰণে মাজে-মাজে তাই উৎফুল্ল হ'ল, মাজে-মাজে ভয়ত শিয়ৰি উঠিল।

চৰকাৰৰ ঘৰৰ পৰা বহুত দিনৰ আগতেই সকলো মানুহকে নিজ-নিজ ঘৰৰ চৌহদত, দৌৰি গৈ সোমাব পৰাকৈ সুবিধাজনক ঠাইত ট্ৰেঞ্চ খান্দি-বলৈ কৈ থকা হৈছিল। বহুতে খান্দিছিল, বহুতে খন্দা নাছিল। সঁচাকৈ বোমা পৰিব বুলি বহুতে বিশ্বাস কৰা নাছিল। পৰিলেও তেওঁলোকৰ ঘৰৰ পৰা বহু আঁতৰত পৰিব বুলি ভাবিছিল। ৰাস্তাৰ কাষত বহুতো ডব্লিউ পেটাৰ্নৰ ট্ৰেঞ্চত সৰু-সৰু ল'ৰাবোৰে ওলোৱা-সোমোৱা খেলিছিল। কিন্তু এতিয়া চৰকাৰে আকৌ সকলোকে জনাই দিলে,—এই কথাটোক কোনেও যাতে সৰু কথা বুলি নধৰে। যি কোনো মুহূৰ্তত বিপদ হ'ব পাৰে; আৰু কিছুমান বিপদত এই ট্ৰেঞ্চটোৱেহে মানুহৰ জীৱন বচাব পাৰে। চহৰখনৰ অমুক-অমুক ঠাইত বোমা পৰিলে কি কি কৰিব লাগিব, সেই বিষয়ে শিক্ষা দিয়া হয়; মানুহবোৰে যেন সেয়া চায়গৈ।

চৰকাৰৰ এই ঘোষণাৰ পাছত নবীন আৰু তিলকে গা-ধোৱা ঘৰটোৰ ওচৰতে ভি পেটাৰ্নৰ ট্ৰেঞ্চ এটা খন্দাৰ ব্যৱস্থা কৰিলে। ৰেলৰ আলিৰ সিপাৰে থানুৰাম আৰু গোপী নামৰ দিন-হাজিৰা কৰা মানুহ দুটা আছে। সিহঁতে বহু দিনৰে পৰা লক্ষেশ্বৰহঁতৰ ঘৰৰ কাম কৰি আহিছে। ট্ৰেঞ্চ খন্দাৰ কামো সিহঁতেই কৰিবলৈ ললে। আচলতে দুদিনৰ কাম; কিন্তু মাজে-মাজে একোজাক বৰষুণ আহি থকাৰ কাৰণে কামটোত চাৰি দিন লাগিল। তৃতীয় দিনা থানুৰামে গৌৰীক হাতেৰে সজা সৰু লেফাফা এটা দিলে। চতুৰ্থ দিনা গৌৰীয়েও তাক সৰু লেফাফা এটা আৰু ৰবৰছিছ ছিচাপে টকা এটা দিলে।

তাৰ চাৰিদিনৰ পাছত এদিন দেখা গ'ল—গৌৰী নাই। তাইৰ কাপোৰ-কানি কিছুমান নাই; তাৰ বাহিৰে কোঠালিটো যেনে আছিল

তেনে চিনেই আছে। বাধাইঁতে পাত-পাতকৈ বিচাৰিছে—কঁইবাৰ ভাই কিবা লিখি থৈ গৈছে নে কি? ক'তো একো নাই।

চিঠি এখন পালে মহানন্দই। ৰিক্সা টনা মানুহ এটাই পদুলিমুখতে মহানন্দৰ ঠিকা কামৰ মহৰীটোৰ হাতত চিঠিখন দি গ'ল—ভিতৰত দিবলৈ।

চিঠিখন ৰামে লিখিছে দেউতাকলৈ। লিখিছে,—আপুনি ককা-দেউতাৰ সন্মানৰ কাৰণেই ইমান চিঞৰ-বাখৰ কৰি থাকে বুলি কয়। কথাটো সঁচানে? আচলতে আপোনাৰ মাটি-সম্পত্তিৰ কাৰণে লোভ বেছি নে ককাদেউতাৰ সন্মানৰ কাৰণে চিন্তা বেছি? এইবোৰ কথা ভাবিব। মই ঘৰ এৰিলোঁ; কিন্তু মই খবৰ লৈ থাকিম। কেতিয়াবা যদি গম পাওঁ—ককাদেউতাৰ সন্মান এনেকৈ উদ্ধাৰ কৰিব নোৱাৰি বুলি আপুনি বুজিছে, তেনেহ'লে মই আপোনাক লগ ধৰিমহি। গৌৰী মোৰ লগত আহিছে। আপুনি যদি সেইটো চুবুৰি এৰি অইন ঠাইত ঘৰ লয়গৈ, আৰু যদি আমাক মাতে, তেনেহ'লে আমি যাম। আমি ক'ত থাকোঁ আপোনালোকক নজনোৱাকৈ নাথাকোঁ।

লগতে আৰু এখন চিঠি;—ৰামে মাকক সম্বোধন কৰি লিখা। সেইখনৰ কথাখিনি হ'ল—মাকে ৰামহঁতৰ কাৰণে চিন্তা কৰিব নালাগে। গৌৰীক মাকহঁতে যেন খং নকৰে। তাই ৰামৰ মাক, দেউতাক, ভায়েক দুটা,—সকলোকে বৰ ভাল পায়। এই নানা ধৰণৰ গণ্ডগোলবোৰ নোহোৱা হ'লে সিহঁতে এতিয়াই এনেকৈ ঘৰ-সংসাৰ পতাৰ কথা নাভাবিলে-হেঁতেন। পিছে যি হয় সকলো নিশ্চয় ভালৰ কাৰণেই হয়।

মহানন্দই কিছু দিনৰ আগৰ পৰাই কথা-বতৰা কমাই আনিছিল। বৰ বেছি দৰকাৰ নহ'লে খুৰা-পকা নকৰিছিল। কেতিয়াবা মহৰী, তলতীয়া ঠিকাদাৰহঁতক কামবোৰ বুজাই দি দিনটো ঘৰতে থাকে; কেতি-য়াবা সকলোকে লগত লৈ হেভ্ৰলেট গাড়ীত উঠি কাম চলি থকা ঠাইলৈ গুচি যায়; দিনটো সেইফালেই থাকে।

ৰামৰ চিঠিখন সকলোৰে পঢ়াৰ পাছত মহানন্দই হাত মেলি ক'লে, "চাওঁ।" চিঠিখন তেওঁ আকৌ পঢ়িলে। তাৰ পাছত তেওঁ শোৱনি কোঠালৈ গ'ল। পাৰ্বতীয়ে ভাবিলে—মানুহটোৱে এতিয়াই মদ খাবলৈ আৰম্ভ কৰিব হ'বলা। পিছে মহানন্দ সেইবোৰৰ ওচৰলৈকে নগ'ল। তেওঁ বিছনাত চিৎ হৈ পৰিল। গোটেই দিনটো তেওঁ কাৰো লগত এআৰ কথাও নাপাতিলে। পাৰ্বতীৰ কথাৰ উত্তৰত কেৱল হুঁ-হাঁ কৰিলে বা মূৰ লৰালে। গধূলিৰ পাছত পাৰ্বতীয়ে নিজে বটল, গিলাচ, পানী—সকলো সৰু মেজ এখনত বিছনাৰ ওচৰতে সজাই দিলে। কিন্তু মহানন্দই সেইবোৰ হাতেৰেই নুচুলে। তাৰ পাছৰ দিনবোৰতো তেওঁ মদ খাবলৈ

নোপোৱা সুৰাসক্ত মানুহৰ নিচিনাকৈ ঘৰটোৰ ভিতৰতে, ভৰ্তি বটল আৰু গিলাছৰ ওচৰে-পাজৰে ঘূৰি ফুৰিলে; কেতিয়াবা সেইবোৰৰ ওচৰতে স্তব্ধ হৈ বহি থাকিল; কিন্তু সেইবোৰত হাত নিদিলে।

তেওঁৰ ঘনিষ্ঠ বন্ধু-বান্ধৱসকলে কথাটো শুনি, অইন কথাৰ চেলু উলিয়াই, আচলতে খবৰ লবলৈ বুলি আহি আগফালৰ বাৰান্দাত চুচুক-চামাক কৰিলেহি; কিন্তু মহানন্দই কাৰো লগত দেখা নকৰিলে। ভিতৰৰ পৰাই গা বেয়া বুলি খবৰ পঠিয়াই তেওঁ সকলোকে বিদায় দিলে। অগ্নি কাণ্ড সম্পৰ্কে পুলিছে চলোৱা অনুসন্ধানটোত মহানন্দৰ প্ৰয়োজন হৈছিল; কিন্তু তেওঁ থানালৈ নগ'ল। ঘৰলৈ অহা পুলিছৰ বিষয়া এজনক তেওঁ ক'লে,—তেওঁৰ এইবোৰ কথাৰ প্ৰতি কোনো আগ্ৰহ নাই। বিষয়াজনে বুজালে —এইটো যদি দুষ্ট মানুহৰ কাম হয়, তেনেহ'লে সেই মনুহটোক বা মানুহবোৰক ধৰা পেলাব লাগিব; নষ্ট হোৱা সম্পত্তিৰ ক্ষতিপূৰণৰ ব্যৱস্থা কৰিব লাগিব। মহানন্দই ক'লে,—তেওঁৰ সেইবোৰৰ কোনো প্ৰয়োজন নাই। যিখিনি বাকী আছে, সেইখিনিতো কোনোবাই জুই লগাই দিলেও তেওঁৰ কোনো আপত্তি নাই।

গোপাল দোকানীয়ে কেইবাদিনো আহি পাৰ্বতীৰ 'লগত কথা পাতি গুচি গৈছিল; কিন্তু এদিন সি মহানন্দৰ লগত কথা পাতিবই বুলি জেদ ধৰিলে। অইন নহ'লেও ব্যৱসায়ৰ কথা কিছুমান সি পাতিবই লাগিব। বহা কোঠালিৰ ছোফা এখনত সি মহানন্দক-লগ-নাপালে-নাযাওঁৰ নিচিনা ভাব এটা লৈ বহি থাকিল।

এসময়ত মহানন্দ ওলাই আহিল। বাকী ছোফা কেইখন খালী হৈ থকা সত্বেও তেওঁ চুকৰ মূঢ়া এটাত বহিল; বহি সুধিলে, "কি হ'ল? ঘৰুৱা কথা নুলিয়াবা। কিবা ব্যৱসায়ৰ কথা আছে যোলে?"

গোপালে ক'লে, "ব্যৱসায়ৰেই কথা। পিছে ব্যৱসায়বনো থাকিল কিটো? তাকে আপোনাৰ লগত পৰামৰ্শ কৰিবলৈ আহিছিলো। এই-বিলাকৰ একো বিচাৰ নহ'ব নে কি? দিনে-ৰাতিয়ে খাটি, দেহা মাৰি কাম কৰিছোঁ, উপাৰ্জন কৰিছোঁ, ছুলাইতে এনেকৈ চব নষ্ট কৰি দিব,— আৰু ইয়াৰ একো বিচাৰেই নহ'ব নে কি?"

মহানন্দই দূৰলৈ চাই মনে-মনে বহি ৰ'ল।

গোপালে ক'লে, "এইবিলাক কাৰ কাম মই কিন্তু ধৰিব পাৰিছোঁ দাদা। আৰু মই যিটো ধৰিছোঁ, সেইটো ভুল হ'ব নালাগে।"

মহানন্দই ক'লে, "পুলিছে বিচাৰ কৰি আছে নহয়। পুলিছক কৈ দিয়াগৈ—কোনে কৰিছে।"

"পুলিছে প্ৰমাণহে বিচাৰিব! আৰু কি ভাল কৰিব?" গোপালে বিৰক্তিৰে ক'লে।

"বিচাৰিৰতো! তোমাৰ মুখৰ কথাৰ ওপৰতে পুলিছে কাৰোবাক ফাঁচী দিব নে কি?"

"মই ভাবিছিলো,--আমি সকলো লগ লাগি,--বিশেষকৈ আপুনি--"

মহানন্দই গোপালক কথা শেষ কৰিবলৈ নিদি ক'লে, "মই প্ৰমাণ উলিয়াই দিব লাগে নে কি?" অলপ পৰ গোপালৰ মুখলৈ চাই থাকি তেওঁ ক'লে, "শুনা গোপাল, ব্যৱসায় আমি কেনেকৈ কৰিছোঁ তুমিও জানা, ময়ো জানো। ইমানবোৰ মানুহৰ দোকান-গুদামৰ ভিতৰত আমাৰবোৰতহে জুই লাগিল কিয়? কথাটো ভাবিছানে? থাবাগৈ যোৱা। মোক এইবোৰ কথা লৈ আৰু আমনি নকৰিবা। যোৱা।"

মহানন্দ নিজে ঘপহকৈ উঠি ভিতৰলৈ সোমাই গ'ল। অলপ সময় মনে-মনে বহি থাকি গোপাল উঠিল। মহানন্দহঁতৰ ঘৰৰ পৰা ওলাই সি পোনে-পোনে মনোৰঞ্জন দাসৰ ঘৰত সোমালগৈ। দাসৰ মুখামুখি হোৱাৰ লগে-লগে সি ক'লে, "এইচব চব এক পাৰ্টিৰ মানুহ। কাৰো বিশ্বাস নাই।"

গোপালৰ মতে এই চুবুৰিটোৰ মানুহবোৰে লগ লাগি এখন মিটিং পতা উচিত। এটা কমিটি পতা উচিত। ইমানবোৰ ঘটনা ঘটিছে, মানুহৰ ইমান সা-সম্পত্তিৰ লোকচান হৈছে,--এখন কমিটিয়েহে ইয়াৰ প্ৰতিকাৰ কৰিব পাৰিব। তাৰ মতে এই অগ্নিকাণ্ডৰ মূলত আছে লক্ষেশ্বৰৰ পুতেক নবীন আৰু তিলক। সিহঁতৰ লগত আছে বেলৰ আলিৰ সিপাৰৰ ভলণ্টিয়াৰ দুটামান। এই এটাইখনৰে পিছত বুদ্ধি দিবলৈ আছে স্কুলৰ মাষ্টৰ দুটা। আৰু এই গৌৰী আৰু ৰামে যিটো কেলেংকাৰী কৰিলে, সেইটোওনো কম কথানে? সেইখন ঘৰৰ মানুহৰ নামত স্কুল,--সেইখন ঘৰৰ মানুহে স্কুল চলায়,--এইবোৰ কথা ল'ৰা-ছোৱালীবোৰৰ কাৰণে ভাল হৈছেনে? সিহঁতে কেনেকুৱা শিক্ষা পাইছে? গেন্দুকণা একোটায়োতো অনবৰত সেইবোৰ কথাকে আলোচনা কৰি থাকে!

মনোৰঞ্জন দাসে ক'লে,--ফতকৰে মিটিং পাতিব নালাগে। মিটিং-কমিটি বুলিলেই কথা ডাঙৰ হৈ যায়। গোপালে আৰু দুই-এজনৰ লগত কথা পাতি চাওক। জগমোহনৰ ভায়েকে কি কয়? মদনমোহন আৰু লস্কৰ বাবুৱে কি কয়? এওঁলোকোতো এই স্কুলৰ লেখত লবলগীয়া মানুহ! এওঁলোকৰ ল'ৰা-ছোৱালীয়েওতো এই স্কুলতে পঢ়ে। গোপালে প্ৰথমতে তেওঁলোকৰ মনৰ বুজ লোৱা উচিত।

মাদ্ৰাজী বিষয়াজন হস্পিটেললৈ যোৱাৰ পাছৰ পৰা বাতি গোপালৰ কাম কমি গৈছিল। এই মানুহবিলাকৰ মনৰ বুজ লোৱাটোকে সি এটা দৰকাৰী কাম বুলি ধৰি ললে।

# বাইছ

লক্ষেশ্বৰে প্ৰথমতে ভাবিছিল,—গোসাঁই ঘৰটোৰ বাহিৰে সি আৰু ক'তো থাকিব নোৱাৰিব; কিন্তু দুদিনমান গোসাঁইঘৰত অলপ বেছি সময় বহি থাকি সি কষ্ট পালে। সেই তাহানিয়েই যোগমায়া নে অম্বাই সূতাৰে তুলি দিয়া, আঁঠু কাঢ়ি থকা কৃষ্ণৰ ছবিখনৰ ফালে সি চকু নিবই নোৱৰা হ'ল। গৌৰী তাৰ ফালে আঁঠু কাঢ়ি থপথপকৈ আহি থকা যেন লাগে। মাজে-মাজে তাৰ মন যায়,—তৰাক গোসাঁইঘৰলৈ মাতি আনি তাইকে কিছুমান কথা ক'ব; কিছুমান কথা বুজাব।—কষ্টনো কি? কিহৰ দুখ? আমি কিবা তাই আমাক খুৱাব-পিন্ধাব বুলি আশা কৰি আছিলো নে কি? আমি তাইৰ পৰা অইন কিবা আশা কৰিছিলো নে কি? নাই কৰা। এদিনতো তাই গ'লেইহেঁতেন! গতিকে কিয় দুখ কৰিবা? নকৰিবা। কেৱল কথাটো হ'ল,—তাই আমাৰ প্ৰথম কেঁচুৱা আছিলতো! মনত আছে—তাইক ডাঙৰ কৰোঁতে কিমান কষ্ট—? মনত আছে —কেতিয়া তাই বিছনাত নিজে-নিজে উবুৰি হৈ দিছিল? কেইদিন বিছনাৰ পৰা পৰিছিল? গোসাঁইঘৰৰ আগৰ চোতালত পাৰকেইটা দেখি যে পা-পা কৰিছিল? তাৰ পাছত তাই কেতিয়া কি ক'বলৈ শিকিলে মনতেই নপৰে নহয়? কিন্তু তেতিয়া কথাটো কেনেকুৱা আছিল? তাই এটা নতুন শব্দ কয়, আমি এটাইখনে চিঞৰ-বাখৰ কৰোঁ; —মনত আছে?

অইন একো নাই। প্ৰথম সন্তান, একমাত্ৰ ছোৱালী,—সেইকাৰণে এনেকৈ এৰি দিবলৈ বৰ বেয়া লাগিছে।

লক্ষেশ্বৰৰ তৰাক এনেকৈ বহুত কথা কৈ থাকিবলৈ মন যায়। কথা পাতিবলৈ আৰু কোনো নাই যেন লাগে। কিন্তু তৰাৰ আগত গৌৰীৰ কথা উলিয়াবলৈকে তাৰ ভয় লাগে। এই যে তৰাই দিনটোৰ বেছি ভাগ সময় মাত-বোল নোহোৱাকৈ থাকে, তায়ো গৌৰীৰ কথাকে ভাবি থাকে নে কি? যদি থাকে, তেনেহ'লে লক্ষেশ্বৰে আকৌ তাৰ ওপৰতে তাইক বেছি দুখ দিয়াৰ কি দৰকাৰ? আৰু যদি তাই অইন কৰবাৰ কিবা কথা ভাবি থাকে, তেনেহ'লে তাইক গৌৰীৰ কথা মনত পেলাই দিয়াৰ কি দৰকাৰ?

গোসাঁইঘৰত সোমাই থাকিবলৈ লক্ষেশ্বৰৰ বৰ বেয়া লাগিল। উৎসাহ-নিৎসাহ বন্ধ হৈ গ'হা যেন লাগিল। বাহিৰতো ক'তো ভাল নলগা হ'ল।

ঘাস্তালৈ ওলাবলৈ তাৰ ভয়েই লাগিল। মানুহবিলাকে তাক খাওঁ-খাওঁকৈ খেদি আহিব যেন লাগিল।

কিছুদিন ইটো কোঠালি-সিটো কোঠালি কৰি কটাই দিয়াৰ পাছত এদিন লক্ষেশ্বৰৰ ঘৰলৈ যাবলৈ মন গ'ল। পৈতৃক ঘৰলৈ। বহুদিন সি সেইখন ঘৰ দেখা নাই। ককায়েকৰ ছোৱালীজনীৰ বিয়াতেই খি গৈছিল, তাৰ পাছত সি সেইফালে যোৱাও নাই, কাৰো একো খবৰো পোৱা নাই। হঠাতে লক্ষেশ্বৰৰ মনত পৰিল---সিহঁতৰ ঘৰটোৰ প্ৰান্ত গাতে লাগি থকা,---ঘনশ্যাম চৌধুৰীয়ে ভাৰালৈ লোৱা ঘৰটোলৈ। সেহ: খৰ-মাটি লক্ষেশ্বৰহঁতৰ দেউতাকৰে আছিল। মুঠতে কিমান যাটি হ'ব বাৰু? বিচাৰিলে তাৰ ভাগটো পাবনে সি? দুকঠা-আঢ়ে কঠামান পাবনে চাগে? ঘনশ্যাম চৌধুৰী থকা ঘৰটোৰে সৈতে?

কেইদিনমানৰ পাছত এদিন,---বাহুত পৈতৃক ঘৰলৈ গৈ থাকোঁতে নবৌয়েকজনীৰ কথা ভাবি লক্ষেশ্বৰৰ ভয়ো লাগিল। বৰ খঙাল, আপোন-পেটীয়া মানুহ। লক্ষেশ্বৰে মাটিৰ ভাগৰ কথা উলিয়ালেই মানুহজনীয়ে খেং-খেঙাই আহিব নে কি?

এসময়ত লক্ষেশ্বৰৰ মনলৈ এটা সন্দেহৰ ভাবো আহিল। সঁচাকৈয়ে সি আকৌ তাৰ পৈতৃক ভেটিলৈ উভতিব নে? ভাল লাগিব জানো? কিন্তু তাৰ মনটো ইমান অস্থিৰ হৈছে? ইয়াতো জানো মানুহে সিহঁতক গৌৰীৰ কথা নুসুধিব? নবীন আৰু তিলকৰ পঢ়া-শুনাৰ কি হ'ব? সিহঁত ইয়াত থাকিবছি নে? লক্ষেশ্বৰৰ সকতে দেখা তাৰ মাকৰ চেহেৰাটোলৈও মনত পৰিল; সেই অনন্ত চকীদাৰে বধি থকা চাৰিৰ মাজৰ ঘৰটোৰ কথাও মনত পৰিল। গছবোৰৰ সিপাৰেদি যে বেলখন গুচি যায়, সেইটোও মনত পৰিল।

মাজতে এবাৰ তাৰ বাছৰ পৰা নামি উভতি যাবলৈ মন গ'ল। কিন্তু অলপ পাছতে তাৰ মনলৈ আহিল---হয়তো, গৌৰীয়েতো ভুল কথা কোৱা নাছিল! গোটেই জীৱনটো সি কি কৰি পালে? মহানন্দৰ বাপেকৰ সম্পত্তিৰ ওপৰত বহি-বহি খালে?

নাহিবলৈ চাই লক্ষেশ্বৰে এইবোৰ কথা নাভাবিবলৈ চেষ্টা কৰিলে।

নবৌয়েকৰ মুখামুখি হৈ এইবাৰ লক্ষেশ্বৰ আচৰিত হৈ গ'ল। মানুহ-জনীৰ হাত-ভৰিৰ গাঁঠিবোৰৰ বিষ। উঠোঁ বুলি উঠিব নোৱাৰে; ঘৰকে খোজ কাঢ়িব নোৱাৰে। মাতটো কোমল। লক্ষেশ্বৰৰ ককায়েকৰ দুয়োটা চকুতে ছানি পৰিছে। তেওঁ এটা চকুৰেহে কোনোমতে তাতৰ

বস্তু মনিব পাৰে। তেওঁ লক্ষেশ্বৰক বহিবলৈ বুলি আথেবেথে খ্রিক্কালে হাতখন আগবঢ়াই দিছিল, চকীখন সেইফালে নাছিল।

নবৌয়েকে দুখ কৰিলে—লক্ষেশ্বৰহঁতে খা-খবৰ নোলোৱাৰ কাৰণে। তেওঁলোকৰ খা-খবৰ লওঁতা আজিকালি কোনো নাই। পুতেকে নগা পাহাৰত কাম কৰে; তাতে নগা ছোৱালী এজনী বিয়া কৰালে; সেইফালেই ঘৰ-মাটিও কৰিছে বোলে। জীয়েকক যিখন ঘৰলৈ বিয়া দিলে, সেইখন ঘৰ নে জেলখানা তেওঁলোকে নাজানে। ছোৱালীজনীক তিনি বছৰৰ মূৰত এবাৰ ঘৰলৈ আহিবলৈ দিছিল। বুঢ়া-বুঢ়ীয়ে চকু মুদিলে এই ঘৰ-মাটি খাওঁতাও নাই, চাওঁতাও নাই। এসময়ত ঘনশ্যাম চৌধুৰী থকা ঘৰটো উৰলি গৈছে। বুঢ়া-বুঢ়ীয়ে তাতে নেপালী মানুহ এহালক থাকিবলৈ দিছে। মাইলা নামৰ মতা মানুহটোৱে গৰু পোহে, গাখীৰ বেচে। তাৰ কুন্তী নামৰ ঘৈণীয়েকজনীয়ে বুঢ়া-বুঢ়ীৰ ভাত ৰান্ধে। সিহঁতৰ ল'ৰা-ছোৱালী কেইটাই দিনটোৰ বেছি ভাগ সময় এইখন ঘৰতে পিনপিনাই ফুৰে; ইটো-সিটো কৰি বুঢ়া-বুঢ়ীক সহায় কৰে।

লক্ষেশ্বৰে ক'বহে লাগে,—আমিয়েই আহোঁ নহ'লে ইয়াতে থাকিবলৈ; —বুঢ়া-বুঢ়ীয়ে যেন হাততে স্বৰ্গখন পোৱা যেন পাব! —লক্ষেশ্বৰৰ তেনে-কুৱা ধাৰণা হ'ল। সি তেনেকুৱাই কিবা এটা বন্দবস্ত কৰিবলৈ আহি-ছিল, কিন্তু এতিয়া তাৰ তেনেকুৱা কথা ক'বলৈ মন নগ'ল।

ৰাতি কুন্তীয়ে ৰান্ধি-বাঢ়ি দিয়া ভাত খাই উঠি, শোৱাৰ আগে-আগে লক্ষেশ্বৰে কথাটো উলিয়ালে। তাৰ টকা-পইচাৰ অলপ টান পৰিছে। ইয়াত থকা তাৰ ভাগৰ মাটিখিনি বেচিব পাৰিলেও সি বৰ সকাহ পাব।

ককায়েকে খেপিয়াই-খেপিয়াই বিচনীখন হাতলৈ লৈ ক'লে, "সেয়ে ভাল। বেচি দে। ইয়াত যদি থাকিবলৈ নাহই, তেনেহ'লে বেচি দে। এনেয়ে পৰি থাকিলে মাটিৰ কি হয় ঠিক নাই। সিদিনাখন মাইলাই ক'লে,—সেইফালে উকীলে নতুনকৈ ৱালখন দিওঁতে বোলে চাৰিহাতমান আমাৰ মাটি সুমুৱাই ললে। ভাল দাম পাবি। বেচি দে। ই মাইলা ঘূৰি ফুৰা মানুহ, ইয়াক ক'লেই সি গ্রাহক আনি হাজিৰ কৰি দিব। পিছে সিহঁত—মানে মাইলাহঁতৰ কাৰণে আমি দুয়োঘৰে অলপ-অলপ মাটি এৰি দিম দে। কি কৰ? পিছে তোৰ যদি অসুবিধা হয়—নালাগে; আমাৰ ভাগৰ পৰাই তাক একঠামান দি দিম।"

আচৰিত কথা। বাস্তৱত উভতি আহোঁতে লক্ষেশ্বৰৰ এনেকুৱা লাগিল যেন এই হাল মানুহ সি সেই তাহানি এৰি থৈ যোৱা মানুহহাল নহয়। এই হাল মানুহ যদি সেই তেতিয়াও তেনেকুৱা হ'লহেঁতেন, তেনেহ'লে হয়তো লক্ষেশ্বৰহঁত আইন এখন চহৰলৈ নগ'লেহেঁতেন। আজি মানুহ-

'হান্নৰ কোনো উত্তাপেই নাই, তথাপি লক্ষেশ্বৰৰ এইখন চহৰলৈ উভতি আহিবলৈ মন নগ'ল।

লক্ষেশ্বৰৰ নিজকে বৰ সৰু যেনো লাগিল। নবৌয়েকে ভজভজকৈ কৈ গ'ল---তেওঁৰ ভাওৰ পুতেকে নগা ছোৱালী বিয়া কৰাই লব এবাৰ কথা,---কিন্তু লক্ষেশ্বৰে ভুলতো গৌৰীৰ কথাটো নুলিয়ালে। নবৌয়েকে সুধিছিল---ল'ৰা-ছোৱালীকেইটা ভালে আছেনে? আছে। লক্ষেশ্বৰে নির্বিকাৰভাৱে কৈছিল। হ'ল কি তাৰ? সি যে কিমান আঁতৰি আছিল! তাৰ যে কাৰো ওচৰ চাপিবৰ মন নোযোৱা হ'ল!

ৰাধালৈ লিখা শেষৰ চিঠিখনত অকণো জেলৰ পৰা ওলোৱাৰ কথা একো লিখা নাছিল। সি চিঠিবোৰত সাধাৰণতে জেলত নতুনকৈ লগ পোৱা মানুহৰ কথা লিখিছিল; মানুহৰ জীৱনৰ আটাইতকৈ মূল্যবান সম্পদ কি হ'ব পাৰে, সি কি-কি নতুন কিতাপ পঢ়িবলৈ পাইছে, মাকৰ এই বয়সত কি-কি অসুখ হ'ব পাৰে, আদর্শ স্কুল কেনেকুৱা হ'ব লাগে, ---এইবোৰ কথা লিখে; শেষৰ চিঠিখনতো তেনেকুৱা কথাকে লিখিছিল। কিন্তু তাক জেলৰ পৰা মুকলি কৰি দিয়া হ'ব পাৰে বুলি অতুলে ক'ত শুনিলে? অতুলে কথাটো কৈ যোৱাৰ পাছৰ পৰাই ৰাধাই আশা কৰি আছিল---কৰবাৰ পৰা নহয় কৰবাৰ পৰা তাই আকৌ এটা খবৰ পাব। কিন্তু একো খবৰ নাহিল দেখোন। অতুলবো আৰু একো খবৰ নাই। সি অৱশ্যে কৈয়েই গৈছিল---চিঠি-পত্ৰ দি সি কাৰো বিপদ নবঢ়ায়।

গৌৰী যোৱাৰ পাছত ৰাধাৰ নতুন খবৰ নোহোৱা দিনবোৰ বেছি শুকান, বেছি নিস্তব্ধ, বেছি নিঃসংগ যেন লাগিছিল। এদিন তাই ভাবিলে, ---ভূমিধৰ উকীলৰ ঘৰলৈকে যাব লাগিব। উকীলক সুধিব---তেখেত-সকলে কিবা খবৰ পায় নে কি? তাৰ পাছত এদিন তাই লগত যে স্কুলৰ ছোৱালী এজনী লৈ যাব সেইটোও ঠিক কৰিলে। কিন্তু তাই যাবলৈ নাপাওঁতেই এদিন ভূমি উকীল নিজে ওলালহি। ভাল খবৰ আছে। চৰকাৰে অকণক অহা সপ্তাহত মুকলি কৰি দিব। তেওঁক যোৰহাটৰ জেলৰ পৰা ইয়ালৈ আনিব, আনি ইয়াৰ পৰা এৰি দিব। কংগ্ৰেছৰ মানুহে আয়োজন কৰিছে,---তেওঁক জেলৰ গে'টতে আদৰি, প্ৰয়েছন কৰি ঘৰলৈ লৈ অহা হ'ব।

উকীল যোৱাৰ পাছত ৰাধাৰ সৰু ছোৱালীৰ নিচিনাকৈ হাত চাপৰি বজাই জঁপিয়াবলৈ মন গ'ল। অতুলে কোৱা কথা যে সঁচা, সি যে বহুত কথা জানে, সেইটো কথা ভাবিও তাইৰ আনন্দ লাগিল। নবীন আৰু তিভজকেও

আনন্দতে চিঞৰ-বাখৰ কৰিবলৈ ধৰিলে। ৰাধাই শোৱনি কোঠালৈ গৈ মাকক সাবট মাৰি ধৰিলে।

তাৰ পাছত? তাৰ পাছত এতিয়া কি কৰিব লাগিব? কিন্তু ৰাধাই তেতিয়াই একো কৰাৰ সুবিধা নাপালে। লক্ষেশ্বৰইঁতৰ ফালৰ পৰা অহা অদ্ভূত শব্দ এটা শুনি তাই সেইফালে লৰ মাৰিলে।

লক্ষেশ্বৰে বিছনাত বাগৰি, উদ্বাউল হৈ কান্দিছে। নবীন আৰু তিলকে হতভম্ব হৈ চাই আছে; তৰাই জোৰকৈ লক্ষেশ্বৰৰ মুখখন চাবলৈ চেষ্টা কৰিছে আৰু আতুৰভাৱে কৈছে,---"কিয় এনেকুৱা কৰিছে? চাওঁ; উঠকচোন।"

কোনখন মুখেৰে অৰুণৰ আগত থিয় হ'ব, সেই চিন্তাত ব্যাকুল হৈ যেন লক্ষেশ্বৰে গাৰুত মুখ লুকুৱাইছিল।

অৰুণক জেলৰ সমুখত আদৰিবলৈ দুশমান মানুহ গোট খাইছিল। ৰাধা, নবীন, তিলকহঁত ৰাতিপুৱাই তালৈ গৈছিল। . যোগমায়াই কৈছিল ---ময়ো যাওঁ। ৰাধাই কৈছিল---নালাগে; তই পদুলিত থিয় হৈ থাকিবি।

ভুমি উকীলৰ বিধবা নবোৱেক-গৰাকীয়ে স্বাধীনতা আন্দোলনৰ হকে চেৰ কাম কৰিছে। তেখেতে অৰুণক প্ৰথমতে গোলাপ ফুলৰ মালা এডাল পিন্ধাই দিলে। লগে-লগে মানুহবোৰে বন্দে মাতৰম্ বুলি চিঞৰিলে, আৰু অৰুণৰ নাম ধৰি জয়ধ্বনি দিলে।

প্ৰচেছনটোত ৰাধাইঁতৰ চুবুৰিৰো বহুত মানুহ আছিল। লতিফ আৰু শম্ভুৰ পুতেকহঁতে ঘৰতে বাঁহৰ কামিত ডাঠ কাগজ লগাই তাত বন্দে মাতৰম্ বুলি লিখি লৈ গৈছিল। ধোবাই ধোৱা চুৰিয়া আৰু আস্তিনত কোঁচ দিয়া পাঞ্জাবী পিন্ধা গোপাল দোকানীয়ে প্ৰচেছনটোৰ সৰু-সৰু ল'ৰা-ছোৱালীবিলাকক ৰাস্তাৰ মাজৰ পৰা প্ৰচেছনটোৰ মাজলৈ ঠেলি-ঠেলি দিছিল।

প্ৰচেছনটো আহি ঘনশ্যাম চৌধুৰী পাৰ্কৰ ওচৰ পাওঁতে নেতা কেইজন-মানে আলোচনা কৰিলে---স্কুলৰ আগেদি যাবনে, মিলিটেৰিৰ গাড়ী-মটৰৰ জঞ্জাল বাদ দি চুবুৰিৰ মাজেদি ঘুৰি যাব? অৰুণে নিজে ক'লে---স্কুলৰ আগেদিয়েই যাব লাগে।

হাইস্কুলৰ গে'টৰ পিলাৰত মিলিটেৰি গাড়ীয়ে পাছত আৰু দুৱাৰমান খুন্দিয়াইছিল। অৰুণে স্কুলৰ চৌহদটোলৈ চালে। ফিল্ডত স্থিথিনি মুকলি ঠাই আছিল, তাত কেইটামান পল্টনে হাতত এলুমিনিয়ামৰ বাচন লৈ শাৰী পাতি থিয় দি আছিল। সিহঁতৰ বেছিভাগেই খালী গাৰে আছিল। বাটটোৰ কাষে-কাষে কেইখনমান ত্ৰিপালৰ চৈ লগোৱা গাড়ী বৈ আছিল।

ঘিৰিঘিনিয়েদি প্ৰহেছনটো আগ বাঢ়িছিল, সেইখিনি বৰ গুখোৰা-মোখৰা আছিল। প্ৰহেছনটোৰ বহুত মানুহে উজুটি আৰু খোচোকা খাইছিল। ভুলৰ গেঁট পাৰ হোৱাৰ পাছত অৰুণে মনে-মনে, ভলৈ চাই খোজ কাঢ়িছিল।

পদুলিমুখত অৰুণে যোগমায়াক সেৱা কৰাৰ পাছতে এজন নেতাই চিঞৰি-চিঞৰি মানুহবিলাকক ক'লে,—এতিয়া শ্ৰীচৌধুৰী ভাওৰীয়াই জিৰণি লওক। আপোনালোক আৰু এতিয়া ইয়াত থাকিব নালাগে। অনুগ্ৰহ কৰি আপোনালোক ঘৰামুৱি যাওক। নেতাজনক ৰাধাই মনে-মনে ধন্যবাদ জনালে আৰু অৰুণে বাৰান্দাৰ পৰা সকলোকে প্ৰণাম জনালে। যোগমায়াই তেতিয়া চকুপানী মচি আছিল।

অৰুণ আগতকৈ অলপ শকত হৈছিল। তাৰ মুখখন অলপ গোল-গোল লাগিছিল। মাতটো বৰ সৰু হৈ গৈছিল। সি কথা ক'লে ৰাধা-হঁতে বাৰে-বাৰে কি-কি বুলি সুধিবলগীয়া হৈছিল।

সেইদিনাই আবেলি অৰুণ কংগ্ৰেছ পাৰ্টিৰ অফিছলৈ গ'ল। সেই-দিনা ৰাতিয়েই আঠজন মাষ্টৰে তাক ঘৰতে লগ ধৰিলেহি। কেশৱ দাসে কথা শেষ কৰি গুলাই যাওঁতে ৰাতি এঘাৰমান বাজিছিল। তাৰ পাছত অৰুণে ভাত খাই লক্ষেশ্বৰৰ লগত কথা পাতিবলৈ বহিছিল। সিহঁতে যিমান সময় কথা কৈছিল, তাতকৈ বেছি সময় মনে-মনে আছিল।

পাছৰ সাদিনমানৰ ভিতৰত ৰাধা আৰু যোগমায়াই অৰুণক ক'ব-লগীয়া-সুধিবলগীয়া কথাবোৰ কৈ আৰু সুধি শেষ কৰিছিল। অৰুণে নিজৰ ফালৰ পৰা বেছি কথা নুসুধিছিল। তাক দেখিলে এনেকুৱা লাগি-ছিল যেন সি এই ঘৰখনৰ সি নথকা দিনবোৰৰো প্ৰায় সকলো খবৰ জানে, যি দুই-এটা নাজানে, সেইকেইটা নাজানিলেও যেন তাৰ কোনো অসুবিধা নহয়। হঠাতে কিবা এটা মনত খেলালে বা কিবা এটা চকুত পৰিলে তাৰ মুখেদি কিবা এটা প্ৰশ্ন ওলাই আহে, কিন্তু সোধোঁ বুলি যেন সি একো নোসোধে। এই যেনিবা যোগমায়াই তাইৰ নিজৰ কোঠালিত ভাত খোৱা দেখি সি ৰাধাক সুধিলে,—মাই এনেকৈ ইয়াত ভাত খাইছে কিয়? —ৰাধাই কাৰণটো দীঘলীয়াকৈ ক'লে। অৰুণে কথাবোৰ শুনাৰ পাছত মাটিলৈ চাই আহেকৈ হাঁহিলে।

জেলত থাকোঁতে সি কেইখনমান কিতাপৰ তালিকা এখন প্ৰস্তুত কৰিছিল, সেই কিতাপকেইখন নপঢ়াৰ কাৰণে যেন তাৰ বৰ অসুবিধা হৈছে,—এনেকুৱা এটা ভাবেৰে সি কেইবাদিনো কিতাপৰ দোকান আৰু লাইব্ৰেৰিকেইটাত ঘূৰা-পকা কৰিলে। তিনিখন ভাওৰ-ভাওৰ কিতাপ সি পালে, আৰু সেই কেইখনৰ লগতে সি তিনি সপ্তাহমান লাগি থাকিল। নবীনৰ হতুৱাই ফুলস্কেপ কাগজ অনাই লৈ সি কিতাপবিলাকৰ কথা কিছুমান টুকি ৰাখিলে।

যিদিনা অৰুণে স্কুল দুখন আৰু চুবুৰিটো চাই আহোঁ বুলি ওলাল, সেইদিনা তাৰ ঘৰলৈ অহা এমাহ হৈ গৈছে। সি হাইস্কুলৰ চৌহদৰ ভিতৰলৈকে সোমাই গ'ল। হাতৰ ৰঙচুৱা ছালৰ ওপৰত নীলা ৰঙেৰে কিৰাকিৰি অঁকাই লোৱা মানুহ এজনে তাক গে'টখনৰ সিফালেই আগভেটি ধৰিলে। কোন তুমি? ইয়ালৈ কিয় আহিছা?

অৰুণে অতি নম্ৰভাৱে ক'লে,—সি এইখন স্কুলৰ হে'ডমাষ্টৰ। প্ৰতিষ্ঠাতা। সি জেলত থাকোঁতেই ইয়াত মিলিটেৰি সোমাল। তাৰ স্কুলখন এবাৰ চাবলৈ বৰ মন গৈছে।

জেলত থাকোঁতে? মানুহজনে সুধিলে—অৰুণ কিয় জেলত আছিল? অৰুণে কাৰণটো ক'লে। মানুহজন ইংৰাজ। নিজৰ চিনাকি দি তেওঁ অৰুণৰ লগত হেণ্ডশ্বেইক কৰি হাঁহিলে। তেওঁৰ নাম পিটাৰ—কিবা; অৰুণে ভালকৈ ধৰিব নোৱাৰিলে। তেওঁ সাধাৰণ পল্টনতকৈ ওপৰ খাপৰ চাকৰিয়াল। তেওঁ অৰুণক গোটেই স্কুলখন চাবলৈ দিলে। তেৱোঁ লগে-লগে থাকিল। এইট-বি, নাইন-বি, ছিক্স-বি,—এইকেইটা ক্লাছৰ কোঠালিৰ দুৱাৰ-খিৰিকিৰ আয়না কিছুমান ভাগিছে;—তাৰ বাহিৰে সকলো ঠিকেই আছে। বাৰান্দাই-বাৰান্দাই খোজকাঢ়ি ফুৰোঁতে অৰুণে কথা নাপাতিলে। আকৌ ফিল্ডলৈ নামি অহাৰ পাছত সি পিটাৰক সুধিলে, "তোমালোক ইয়াত আৰু কিমান দিন থাকিবা?"

"মোৰ এদিনো থকাৰ ইচ্ছা নাই।" পিটাৰে হাঁহিলে। অৰুণেও হাঁহিলে। গে'টৰ ওচৰত আকৌ অৰুণক হেণ্ডশ্বেইক কৰি পিটাৰে ক'লে, "তোমালোক জয়ী হোৱা।"

অৰুণে অবাক হৈ পিটাৰৰ মুখলৈ চালে। হঠাতে তাৰ মুখেদি আপোনা-আপুনি ওলাই গ'ল,—"তোমালোকো।"

স্কুলৰ পৰা ওলাই অৰুণে চুবুৰিটোত এপাক মৰাৰ কথা আছিল; কিন্তু সি পোনে-পোনে মহানন্দহঁতৰ ঘৰলৈ গ'ল।

মহানন্দহঁতৰ ঘৰটোৰ আগফালৰ মুকলি ঠাইডোখৰৰ একাষে থৈ দিয়া ছেভ্ৰলেট গাড়ীখনৰ এটা চকা চেপেটা হৈ আছিল। চকাটোৰ কাষৰ ঘাঁহবোৰ দীঘল-দীঘল হৈছিল।

বাৰান্দাত থিয় হৈ অৰুণে সৰু, খোলা মাতেৰে মাতিলে, "নবৌ!"

পাৰ্বতীৰ বাহিৰে ঘৰত কোনো নাছিল। কোনোবাই মতা শুনি তাই ওৰণি-বাৰণি লৈ কোন-কোন ভাবেৰে ওলাই আহিল। অৰুণক দেখি তাই থৰ হৈ ৰ'ল। কেইমুহূৰ্ত্তমানৰ পাছত তাই ছোফা এখনত বহি

পৰিল। ভাইৰ ওঁঠ দুখন কঁপিবলৈ ধৰিলে, আৰু দুয়োটা চকুৰ পৰা পানী বৈ আহিল।

অৰুণ নিজেই সমুখৰ ছোফাখনত বহিল। অলপ পাছতে পাৰ্বতীয়ে চাদৰৰ আগেৰে চকু-মুখ চাকি ললে। তাইৰ কান্দোনৰ শব্দও শুনা গ'ল। এইটো যেন একো ডাঙৰ বা আচৰিত ধৰণৰ কথা নহয়,—অৰুণ এনেকুৱা এটা ভাবত অলপ সময় বহি ৰ'ল ; তাৰ পাছত সি সুধিলে, "দাদা ঘৰত আছে ?"

চকু-নাক মচি, সুস্থিৰ হ'বলৈ চেষ্টা কৰি পাৰ্বতীয়ে ক'লে, "নাই। তুমি অহাৰ দুদিনমানৰ পাছতে কলিকতালৈ যাওঁ বুলি গ'ল, আজিলৈকে খবৰ-বাতৰি একো পোৱা নাই।"

তাৰ পাছত পাৰ্বতীয়ে আকৌ উচুপি-উচুপি কান্দিলে, কান্দি-কান্দি ক'লে,—তাই ল'ৰা দুটাৰে সৈতে অৰুণক ঘৰলৈ অনা প্ৰহেছনটো পৰ্দাৰ ফাকেৰে জুমি চাইছিল। সেইদিনাৰে পৰা অৰুণহঁতৰ ঘৰলৈ গৈ তাক মাত এষাৰ লগাবলৈ তাইৰ মনটো আকুল হৈ আছে। কিন্তু তাইৰ সাহ হোৱা নাই। কোনে বা কি কয়! মহানন্দইতো আজিকালি মুখ খুলি কথা নকয়েই। এইবোৰ কি ঘটনা ঘটি গ'ল ভগৱানেহে জানে।

"হ'ব। কন্দা-কটা নকৰিব। সময়ত সকলো ঠিক হৈ যাব।" কথাষাৰ কৈ অৰুণে উঠিব খুজিলে। পাৰ্বতীয়ে ক'লে, "চাহ-জলপান কিবা অৰুণ নোখোৱা ? যাচিবলৈও ভয় লাগে।"

অৰুণে ছোফাখনত আঁউজি বহি ক'লে, "আন। দিয়ক।"

# তেইছ

যাই আলিটোৰ সিপাৰৰ চুবুৰিকেইটাৰ মানুহখিনিয়ে লগ লাগি দুৰ্গাপূজা পাতে ; এইটো চুবুৰিৰ কিছুমান মানুহে সেইখন পূজাতে যোগ দিয়ে ; বহুতে চান্দাও দিয়ে।

এইবাৰ এইটো চুবুৰিৰ গোপাল দোকানী পূজা-সমিতিৰ এছিছটেন্ট ছেক্ৰেটেৰি হৈছে। আচলতে মানুহৰ মনবোৰ মুকলি নহয়। দেশৰ অৱস্থা ভাল নহয়। ধুমধামকৈ পূজা পাতিবলৈ বহুতৰে মনো নাই, উপায়ো নাই। কিন্তু গোপালে জোৰ দিলে,—সেই বুলি একেবাৰে ঢিলাই দিব নোৱাৰি। এই চুবুৰিটোৰ পৰা মুঠতে চাৰে তিনিশমান টকা চান্দা উঠিছিল ; গোপালে অকলে তাৰে দুশ টকা দিছিল। তাৰ পৰামৰ্শমতেই এইবাৰ অভয়াপুৰীৰ স্কালৰ দল এটাক তিনি ৰাতি যাত্ৰা কৰিবলৈ মতা হৈছে।

নৱমীৰ ৰাতি বিজয়-বসন্ত যাত্ৰা। ন বজাৰ পাছত এইটো চুবুৰি নিজান পৰি গৈছে। মাজে-মাজে ঢুলুকী আৰু ক্লেৰিঅ'নেটৰ শব্দ বতাহত ভাহি আহিছে, আকৌ নাইকিয়া হৈ গৈছে।

অৰুণে কিতাপ এখন পঢ়িছিল, কাঠ পেনছিলেৰে কিছুমান শাৰীৰ তলত দাগ দিছিল, আৰু মাৰ্জিনত দুই-এটা শব্দ লিখি গৈছিল। এসময়ত কোনোবাই মতা যেন শুনি সি মূৰ তুলিলে। হয়, কোনোবাই দাদা বুলি মাতিছে। দুৱাৰখন খুলি সি বাৰান্দালৈ ওলাই গ'ল। কোনোবা এজন থিয় হৈ আছে। অৰুণে উভতি আহি বাৰান্দাৰ লাইটটো জ্বলালে। মানুহ-জনক কেই মুহূৰ্তমানলৈ সি চিনি নাপালে। তাৰ পাছত সি সুধিলে, "অতুল নে কি?"

"হয় দাদা।"

অতুলে পাঞ্জাবি, পায়জামা-চুৰিয়া পিন্ধা নাই ; লং-পেন্ট আৰু দীঘল হাতৰ ছাৰ্ট পিন্ধিছে, চচমা এযোৰ পিন্ধিছে ; ডাড়ি-গোঁফ দীঘল কৰিছে।

সি অৰুণৰ সমুখত আঁঠুকাঢ়ি, তাৰ দুয়োখন ভৰি চুই সেৱা কৰিলে। অৰুণে তাক তুলি লৈ আথেবেথে সাবটি ধৰিলে।

অতুল এইবাৰ চট্টগ্ৰামৰ পৰা আহিছে। অৰুণ জেলৰ পৰা ওলোৱাৰ খবৰটো সি কলিকতাত থাকোঁতেই পাইছিল, কিন্তু কামৰ হেঁচাত আহিব পৰা নাছিল। এতিয়া দুৰ্গা পূজাৰ কেইদিনত সিহঁতৰ কিছুমান কাম বন্ধ আছে কাৰণে সি এইকালে আহিছে। এই কেইদিন পুজিছেও অইনকালে বেছি চকু ৰাখে।

সাধাৰণভাৱে কুশল-মংগলৰ খবৰ লোৱাৰ পাছত অৰুণে ক'লে, "তুমি তোমাৰ কামৰ লাইনটো সগনি কৰাৰ কথা বাধাই ক'লে। কিন্তু কথাবোৰ ভাই ভালকৈ বুজাই ক'ব নোৱাৰিলে।" কথাখিনি শেষ কৰি সি প্ৰশ্ন সুধি উঠাৰ নিচিনাকৈ অতুলৰ মুখলৈ চালে।

অতুলে একো কথা নুলুকুৱালে। বহুত দিনৰে পৰা তাৰ সন্দেহ হৈছিল---গান্ধীৰ বাটেৰে গ'লে অকপইঁতৰ নিচিনা মানুহে এই সমাজখনৰ পৰা পাবলগীয়া ন্যায়খিনিকে নাপায়; সেই বাটেৰে গৈ এখন বিৰুৎ দেশৰ এটা বিৰাট জাতিয়ে বৃটিছৰ পৰা ন্যায় কেনেকৈ পাব? আচলতে সেই তেতিয়াই,---এই চুবুৰিটোৰ কিছুমান মানুহক অতুলৰ উকলাই দিয়াৰ নিচিনা খং উঠিছিল। সেই খণ্ডতেই সি ভিতৰি-ভিতৰি বাস্তা বিচাৰিছিল গান্ধীৰ বাটটো তেতিয়াই তাৰ ভাল নলগা হ'ল। সুতাষ বাবুৰ বাটটোও ঠিক নহয়। বৃটিছক কিছুমান মোক্ষম ঠাইত আঘাত কৰিব লাগে; ---যাতে শেষ পৰ্যন্ত সেই জাতিটোৰ অন্তৰবো অন্তৰত এটা সংশয়ৰ সৃষ্টি হয়,---জীৱন-মৃত্যু সম্পৰ্কীয় সংশয়ৰ। অতুলহঁতে সেই আঘাত হনাৰ বাটটো বাছি লৈছে। এই বাটত সি দেশসেৱাৰ হেঁপাহৰ কাজৰ পৰা তৃপ্তি পাইছে। সেয়া তাৰ লাভ। কিন্তু সি যে অৰুণৰ ওচৰৰ পৰা আঁতৰি যাবলগীয়া হৈছে, সেয়া তাৰ আটাইতকৈ ডাঙৰ লোকচান। ,

অৰুণ কিছু সময় মনে-মনে থাকিল। তাৰ পাছত সি অকণমান হাঁহি লৈ ক'লে, "মই জেললৈ যোৱাৰ আগতে তোমাৰ বাটটোৰ প্ৰতি যদি ইমানকণ ভাল ভাব দেখুৱালোহেঁতেন, এতিয়া সেইকণো নেদেখুৱাও। তুমি যদি দুবছৰমান জেলত থাকিলাহেঁতেন, তেতিয়া তুমিও কথাবোৰৰ বহুত দলৈকে ভাবিবলৈ সুবিধা পালাহেঁতেন। জানৰ কাৰণে, বহুত মানুহৰ ভালৰ কাৰণে কাম কৰিবলৈ হ'লে,---তেনেকুৱা সুবিধাৰ বৰ দৰকাৰ। মোৰ অন্ততঃ সেইটো লাভ হ'ল। তুমি ঠিক কি কামটো কৰা মই নাজানো, কিন্তু তোমালোকৰ স্কোৱাডটোৱে কি কৰে, সেই বিষয়ে কিছু জানো। সেই বিষয়ে আমিতো নভৰাকৈ থকা নাছিলো। ভাবি-ছিলো। বোধকৰোঁ তোমালোকতকৈ বহুত বেছিকৈ ভাবিছিলো কাৰণে সেইটো বাট ঠিক নহয় বুলি বুজি পালো। ঠিক আছে। গ'লা যেতিয়া, ---সেইটো বাট ভাল পালা যেতিয়া ---মই আৰু কি কম?"

তাৰ পাছত অৰুণে অলপ পাতল সুৰত সুধিলে, "তুমি কেনেকুৱা কাম কৰা? মানে তোমাৰ দায়িত্বটো কেনেকুৱা?"

অতুলে ক'লে, "বন্দুক-বাৰুদ গোটোৱা, সেইবোৰ জমা ৰখা,---বিলোৱা---।"

অৰুণে তাক আৰু এই বিষয়ে একো নুসুধিলে। সেই সময়তে বাধাই ভাত বাঢ়িব নে কি---খবৰটো লৈ গ'ল।

ভাত খাই উঠি অৰুণ আৰু অতুল আকৌ অৰুণৰ কোঠালিত বহিল। বাহিৰত বতৰটো বৰ ভাল আছিল। অৰুণৰ জোনাকত বহিবলৈ মন গৈছিল; কিন্তু অতুলক বাহিৰলৈ নিবলৈ তাৰ মন নগ'ল। বিছনাত, আঁঠুৱাৰ খুটিত আঁউজি বহি সি ক'লে, "আমি স্বাৰ্থৰ কথা বাদ দিবলৈ বৰ চেষ্টা কৰোঁ। কিন্তু নোৱাৰোঁ। ক'ব নোৱৰাকৈয়ে স্বাৰ্থই আমাৰ ভিতৰত ঠাই লয়হি।"

অতুলে ধৰিব নোৱাৰিলে—অৰুণে কিহৰ কথা ক'ব খুজিছে। অলপ পৰ বৈ অৰুণে ক'লে, "তোমাক দেখিয়েই মই প্ৰায় উদ্বাউল হৈ উঠিছিলো; —তোমাক সাবট মাৰি ধৰিছিলো। কিয় জানা? তোমাক দেখিয়েই— ৰাধাৰ কাৰণে—বৰ সকাহ পোৱা যেন লাগিছিল। মই ইমানবোৰ হেঁচাক তুচ্ছ বুলি গণ্য কৰিবলৈ শিকি আহিলো; —কেৱল এইৰ হেঁচাটোহে—" অৰুণে অইনফালে চাই কথা বন্ধ কৰিলে। অলপ পাছত সি ক'লে, "তোমাৰ লাইনটো মই ভাল নাপালো। এতিয়াহে—এতিয়াহে আমি বেলেগ জাতৰ মানুহ হ'লো। তথাপি,—মই বাৰু এই জাত-পাতো নামানো; কিন্তু তুমি কি ভাবিছা? দিনবোৰ কেনেকৈ পাৰ হৈ গৈ আছে মন কৰিছা? বহুদিন পাৰ হৈ গ'ল নহয়!"

অতুলে ক'লে, "মই নতুন কথা একো ভবা নাই দাদা। সেই তেতিয়া যি ভাবিছিলো, এতিয়াও তাকে ভাবি আছোঁ। কেৱল কামৰ কাৰণে সময় মিলাব পৰা নাই।"

"তেনেহ'লে তুমিয়েই তাইক কথাবোৰ ক'বা। তাইৰতো এতিয়া বুজা-নুবুজাৰ দিন পাৰ হৈ গ'ল! কেৱল কথাবোৰ তোমাৰ মুখৰ পৰা শুনি থওক। নহয় জানো?"

অৰুণৰ কথাত এটা অভিমানৰ সুৰ ফুটি উঠিল। সি বিছনাৰ পৰা নামি বাহিৰলৈ যাবলৈ ওলাল। দুৱাৰমুখৰ পৰা সি ক'লে, "এই ধৰি-লোৱা—আজি তাইক কৈছিলো, অকলে-অকলেনো কি কিৰিছ? কাৰো-বাৰ লগত যাত্ৰা চাবলৈকে যা। তাই সুধিলে,—কাৰ লগত যাম? মোৰ এনেকুৱা লাগিল—হয়তো! তাইৰ লগৰীয়াতো কোনো নাই। কথাটো মন কৰিছা?" তাৰ পাছত অৰুণ পিছফাললৈ ওলাই গ'ল।

অতুলে ৰাধাৰ লগত অৰুণে কোৱা কথাখিনিৰেই কথা আৰম্ভ কৰিলে। ৰাধাই অলসভাৱে, মাটিতে, ভৰি মেলি, বেৰত আঁউজি বহি লৈছিল। অতুলে কৈ গ'ল,—এই বিশ্বযুদ্ধ শেষ হোৱাৰ লগে-লগে সিহঁতৰ যুদ্ধও শেষ হোৱাৰ আশা আছে। অন্ততঃ এটা অধ্যায় শেষ হ'বই। যদি কেৱল এটা অধ্যায়হে শেষ হয়, যদি এটা নতুন অধ্যায় আৰম্ভ কৰিবলগীয়া হয়,

ভেন্তে সি নিশ্চয় ৰাধাৰ মণ লাগিয়েই আৰম্ভ কৰিব। সেয়াই আটাইতকৈ সোনকাল, সেয়াই আটাইতকৈ দেখি। অতুলে সেইটোকে ক্লাইনেক্স প্ৰব্লেম বুলি ধৰি লৈছে।

কথাবোৰ ৰাধাৰ নিৰ্বিকাৰ মুখখনৰ ওপৰেদি খোপনি নোপোৱা বৰষুণৰ টোপালৰ নিচিনাকৈ বাগৰি গ'ল। তাইৰ যেন বৰষুণত তিতাৰ নিচিনা লাগিল। অলপ চেঁচা লগাৰ কাৰণে ভালো লাগিল, বৰষুণত নিতিতাকৈ থকাৰ উপায় নাই কাৰণে দুখো লাগিল।

নিজৰ কথাখিনি কৈ শেষ কৰাৰ পাছত অতুলে সুধিলে, "কি ভাবিছা ?"

"ভাবিছোঁ—একেবোৰ কথাকেনো আপুনি ক'বই বা লগিছে কিয়, মই শুনিবই বা লাগিছে কিয় ? যেতিয়া যি হয় হৈ থাকিব নহয়!" ৰাধাই হাঁহি-হাঁহি ক'লে।

"বুজিছোঁ। এৰা। এইবোৰ খং উঠিবলগীয়া কথাই। কিন্তু এতিয়া আমি এনেকুৱা এটা অৱস্থা পালোহি যে তুমি হাঁহি-হাঁহি মোৰ ওপৰত খং কৰিছা, আৰু মই তোমাক খং নকৰিবলৈ বুজাইছোঁ,—এই-বোৰৰ একো অৰ্থই নাই। মই কেৱল এইটোকে কওঁ—তোমাৰ বাহিৰে মই কাকো বিয়া নকৰাওঁ।"

"হ'ব দিয়ক।"—ৰাধাই কথা সামৰি বহাৰ পৰা উঠিল। গৌৰীৰ কোঠালিটো খালী হৈ আছে;—তাতে তাই অতুলৰ শোৱাৰ ব্যৱস্থা কৰি-বলৈ ওলাল। অতুলে অলপ শংকা মিহলি মাতেৰে সুধিলে, "মই তাত শুলে তেখেতসকলে কথাবোৰ—"

ৰাধাই ক'লে, "এতিয়া আৰু সেইবোৰ ভয় কৰিব নালাগে। মৰা-শৰ মাজত শুই থাকিলে কোনটো শত্ৰুৰ মৰাশ, কোনটো মিত্ৰৰ মৰাশ,—সেইবোৰ চিন্তা কৰি ভয় কৰাৰ কোনো দৰকাৰ নাই।"

সঁচাকৈয়ে,—ৰাধাই অতুলক পানী-দুনি যতনাই দি, তাৰ বিছনাৰ আঁঠুৱাখন খুচি দি প্ৰায় এঘাৰমান বজাত কোঠালিটোৰ পৰা ওলাই গ'ল, —এক বজাৰ পাছত অতুলৰ টোপনি গ'ল, —কিন্তু লক্ষেশ্বৰহঁতৰ ঘৰৰ কাৰো লগত তাৰ মুখামুখি নহ'ল; ঘৰখনৰ সেইফালটোত কোনোবা থাকে বুলি তাৰ ধাৰণাই নহ'ল।

দুৰ্গা পূজাৰ পাছতে ককায়েকে লক্ষেশ্বৰৰ ওচৰলৈ মাইলা নামৰ নেপালী মানুহটো পঠাই দিলে। লক্ষেশ্বৰৰ ভাগৰ মাটিখিনিৰ গ্ৰাহক পোৱা গৈছে। বহুদিনৰ পুৰণি মিঠাই-দোকানী ৰামস্বৰূপৰ পুতেকে কিনিব। সিহঁত মানুহ ভাল। নগদ টকা একেবাৰতে আদায় কৰি দিব।

"বন্দবস্ত পক্কা কৰিবৰ্ত্তে ক'বাগে। মই কেইদিনমানৰ ভিতৰতে গৈ আছোঁ"—বুলি লক্ষেশ্বৰে মাইলাক পঠাই দিলে।

মাইলা যোৱাৰ পাছত লক্ষেশ্বৰ বহুত সময় জলকা লাগি বহি থাকিল।

পাছদিনা সি তিলকক লগত লৈ বাতিপুৱাই ওলাই গ'ল। তৰাহুঁতৰ গাঁৱত সি ঘৰে-মাটিয়ে সৰু চৌহদ এটাৰ খবৰ ৰাখি আছিল। দুকঠা-মান মাটি, সীমাই-সীমাই তামোল গছ, এজোপা ৰবাব টেঙা আৰু দুজোপা নাৰিকল গছ আছে। টিনপাত লগোৱা, বাতাম নোহোৱা বেৰৰ এটা চাৰি কুঠলীয়া ঘৰ, চোতালৰ ইফালে এটা খেৰী পাগঘৰ। এচুকত এসময়ৰ গোহালি ঘৰৰ ভেটিটো আছে। মানুহ ঘৰৰ ল'ৰা দুটাই টাউনত চাকৰি কৰে; সিহঁতে তাতে মাটি-ঘৰ কৰিছে। থাকিবলৈ, চোৱা-চিতা কৰিবলৈ কোনো নাই কাৰণে সিহঁতে এই ঘৰ-মাটি বেচি দিব।

লক্ষেশ্বৰে আগতে এদিন অকলে গৈ চৌহদটো চাই আহিছিল, আজি সি তিলককো দেখুউৱা ভাল হ'ব বুলি ভাবিলে। তিলকে ঠাইভোখৰ ঘুৰি পকি চালে। তিনিফালে তিনিখন আহল-বহল বাৰীৰে সৈতে তিনি-ঘৰ মানুহ। তাৰে দুঘৰৰ বয়সীয়া তিৰোতা মানুহ আৰু ছোৱালী দুজনী-মানে অলপ আঁৰ লৈ-লৈ তিলকহঁতক চালে। অলপ পাছতে ওচৰৰ স্কুল এখন শনিবাৰ কাৰণে সোনকালে ছুটী হ'ল। তিলকে ল'ৰা-ছোৱালী-বিলাক গৈ শেষ নোহোৱালৈকে বাটলৈ চাই ৰ'ল। স্কুললৈ ছাইকেলত অহা কেইটামান ল'ৰাই আৰু এটা-এটাক আগত বহুৱাই লৈ বে'ল বজাই-বজাই সকলোতকৈ আগ বাঢ়িবলৈ চেষ্টা কৰিলে।

ল'ৰা-ছোৱালীবিলাক পাৰ হৈ যোৱাৰ পাছত লক্ষেশ্বৰে তিলকক সুধিলে, "পাৰিবি ইয়াত থাকিব?"

"কিয় নোৱাৰিম? মই খালী এটা কথা ভাবিছোঁ। তই মোক আৰু নবীনক দুবছৰ হোষ্টেলত থাকি পঢ়িবলৈ খৰচ দিব পাৰিবি? নবীনৰো আৰু সেইখন কলেজত পঢ়াৰ মন নাই, ময়ো এম. এ. পঢ়াৰ কথা ভাবিছোঁ। দুবছৰৰ পাছত আৰু নালাগে। তেতিয়া নবীনক ময়েই চাব পাৰিম।"

"কিয় নোৱাৰিম?" —লক্ষেশ্বৰে জোৰ দি ক'লে। লগে-লগে তাক এটা তীব্ৰ শোকে খুন্দা মাৰি ধৰিলে। সংযত হ'বলৈ আপ্ৰাণ চেষ্টা কৰি সি ক'লে, "পাৰিম। ঘৰৰ মাটি বেচি, এয়া ঘৰ-মাটি কিনাৰ পাছত মোৰ হাতত ঢেৰ টকা থাকিব নহয়! ইমানসোপা টকাৰে মই কি কৰিম?"

আচলতে কিমান টকা থাকিব লক্ষেশ্বৰে হিচাপ কৰা নাছিল, আৰু কৰাৰ প্ৰয়োজনো বোধ কৰা নাছিল। তিলক আৰু নবীনে হোষ্টেলত থাকি পঢ়া-শুনা কৰিব খুজিছে; তাৰ বাবে যি খৰচ লাগে বাপেকে দিব;

তিলকহঁতে যাব্র এইখিনি ভাবসা পাব লাগে। সিহঁতক এইখিনি ভাবসা দিয়াব বাহিবে লক্ষেশ্বৰব আৰু একো কাম নাই।

পাছৰ দুসপ্তাহৰ ভিতৰতে লক্ষেশ্বৰে পৈতৃক মাটিৰ ভাগ বেচিলেও, নতুন চৌহদটো কিনিলেও। কিনিয়েই ভবাৰ ভায়েক এটাক সি অলপ পইচা দি দায়িত্ব দিলে,—ঘৰটো মানুহ থাকিব পৰাকৈ ছাফা কৰাব লাগে ; বেৰী ঘৰটো ভাত বান্ধিব পৰা কৰাব লাগে। তাৰ এসপ্তাহমানৰ পাছত এদিন সি অৰুণক ক'লে,—"আমি যাওঁ অৰুণ।"

গোটেই কথাখিনি শুনি অৰুণে কোনোবা এখন বেলেগ ৰাজ্যত টোপ-নিয়াই থকা মানুহৰ নিচিনাকৈ সুধিলে, "কিয় আপোনালোকে এই কাম কৰিলে ?"

লক্ষেশ্বৰে ক'লে, "এই ইহঁত দুটাৰ কাৰণে কৰিলো বাপু। ইহঁতে দুটাই মনে-মনে বৰ কষ্ট পাইছে। গৌৰী তেনেকৈ শুচি যোৱাৰ কাৰণে কষ্ট পাইছে ; কিন্তু তাই যিবোৰ কথা কৈ গ'ল, সেইবোৰ কথা সঁচা কাৰণে বেছি কষ্ট পাইছে। সঁচাকৈয়ে কচোন বাপু, এই ঘৰ-মাটিত মই কোন ? মোৰ বাৰু জীৱনটো গ'ল। মই চকু মুদিলেই মোৰ কাৰণে সেইবোৰ কথা নাইকিয়া হ'ব। কিন্তু সিহঁত ইয়াত কোন ? সেইটো কথা সিহঁতে ইমান বেছিকৈ সোধা হৈছে,—মই আৰু সহিব নোৱৰা হৈছোঁ বাপু। হওক দে। বেয়া নাপাবি। মই সিহঁতক নিজৰ বুলিবলৈ ভেটি এটা দি যাওঁ। নহয় জানো ? আৰু—গৌৰীৰ কাৰণে আমি বৰ কষ্টও পাইছোঁ, ইয়াত মুখ উলিয়াব নোৱৰাও হৈছোঁ। আৰু—ইহঁত দুটাৰ পঢ়া-শুনাত বৰ ধাপ ;—এইবোৰৰ পৰা আঁতৰি এক মনে পঢ়া-শুনা কৰিবলৈ সিহঁতৰ বৰ মন। আৰু—"

লক্ষেশ্বৰে এটা-এটাকৈ কাৰণবোৰ ক'বলৈ লৈছিল ; কিন্তু এইখিনি কোৱাৰ পাছত আৰু কাৰণৰ কথা ক'বলৈ তাৰ মাত নোলাল।

"ঠিকেই।" —অৰুণে সেইখন ৰাজ্যৰ পৰা কোৱাৰ নিচিনাকৈয়ে ক'লে। —"আপোনালোক,—মানে আপুনি, তিলক, নবীন,—সকলোৱে ঠিকেই কৈছে। এনেকৈ ক'ব পৰা, এনেকৈ ভাবিব পৰাটো ভাল কাম। আত্মসম্মান থকা মানুহে এনেকৈয়ে ভাবে। কিন্তু মই আকৌ এটা বেলেগ কথা ভাবি আছিলো। আপোনাৰ লগত এটা বেলেগ বন্দবস্ত কৰিম বুলি ভাবি আছিলো। বাৰু। যি হ'ব হ'ল। কেৱল এটা কাম কৰিব। আপোনালোক যিদিনা যাব, তাৰ দুদিন আগতে মোক জনাব। মই আগদিনাই এফালে যাম। আপোনালোক ওলাই যোৱাৰ সময়ত মই ঘৰত থাকিব নোৱাৰিম।"

সেই দিনটো আহিবলৈ কিছুদিন সময় লাগিল। লক্ষেশ্বৰে ভবাইহঁতৰ গাঁৱৰ মিস্ত্রি এজনক খাট, চকী, মেজ, আলনা আদি দৰকাৰী বস্তু

কিছুমান সাজিবলৈ দিছিল। এইখন ঘৰৰ পৰা পিন্ধা কাপোৰখিনি আৰু তিলকহঁতৰ কিতাপ-বহীবোৰৰ বাহিৰে একো নিনিওঁ বুলি সি ঠিক কৰিছিল। সেই নতুন বস্তুবোৰ ঘৰটোত সোমোৱাৰ পাছত লক্ষেশ্বৰে এদিন তৰাৰ ভায়েকক লগত লৈ পাগঘৰৰ বাচন-বৰ্তন এসোপাও কিনিলে। এই কামবোৰ কৰোঁতে লক্ষেশ্বৰৰ প্ৰায়েই মনত পৰি থাকিল—সেই তাহানি গোলোকেশ্বৰ নামৰ মানুহ এটাই যে যোগমায়া আৰু অৰুণৰ কাৰণে ঘনশ্যাম চৌধুৰীৰ ঘৰটো সজাইছিল!

তাৰ পাছত যিদিনা লক্ষেশ্বৰহঁত যাবলৈ ওলাল, সেইদিনা টালি-টোপোলাবিলাক দেখি সিহঁত কেইদিনমানৰ কাৰণে কৰবালৈ ফুৰিবলৈ যাবলৈ ওলোৱা যেনহে লাগিল। অৰুণ ঘৰত নাছিল। সেই প্ৰথমে কথাটো ওলাওঁতেই যোগমায়াই কন্দা-কটা কৰিছিল; আজি তাই শিলৰ মূৰ্তিৰ নিচিনাকৈ আগফালৰ বাৰান্দাৰ মাটিত বহি ৰ'ল। তিলক-নবীনহঁতে মাত লগাওঁতে তাইৰ চকুৰ পতাও নলৰিল; তৰাই হাও-হাওকৈ কান্দোতেও তাই বিশেষ লৰচৰ নকৰিলে। অ'হিদ নামৰ মানুহ এটাৰ ভাৰা মৰা ফৰ্ড গাড়ী এখন আছে; তিলকহঁতে সেইখনকে বন্দবস্ত কৰি আনিছিল। গাড়ীখনত তিলক আৰু নবীন কোলাই-কোলাই টোপোলা এৰেকোটা লৈ বহিল। তৰাই বহাৰ পাছতো কান্দি থাকিল। ৰাধা গে'টখনৰ ওচৰলৈকে আগবাঢ়ি আহিছিল। গাড়ীত উঠাৰ আগতে লক্ষেশ্বৰে তাইক ক'লে, "গৌৰীক ইয়াতে থৈ যোৱা যেন লাগিছে।"

লক্ষেশ্বৰহঁত যোৱাৰ পাঁচদিনৰ পাছত এদিন গধূলি মহানন্দ ধীৰস্থিৰ খোজেৰে অৰুণহঁতৰ গে'টখন খুলি সোমাই আহিল। তেওঁ আগতে দুদিনমান অৰুণক বাটত লগ পাওঁতে কথা পাতিছিল, কিন্তু এইখন ঘৰলৈ অহা নাছিল। আজিহে আহিল। "ৰাধা" বুলি সৰুকৈ মাত লগাই তেওঁ মাজৰ কোঠালিৰ চকী এখনত এনেকৈ বহিল যেন তেওঁ সদায় টিউছন কৰিবলৈ অহা মাষ্টৰহে! আহিলো বুলি জাননী দি চিনাকি চকীখনত বহিলেই হ'ল!

ৰাধা আৰু যোগমায়া দুয়ো ওলাই আহিল। অৰুণ ঘৰত নাছিল। কিছু সময় মনে-মনে থকাৰ পাছত মহানন্দই ক'লে, "এখেতসকল এনেকৈ কিয় গুচি গ'ল?"

ৰাধা, যোগমায়া কোনেও উত্তৰ নিদিলে।

অলপ পৰৰ পাছত মহানন্দই ক'লে, "ক'লৈ গ'ল, ক'ত আছেগৈ, মই সকলো জানো। কিন্তু কিয় গ'ল—" তেওঁ বাক্যটো সম্পূৰ্ণ নকৰিলে।

ৰাধা ভিতৰলৈ সোমাই গ'ল। মহানন্দই তাইক মাতিলে, "চাও গুনাচোন ৰাধা।"

ৰাধা উভতি আহিল।

"মই একো নাখাওঁ। মোৰ কাৰণে একো কৰিব নালাগে।"

"গুদা চাহ একাপ?"

"নাই নালাগে। মই চাহ এৰিলোৱেই বুলিব লাগে।"

ৰাধাই ভিতৰলৈ গৈ প্লেটত এখনত কল দুটা আৰু পানী এগিলাছ আনি মহানন্দৰ সমুখত থলেহি। থবৰ সময়ত তাই মুখৰ ভিতৰতে গুণগুণালে, "বহুত দিনৰ মূৰত আহিছে। গুদা মুখে—"

ভালেমান পৰ মনে-মনে থকাৰ পাছত মহানন্দই কল এটা হাতলৈ তুলি ললে। কলটোৰ বাকলি গুচাই-গুচাই তেওঁ ক'লে, "তেখেতৰ লগত মোৰ কথা আছিল।"

কলটো খাই লৈ, জেপৰ পৰা ৰুমাল উলিয়াই তাৰে আঙুলি আৰু মুখ মচি মহানন্দই ক'লে, "তেখেতৰ পৰা মই অকণমান সহায় বিচাৰিম বুলি ভাবিছিলো।"

আকৌ কিছু সময় মনে-মনে থকাৰ পাছত মহানন্দ লাহেকৈ উঠিল আৰু নিজকে কোৱাৰ নিচিনাকৈ "আহোঁ" বুলি কৈ ওলাই গ'ল। ৰাধা তেওঁৰ অলপ পিছে-পিছে চোতাললৈ ওলাই গ'ল। তেওঁ গে'ট পাৰ হৈ যোৱাৰ পাছতহে যোগমায়াই লৰচৰ কৰিলে।

লক্ষেশ্বৰহঁতৰ ফালৰ কোঠালি কেইটালৈ ৰাধাই'ত কেইবাদিনলৈ যোৱাই নাছিল। তিলকহঁতেই দুৱাৰ কেইখন ভিতৰফালৰ পৰা হুক মাৰি বন্ধ কৰি, মাজৰ কোঠালিয়েদি ওলাই গৈছিল। এদিন ৰাধা কোঠালি-কেইটা চাবলৈ গ'ল। এনেয়ে। কাম নাছিল কাৰণে। প্ৰতিটো কোঠালি সাৰি-পুচি ছাফ-চিকুণকৈ থোৱা আছে ;—এই যেন কোনোবা আহিবহে! চকী, মেজ, বিছনা য'ত যেনেকৈ আছিল, তেনেকৈয়ে আছে ; কেৱল কাপোৰ-কানিবোৰ নাই।

"মা!"—ৰাধাই মাকক মাতিলে। আধা খালী ঘৰটোৰ ভিতৰত তাইৰ মাতটো গমগমাই উঠিল।

অলপ পাছতে যোগমায়া সোমাই আহিল।

"এইফালটো বন্ধ কৰিয়েই থৈ দিওঁ। খুলি ৰাখিলে কোনে সদায় সৰা-পোঁচা কৰিব?"

যোগমায়াই লগে-লগে একো নক'লে। তাই ইটো কোঠালিৰ পৰা

সিটো কোঠালিকে গৈ এনেয়ে কোঠালিকেইটা চালে ; তাৰ পাছত ক'লে, "ই অকণে কংগ্ৰেছৰ অফিছ নে কি পাতিব খুজিছে নহয়।"

"কোনে ক'লে? দাদাই? কেতিয়া ক'লে?"

"কালি কৈছিল।"

সেইদিনা ৰাতিয়েই ৰাধাই অকণক সুধিলে---কথাটো হয়নে?

অকণে ক'লে, "ভাবিছোঁ।"

ৰাধাই ক'লে, "আমিও যদি অইন কৰবাত থাকিবলৈ যাওঁগৈ, তেনে-হ'লে গোটেই ঘৰটো কংগ্ৰেছক দি দিব পাৰি দেখোন! তেতিয়াহে বেছি ভাল হ'ব!"

"কিয়?"

অলপ পৰ বৈ ৰাধাই ক'লে, "আকৌ সেই মানুহবিলাকে সুধি থাকিব, মুখৰ আগতে আলোচনা কৰি থাকিব,---এইটো কাৰ ঘৰ, কিয় এইফালটো খালী হ'ল! ---এইবোৰ আৰু শুনিবৰ মন নাই।"

"আচৰিত কথা!" অকণে ৰাধাৰ মুখলৈ অলপ সময় চাই ৰ'ল।

"কি আচৰিত কথা?" ৰাধাই সুধিলে।

"ময়ো কেইবাদিনো ঠিক এই কথাটোকে ভাবি আছিলোঁ। আমি তিনিটা মানুহ,---আমিতো য'তে-ত'তে থাকিবগৈ পাৰোঁ! এই ইমান-বোৰ জঞ্জালৰ মাজত থকাৰ কি দৰকাৰ? মই নাথাকোঁতে মাইতো এদিন এই এটাইবোৰ মোমোইদেউ আৰু মহানন্দ দাদাক দি দিবলৈকে ওলাইছিল!"

ৰাধাই মূৰ দুপিয়ালে।

"তেনেহ'লে তাকে নকৰোঁ কিয়? ইয়াৰ পৰা বহু দূৰত সৰু ঘৰ এটা লৈ নাথাকোঁগৈ কিয়? তোকতো অতুলে নি কৰবাত ৰাখিবগৈয়ে। মোৰ যি কাম,---এই প্ৰকাণ্ড দেশখনৰ য'তে থাকোঁ ত'ৰ পৰাই সেইবোৰ কাম কৰিব পাৰিম। মাৰ কাৰণে এটা কোঠা, আৰু মোৰ কাৰণে এটা কোঠা,---আৰু নো কি লাগিছে?"

ৰাধাই অকণৰ চকুলৈ চাই সুধিলে, "তই এনেকৈয়ে থাকিবি নে কি? বিয়া-বাৰু নকৰাৱ?"

"ওহোঁ।"

"কিয়?"

"মোৰ বহুত অসুবিধা আছে। সেইবোৰ কথা মাৰ আগত একেবাৰে নুলিয়াবি। আগতে তোৰ কথাবোৰ ছিঙিজিল লাগক, তাৰ পাছত মোৰ যি ক'বলগীয়া আছে কম, যি কৰিবলগীয়া আছে কৰিম।"

# চৌবিছ

কেইদিনমানৰ পাছত খবৰ ওলাল——স্কুলখন মিলিটেৰিয়ে অলপতে এৰি দিব। খবৰটো পায়েই কেইজনমান মাষ্টৰ অৰুণৰ ওচৰ পালেহি। অৰুণে বৈ-বৈ, এষাৰ-এষাৰকৈ কথা কিছুমান কৈ গ'ল,——যেন কাৰোবাক কথাবোৰ লিখি লবলৈ সুবিধাহে দিছে!

সি ক'লে, "এৰি দিয়াৰ লগে-লগে আপোনালোক সকলোৱে মিলি ঘৰ-দুৱাৰবোৰ ঠিক-ঠাক কৰাই লব। এটা দিন ঠিক কৰি, আকৌ আগৰ নিচিনাকৈ দুয়োখন স্কুল বেলেগ কৰি, আগৰ নিচিনাকৈ ৰুটিন কৰি, পঢ়া-শুনা আৰম্ভ কৰাব। আৰম্ভণিতে কাম চলাবলৈ হে'ডমাষ্টৰ দুজন পাতি লব। এইবাৰ এখন স্কুল কমিটিও পাতি লব। সেই কমিটিয়ে এজন পাৰ্মানেণ্ট হে'ডমাষ্টৰ পাতি দিব। গৱৰ্ণমেণ্টৰ লগতো কথাবোৰ আলোচনা কৰিব, মহানন্দ দাদাৰ লগতো আলোচনা কৰিব।"

মাষ্টৰসকলে তধা লাগি অৰুণৰ মুখলৈ চাই ৰ'ল। তাৰ পাছত তেওঁলোকে ইজনে সিজনৰ মুখলৈ চালে।

কেশৱ দাসে সুধিলে, "আপুনি কিয় এনেকৈ কৈছে? এনেকুৱা সুৰত কথা কৈছে,——যেন আপুনি বাহিৰৰ মানুহহে!"

অকণে সৰু মাতেৰে ক'লে, "বাহিৰৰ মানুহ বুলিয়েই ধৰক। মই সকলো কাগজ-পাতি আপোনালোকৰ হাতত দি দিম। মোক আৰু স্কুল দুখনৰ লগত জড়িত নকৰিব। এই দুখন আপোনালোকৰ স্কুল, ——ভালকৈ চলাব। চাব, যি উদ্দেশ্য লৈ এখন স্কুল পতা হয়, সেই উদ্দেশ্য যেন ৰক্ষা পৰে। আৰু এটা কথা। হাইস্কুলৰ পুৰণি ছাইনবৰ্ডখন আকৌ ভাত নলগাব। কমিটিয়ে যেন স্কুলখনৰ নতুন নাম এটা দিয়ে। ইখন স্কুলবো।"

মাষ্টৰসকল স্তব্ধ হৈ ৰহি ৰ'ল। ৰাধাই তেখেতসকলক একো কাপ গুদা চাহ দিছিল; কিন্তু তেখেতসকলৰ চাহ খোৱাৰ কোনো লক্ষণ দেখা নগ'ল।

কেইদিনমানৰ পাছত এদিন সঁচাকৈয়ে হাইস্কুলখনৰ বাহিৰ-ভিতৰ গোটেইখন নিজম পৰি গ'ল। বাস্তাত, চৌহদৰ ভিতৰত এখনো গাড়ী নাই; ইফাল-সিফাল কৰি ফুৰা মিলিটেৰি নাই; লাজিখনৰ পৰা ধোঁৱা

ওলোৱা নাই ; —কেৱল এখন মটৰ ছাইকেল আৰু দুজন মানুহ। পাছ-দিনা সেই মটৰ ছাইকেলখনো নাই, মানুহ দুজনো নাই। চুবুৰিটোৰ সৰু ল'ৰা কিছুমান প্ৰথম-প্ৰথম দল পাতি স্কুলৰ চৌহদত সোমাল। মিলিটেৰিবিলাকেনো কি কৰিছিল সিহঁতে ঘূৰি-ঘূৰি তাকে বুজিবলৈ চেষ্টা কৰিলে আৰু কৰবাত কিবা এৰি থৈ গৈছে নে কি চালে। নাই, তেওঁ-লোকে ক'তো একো এৰি থৈ যোৱা নাই। চব চাফ-চিকুণ, ছিজিল কৰি থৈ গৈছে। বহুদিনৰ মূৰত ল'ৰাবিলাকে স্কুলৰ ফিল্ডখনত আজ্ঞাৰ নোহোৱালৈকে হেঁপাহ পলুৱাই খেলিলে।

পাছদিনা আবেলি স্কুলত মাষ্টৰসকলে মিটিং এখন পাতিলে—এতিয়া কি কৰা যায়, সেই বিষয়ে আলোচনা কৰিবলৈ। কেশৱ দাসে নিজে গৈ অৰুণক হাতে-ভৰিয়ে ধৰা দি ধৰিলে—আপুনি অন্ততঃ মিটিং-খনলৈ আহক ; —অৰুণ নাহিল। সি লাহে-লাহে ক'লে, "মোৰ যি ক'বলগীয়া আছিল কলোৱেই। মিটিঙতনো মই কি কমগৈ ? জোৰ নকৰিব দাস। মোৰ তেনেকুৱা এখন মিটিঙত থাকিবলৈ দুখ লাগে নহয়। কথাটো বুজিছে ?"

কেশৱ দাসে আৰু জোৰ নকৰিলে।

সেইদিনা গধূলিৰ পাছত গোপাল দোকানী অৰুণৰ ওচৰলৈ আহিল। সি অলপ উত্তেজিত কণ্ঠেৰে সুধিলে, "আপুনি বোলে স্কুল দুখন এৰি দিব খুজিছে ? আপুনি বোলে কমিটি পাতিবলৈ কৈছে ?"

অৰুণে একো শব্দ নকৰাকৈ কেৱল মূৰ দুপিয়ালে।

"কিয় দাদা ?" গোপালে আৰু উত্তেজিত হৈ সুধিলে।

"সকলোৱে যাতে স্কুল দুখন নিজৰ বুলি ভাবিব পাৰে, তুমি যাতে কমিটিৰ ছেক্ৰেটেৰি হ'ব পাৰা, সেই কাৰণে।"

গোপালে যেন থতমত খালে। এক মুহূৰ্তমান সময় ওঁহু-আহু কৰি সি ক'লে, "নাই নাই, মই কি ছেক্ৰেটেৰি হ'ম। কিন্তু ইমান ডাঙৰ-ডাঙৰ স্কুল দুখন— "

"মই তোমাক লগ ধৰিম বুলি ভাবিয়েই আছিলো। তুমি আহিলা ভালেই হ'ল।" —অৰুণে হঠাতে গম্ভীৰ সুৰেৰে আৰম্ভ কৰিলে। —"তোমাৰ সকলো কথা মই শুনিছোঁ গোপাল। যিমান শুনিছোঁ তাতকৈ বেছি বুজিছোঁ। তুমি বহুত টকা কৰিলা, তাৰে বেছিভাগ বেইমানী কৰি কৰিলা। আৰু—ধন-সম্পত্তিৰ নিচাতে আমাৰ অপকাৰো কৰিলা।"

"নহয় নহয় দাদা—"

"শুনি যোৱা। মোৰ কথাৰ মাজত কথা নক'বা। মোৰ কথা মিছা বুলি তুমি মুখেৰে ক'লেও নহ'ব। তোমাৰ কামতে সঁচা-মিছা ওলাই থাকিব। জীৱনটোৰ বহু সময় আগলৈও আছে, নহয় জানো ?

তোমাৰ ককা-দেউতাৰা অনন্ত বুঢ়াই মোক বোকোচাত তুলি লৈছিল, আৰু লক্ষেশ্বৰ মোমাইদেৱে অনন্ত বুঢ়াক বোকোচাত তুলি জোৱাৰ নিচিনাকৈ লৈ ইয়াত বহুৱাই থৈ গ'ল। তোমাৰ মাৰা আমাৰ স্কুলৰ প্ৰথম মাষ্টৰণী আছিল। সেইবোৰ নাপাহৰিবা। পাহৰিলে বৰ কষ্ট পাবা। এটা দৰিদ্ৰ, টোকোনা বিনা পইচাই পোৱা মদৰ নিচাত দুবি থকাৰ নিচিনাকৈ নাথাকিবা। এই স্কুল দুখন তোমাৰ মাৰাৰ পূজাঘৰ বুলি ভাবিবা। তোমাৰ গুৰু মনোৰঞ্জন বাবুকো ক'বা। তেওঁৰ নাতি-পুতিক এনেকুৱা স্কুলেহে মানুহ কৰিব।"

অলপ পৰ ৰৈ অৰুণে আকৌ ক'লে, "মইতো ভাবোঁ—তোমালোক দুজনেই স্কুল দুখনৰ ছেক্ৰেটেৰি-এছিষ্টেণ্ট ছেক্ৰেটেৰি আদি হোৱাটো ভাল হ'ব। স্কুল দুখনৰ ইমান ওচৰতে, অথচ বাহিৰত,—ইমান বেয়া মানুহ ৰাখিব নাপায়। ভিতৰত ৰাখিব লাগে। কিন্তু এতিয়াতো তোমালোকে ক্লাছ থ্ৰি-ফ'ৰত নাম লগাব নোৱাৰা! মাষ্টৰ হ'বও নোৱাৰা। গতিকে ছেক্ৰেটেৰি-টেক্ৰেটেৰিয়েই হোৱা; কিন্তু ভিতৰত থাকা।"

ভাগৰ লগা মানুহৰ নিচিনাকৈ অৰুণে উশাহ ললে। অলপ সময় মনে-মনে থাকি সি ক'লে, "মই সকলোকে কম—স্কুলৰ কমিটিখন যেন মনোৰঞ্জন বাবু আৰু তোমাক বাদ দি নাপাতে।" আকৌ অলপ সময় মনে-মনে থাকি সি ক'লে, "স্কুল দুখনৰ টকা-পইচাৰ অভাৱ বোধকৰোঁ সহজে নহ'ব। যদি হয়, তেনেহ'লে তোমালোকে খাই চুকুৱাব নোৱৰা পইচাবোৰ স্কুলকে দিবা। তোমালোকৰ প্ৰায়শ্চিত্তৰ ইয়াতকৈ ভাল উপায় নাই।" তাৰ পাছত অৰুণে গোপালক বিদায় দিলে, "হ'ব যোৱা।"

গোপালে হাতযোৰ কৰি কিবা এটা ক'ব খুজিছিল; অৰুণে ক'লে,—"যি কোৱা স্কুলৰ মিটিঙত ক'বা। এতিয়া যোৱা।"

কেইদিনমানৰ পাছত এদিন আবেলি অৰুণ মহানন্দক বিচাৰি তেওঁৰ ঘৰলৈ গ'ল। স্কুল-কমিটিৰ প্ৰেছিডেণ্টৰ বাবটো যাতে মহানন্দই লয়, সেই কথাটো ক'বলৈ। ঘৰত কোনো নাই। আগকালে দুৱাৰত তলা লগোৱা। উভতি আহি অৰুণে কাঠৰ দোকানৰ চকিদাৰটোক সুধিলে,—দাদাহঁত কলৈ গ'ল? চকিদাৰটোৱে ক'লে,—এয়াৰপৰ্টৰ ওচৰত যে মিলিটেৰি কেম্প এটা হৈছিল, তালৈ গৈছে।

তাৰ পাছত এসপ্তাহমানৰ কাৰণে অৰুণ পাৰ্টিৰ কামত কবৰবালৈ গ'ল। এই সপ্তাহটোত যোগমায়া আৰু ৰাধাই প্ৰথম উপলব্ধি কৰিলে—সিফালে গোসাঁইঘৰৰ পৰা ইফালে অৰুণ থকা কোঠালিটোলৈকে,—সৌফালে গৌৰীৰ কোঠালিটোলৈকে,—এইটো যে কিমান প্ৰকাণ্ড ঘৰ।

বঢ়াওঁতে-বঢ়াওঁতে যে ঘৰটো কিমান বাঢ়ি গৈছিল। ঘৰটোৰ ভিতৰতে ইমান মুকলি-মুকলি লাগে।

ৰাধা স্কুললৈ যোৱাৰ পাছত যোগমায়াৰ এই গোটেইখন এখন প্ৰকাণ্ড ডাঠ হাবি যেন লাগিল। মাত-বোল নাই, চৰাই-চিৰিকতি নাই, বতাহ অকণো নাই;—গোটেইখন যেন একেবাৰে থৰ লাগি আছে। তাইৰ উশাহ-নিশাহৰ বতাহকণ ওলোৱা-সোমোৱা কৰি আছে; তাইৰ বুকুখন অকণমান উঠা-নমা কৰি আছে;—লৰচৰৰ নামত সিমানেই। একো সময়ত তাইৰ এনেকুৱা লাগিল যেন লক্ষেশ্বৰে অকণক ৰেল দেখুৱাবলৈ নিছে; ৰেলখন গুচি যোৱাৰ পাছত অকণে ধনু-কাঁড় লৈ হাবিখনত ঘূৰি ফুৰিছে;—তাই ঘৰত অকলে বহি আছে—ঘনশ্যাম চৌধুৰীৰ কথা ভাবি।

ৰাধা ওলাই যোৱাৰ পাছৰে পৰা যোগমায়াই টোপনি যাবলৈ চেষ্টা কৰে; টোপনি নাহে। ৰাধাই স্কুলৰ পৰা আহি কি খাব, তাৰ যোগাৰ কৰিবলৈ তিনি বজাত পাগঘৰত সোমালেও হয়, কিন্তু তাই দুইমান বজাতে সোমায়। ইমান বেছি সময়, ইমান দীঘলীয়া জীৱন;—যোগমায়াৰ আমনি লাগি যায়। মাজে-মাজে তাই দুখত ইছাট-বিছাট কৰি থাকে।

সাদিনৰ মূৰত অকণে খবৰ এটা লৈ উভতি আহিল। সি এটা কাম পাইছে। চন্দন নগৰত। ল'ৰা-ছোৱালী পঢ়াব লাগে আৰু পাৰ্টিৰ কাম কৰিব লাগে। দৰমহা পাব, থাকিবলৈ ঘৰ পাব। ঠাইডোখৰ—মানে প্ৰতিষ্ঠানটো—ঠিক আশ্ৰম নহয়,—অলপ আশ্ৰমৰ নিচিনা। আগলৈ তাত এখন ইউনিভাৰ্ছিটি হোৱাৰ কথা আছে।

ৰাধাৰো এটা নতুন খবৰ দিবলগীয়া আছিল। স্কুলৰ মাণ্টৰসকলে তাইকে হে'ডমিষ্ট্ৰেছ হ'বলৈ অনুৰোধ কৰিছে।

কথাটো শুনি অকণে অলপ সময় চকু মুদি থাকি ক'লে, "আচলতে তেখেতসকলে আমাৰ মৰমতে এই কথাটো কৈছে। আমাক এৰিবলৈ টান পাইছে। পাবও দেচোন। আমিয়েই পতা স্কুল।"

"তই কি কৰিবলৈ কৱ?"

"তোৰ ভাল লাগে যদি কৰ।" অকণে খোলা মনেৰে ক'লে।

"তই চন্দন নগৰলৈ যাবিগৈ নে কি?"

অলপ পৰৰ পাছত অকণে ক'লে, "মই কি ভাবিছিলো জান? অতুল আহিব, তয়ো অতুলে ইয়াতে থাকিবি; যদি মাওঁ থুলি কয় তেনেহ'লে মাক মোৰ লগতে লৈ যাম, যদি নকয় তেনেহ'লে মা তহঁতৰ লগতে থাকিব।"

"তইনো কিয় এনেকৈ যাবলৈ ওলালি?" ৰাধাই হঠাতে সুধিলে।

অকণ যেন এইটো প্ৰশ্নৰ উত্তৰ দিবলৈ আগৰে পৰাই সাজু হৈ আছিল। সি ক'লে, "আগৰ দিনবিলাকত বৰ ভুল কৰিলো। বৰ তুচ্ছ কথাৰ মাজত

সোমাই বহুত সৰু কাম কৰিছো। ভাল কামখিনিও কলংকৰ নিচিনা হৈ পৰিল। এতিয়া মোৰ বৰ লাজ লাগে। মাৰ কাৰণেহে ইমানবোৰ কাম কৰিছিলো। কিন্তু এইবিলাক কৰিলে যে মাৰ অপকাৰ কৰা হ'ব, সেইটো বুজা নাছিলো। তুচ্ছ,—এই তুচ্ছ কথাবোৰৰ পৰা আঁতৰিব লাগে। যিমানে সকলোৰে মনৰ পৰা আঁতৰি যাব, মাই সিমানে সুখ পাব।"

কিছু সময় দুয়ো নিস্তব্ধ হৈ ৰ'ল। তাৰ পাছত অৰুণে ক'লে, "আৰু— মোৰ লগে-লগেই এই সকলো শেষ হোৱা দৰকাৰ। তই সিদিনাখন মোৰ বিয়াৰ কথা সুধিছিলি নহয়? ওহোঁ। লাইনটো মোতেই শেষ হ'ব লাগে। মা ফ্ৰি হৈ যাব লাগে।" দীঘলকৈ উশাহ এটা লৈ অৰুণে বেলেগ সুৰেৰে ক'লে, "মুঠতে মোৰ এতিয়া বহুত কাম। মোক তইঁতে কাম কৰিবলৈ যিমান পাৰ মুকলি কৰি দে।"

এমাহমানৰ পাছত অৰুণ চন্দন নগৰলৈ যোৱাৰ সময় আহিল। যোৱাৰ আগতে সি মহানন্দৰ লগত কেইটামান কথা ছিজিল লগোৱাৰ কথা ভাবিলে। ছিজিল মানে কি আৰু! মহানন্দক কথাকেইটা কোৱা। মহানন্দই স্কুল, পাৰ্ক,—এইবিলাক যেন নিজৰ সম্পত্তি বুলি চমজি লয়। স্কুলৰ মাষ্টৰ কেইজনে এতিয়াও তেওঁলোকক দিয়া মাটিত ঘৰ সজা নাই; সাজিলে যেন মহানন্দই আপত্তি নকৰে। একমাত্ৰ সেইকণ ত্যাগ মহানন্দই কৰিব লাগে। ঘনশ্যাম চৌধুৰীয়ে নিজে সজাই যোৱা, এতিয়া অৰুণহঁত থকা ঘৰটো মহানন্দই তেওঁৰ নিজৰ ঘৰ বুলি ধৰিব। দৰকাৰ হ'লে ক'ব,—ৰাধাই খালী কৰি দিব।

তিনিদিন মহানন্দক বিচাৰি তৃতীয় দিনা তেওঁক অৰুণে ঘৰতে পালে।

"আহাঁ আহাঁ বাপু"—বুলি মহানন্দই অৰুণক চোতালৰ পৰাই আদৰি নিয়াদি নিলে। অৰুণ বহাৰ পাছতে তেওঁ কৈ যাবলৈ ধৰিলে, "তোমাক লগ ধৰোঁ-ধৰোঁ বুলি ধৰিবই পৰা নাই। এই কিছুদিন অলপ কামত বৰ ঘূৰা-পকা কৰিবলগীয়া হৈছে। মিলিটেৰিবিলাক গ'ল,— সিহঁতে মোৰ কাম বঢ়াই থৈ গ'ল। বাৰু সেইবোৰ বাদ। এতেকে,— তোমাৰ মোমাইদেউৱাই মোক খা-খৰৰ নিদিয়াকৈ গুচি গ'ল। মই বেয়া পালো দিয়া। কাঠৰ দোকানখন মই তেখেতক চমজাই দিম খুজিছিলো। তোমাৰ চাগে ক'ত কাঠৰ দোকানত ইণ্টাৰেষ্ট হ'ব! সেইকাৰণে ভাবিছিলো তেখেতকে চমজাই দিম। ঠিক আছে বাৰু। উপায় নাই যেতিয়া তোমাকে চমজাই দিম। আৰু—এই ঘৰটোও চমজাই

দিলো। ধৰি লোৱা এতিয়াই চমজাই দিলোৱেই। আমি ওলাই গ'লেই চাবিটো দি যাম।"

"কলৈ যাব আপোনালোক?"—অকণে আধাফুটা মাতেৰে সুধিলে।

"সেই এয়াৰপ'র্টৰ ওচৰত মিলিটেৰিয়ে ঘৰ কেইটামান সজাইছিল নহয়? তাৰে এটা সিহঁতে মোক দি গৈছে। বৰ ভাল ঠাই মুকলি,—হাই-উৰুমি নাই, মাজে-মাজে খালী প্লেনৰ শব্দ। আৰু এতিয়াতো প্লেন নোহোৱাই হ'ব। বৰ বেছি দিনটোত দুখন। দুদিনমান এওঁ-লোকক লৈ তাতে থাকি চালোও বুইছা? বৰ ভাল লাগে। এতিয়া এওঁ,—তোমাৰ নবৌৱেৰা আৰু ইহঁত দুটা তাতে আছে। মই অকলেহে ইয়ালৈ আহিছোঁ। চাহ-তাহ এটোপা—"

"নালাগে। সেইবোৰ একো নালাগে। তেনেহ'লে আপোনালোক আৰু ইয়াত নাথাকে?"

"এৰা। কথাটো তেনেকুৱাই হ'ল। দেখা-সাক্ষাৎ হৈ থাকিব দিয়াচোন। বেছি দূৰতো নহয়।" —মহানন্দই অলপ দোষ কৰা মানুহৰ নিচিনাকৈ ক'লে।

"এইবোৰ ঘৰ, মাটি, সম্পত্তি?"

"তাকেতো ক'লো। এইবোৰ তোমালোকৰ বস্তু তোমালোকক গতাই দিলো। তোমালোকে মোৰ দুখৰ দিনত বৰ সহায় কৰিলা। সেই-খিনি সহায় নকৰা হ'লে আমি বিপদতেই পৰিলোহেঁতেন।" মহানন্দ ৰ'ল। অলপ সময় কিবা ভাবি তেওঁ ক'লে, "মাজতে বৰ ভুল কৰিলো। দেউতা ভাল মানুহ আছিল বুলি খোপনি পুতি ধৰি আছিলো। লোভো হ'ল বৰ বেছি। সেই কাৰণে ইমান গণ্ডগোল হ'ল। মোৰ ডাঙৰ ল'ৰাটোৱে দেখুৱাই নিদিয়া হ'লে এই ভুলবোৰ নেদেখিলোৱেইহেঁতেন।" —মহানন্দই সেমেকা হাঁহি এটা মাৰিলে। অলপ পৰ বৈ তেওঁ ক'লে, "একেটা মানুহৰ কাৰণেই আমাৰো কষ্ট হ'ল, তোমালোকৰো কষ্ট হ'ল যেতিয়া—মানুহটো বেয়া আছিল বুলি ক'বই লাগিব;—কি কোৱা?" তাৰ পাছত হঠাতে সকলো পুৰণি ভাব-চিন্তা জাৰি- জোঁকাৰি আঁতৰাই দি উঠাৰ সুৰত তেওঁ ক'লে, "বাদ দিয়া। যি হ'ল হ'ল। এতিয়া সকলো চম্ভালি লৈ সুখে-সন্তোষে থাকা। মোমাইদেউৰাকো উভতি আহি-বলৈ কোৱা।"

"মই এই এটাইবোৰ আপোনাক চমজাই দিয়াৰ কথা কবলৈহে আহিছিলোঁ।" —অকণে ক'লে।

"মোক? নহয় নহয় নহয়।" —মহানন্দ যেন উচপ খাই উঠিল। —"মোক আৰু এইবোৰৰ মাজলৈ একেবাৰে মাটানিবা। ইয়াত থাকিলে মই ঘৰ-মাটিহে পাম, কিন্তু আইন সকলো হেৰুৱাম। ল'ৰা-ছোৱালীবোৰ

সকলো। মই ইয়াত থাকিলে যোগাইব দুৰ্নাম কৰিবলৈহে থকা হ'ব।"

তাৰ পাছত মহানন্দই পাতল সুৰেৰে, ক্ৰকায়েকে তায়েকক কোৱাৰ সুৰেৰে কৈ গ'ল,—তুমি বিয়াখন পাতা। ৰাধাৰ কথাটোতো আৰু পজায় নকৰিবা। চাবা—মাহী মাজে অকলশৰীয়া নহয়।...

অৰুণ নিৰ্বাক-নিস্তব্ধ হৈ ৰহি ৰ'ল। মহানন্দৰ গুচযৰ পৰা আঁতৰি অহাৰ সময়তো সি ইংগিতেৰেহে বুজালে,—"যাও"।"

কিছুদিনৰ পাছত এদিন পাৰ্বতীয়ে চাবি কেইটামান ৰাধাৰ হাতত দি গ'ল। যাবৰ সময়ত তাই যোগমায়াক ভৰি চুই সেৱা কৰি গ'ল।

যোগমায়া আৰু ৰাধা এদিন মহানন্দহঁত থকা ঘৰটো চাবলৈ আহিল। ছেভ্ৰলেট গাড়ীখনো মহানন্দহঁতে এৰি থৈ গৈছে। আগফালৰ বাৰান্দা-খনত ছাগলী উঠাৰ চিন আছে। ঘৰটোৰ ভিতৰৰ বস্তু-বাহানি কিছু মহানন্দহঁতে লৈ গৈছে যদিও, এতিয়াও মানুহ এঘৰ আহি সোমায়েই থাকিব পৰাকৈ বহু বস্তু আছে। অৰুণহঁতে যে এসময়ত যোগমায়া-নিকেতনৰ কাৰণে কিছুমান চকী-মেজ-পালেং সজাইছিল, সেইবোৰৰ একো মহানন্দ-হঁতে নিয়া নাই। ঘৰটোৰ ভিতৰখন ভেঁকুৰা-ভেঁকুৰা গোন্ধাইছে। এটা কোঠাৰ চুকত উঁয়ে মাটি তুলিছে।

ঘৰটোৰ পৰা ওলাই আহোঁতেহে ৰাধাই মন কৰিলে—গে'টৰ পিলাৰ এটাত যোগমায়া-নিকেতন বুলি লিখা প্লেটখন লগাই থোৱা আছে।

কেইদিনমানৰ আগতে অৰুণ চন্দন নগৰলৈ গৈছে। যোৱাৰ আগতে সি দধি নামৰ মানুহ এটা যোগাৰ কৰি থৈ গৈছে। মৰমলা, কম মুখিৰ, কামলৈ এলাহ-ভয় নকৰা মানুহ। সি ঘৰৰ কাম-বন কৰিব, বজাৰ-সমাৰ কৰিব, যোগমায়া আৰু ৰাধাক ৰখিব।

মহানন্দহঁত থকা ঘৰটোৰ পৰা উভতি গৈয়েই ৰাধাই দধিক ক'লে, —সেই ঘৰটোৰ পদুলিত যোগমায়া-নিকেতন বুলি লিখি থোৱা প্লেটখন খুলি লৈ আহিবলৈ।

অৰুণ চন্দন নগৰলৈ যোৱাৰ পাছত চুবুৰিটো শান্ত, শীতল হৈ পৰিছিল। লাহে-লাহে মহাযুদ্ধৰ চিন-চাবৰোৰ নোহোৱা হৈ আহিছিল। মাটি পোৱা মাষ্টৰসকলৰ ভিনিজনে ঘৰ সজাবলৈ আৰম্ভ কৰিছিল। তেওঁলোকে, এসময়ত অৰুণে কোৱাৰ দৰে,—স্কুল-ফাণ্ডৰ পৰা পইচা ধাৰলৈ লোৱা নাছিল। বাকী কেইজন মাষ্টৰে মাটি চমজি লৈছিল, কিন্তু কি কৰোঁ-কি নকৰোঁ কৰি আছিল। পুলিচে চাহাবে ঘৰটো সম্পূৰ্ণ কৰিবলৈ আকৌ মিস্ত্ৰি লগাইছিল। মদ খাই ঘৰত সোমোৱাৰ কাৰণে এদিন সোপালে পুতেকক পিটি-পিটি প্ৰায় বেহুঁচ কৰি পেলাইছিল। মনোৰঞ্জন দাস

মানুহজন দিনে-দিনে গহীন-গম্ভীৰ হৈ আহিছিল। তেওঁ গোপালৰ লগত হলি-গলি কমাবলৈ চেষ্টা কৰিছিল। এসময়ত কাবুলী থকা ঘৰটোলৈ উইভিং ডিপাৰ্টমেণ্টত ছুপাৰিণ্টেণ্ডেণ্টৰ চাকৰি কৰা গিৰীন ভট্টাচাৰ্য্য নামৰ মানুহ এজন আহিছিল। তেওঁৰ তিনিজনী জীয়েক আছিল। ডাঙৰ জীয়েকে আহিয়েই চুবুৰিটোৰ ল'ৰা-ছোৱালী কেইটামানক ঝাণ্ডা উচা ৰহে হামাৰা নামৰ গানটো কণ্ঠ মিলাই গাবলৈ শিকাইছিল। তাই নিজে হাৰমনিয়াম বজাইছিল। জগমোহনৰ গুদামৰ কাৰবাৰ বহুত ডাঙৰ হৈছিল। তেওঁৰ শিৱ মন্দিৰটোত ৰাতি কীৰ্তন কৰা মানুহৰ সংখ্যাও বহুত বাঢ়িছিল। ৰাধাই হে'ডমিষ্ট্ৰেছৰ বাবটো লোৱা নাছিল। কেশৱ দাসেই কাম চলাই আছিল।

অৰুণে দহ-বাৰ দিনৰ মূৰে-মূৰে চিঠি দি আছিল। চিঠিবোৰত সি প্ৰথমতে দুটা কথা সুধিছিল;—মাৰ গা আৰু মন ভালে আছেনে? অতুলৰ কিবা খবৰ আহিছেনে? তাৰ পাছৰ কথাখিনিৰো সাৰাংশ প্ৰায় একেই আছিল: এতিয়া সি "মনৰ মতন" কাম কৰিবলৈ পাইছে। তাৰ যি শক্তি, যি সামৰ্থ্য, সেই শক্তি-সামৰ্থ্যৰ বলত, সেই শক্তি-সামৰ্থ্যৰ জোখাৰে পোৱা কাম। বৰ গুৰুত্বপূৰ্ণ কাম। অলপতে দেশ স্বাধীন হ'বই, আৰু সেই স্বাধীনতাৰ বাবে আনন্দ কৰাৰ তাৰ পূৰা অধিকাৰ থাকিব। বহু ডাঙৰ-ডাঙৰ নেতাক সি লগ পাইছে; আৰু তেওঁলোকৰ পৰা বহুত কথা শিকিছে। কৰুল আজৰি সময়ত মাক আৰু ৰাধালৈ মনত পৰিলে তাৰ বৰ বেয়া লাগে। অন্ততঃ অতুলতো অহা হ'লেও!

দুই-তিনিমাহৰ মূৰে-মূৰে অৰুণ ঘৰলৈ আহিও থাকিল। যাবৰ সময়ত প্ৰত্যেকবাৰেই সি যোগমায়াক সুধিলে,—"যাব যদি ব'ল; মোৰ লগতে থাকিবি! ভাল লাগিব। বৰ ভাল ঠাই। মই থকা ঘৰটোৰ ডাঙৰ।"

যোগমায়াই সোধে, "এইজনীক কাৰ লগত থৈ যাম?"

"তায়ো বলক দুমাহমানৰ ছুটী লৈ!"

ৰাধা যাবলৈ সাজু নহ'ল। তাই ঘৰতে থাকিব। কোন দিনা ৰাতি খিৰিকিত টুক-টুক কৰি সৰু-সৰু মাতেৰে অতুলে ৰাধা-ৰাধা বুলি মাতে ঠিক নাই, তাই সদায় ঘৰতে থাকিব লাগিব। স্কুললৈ বা কৰবালৈ গ'লেও দধিকায়ে খবৰ দিলেগৈয়ে তাই দৌৰি আহিব পাৰিব লাগিব।

এদিন,—এসময়ত এইখন হাইস্কুলতে পঢ়া, অতুলৰ প্ৰিয় ছাত্ৰ খগেনে স্কুলত কেশৱ দাসক খবৰ দিলে—কলিকতাত কোনোবাই অতুলক মাৰিলে। হত্যা কৰিলে।

অৰুণ চন্দন নগৰৰ পৰা উভতি অহাদি আহিল কলিকতালৈ। চৰকাৰৰ ঘৰত সংঘৰ্ষত মৰা মানুহৰ তালিকা আৰু ফটো পাত-পাতকৈ

বিচাৰি এদিন সি খবৰ পালে,—মিৰ্জাপুৰ ষ্ট্ৰীটৰ এখন দোকানতে উঠি যোৱা খটখটিত মুৰ থৈ অতুল শুই আছিল। লংপেণ্ট, হাৰ্ট, কাৰ্ড এটা যোনা। অকণে তাৰ মুখত ভাটি যিমান দীঘল দেখিছিল, সিমান দীঘলেই আছে।

অতুলে কৈছিল,—কেতিয়া তোমাৰ লগত মোৰ বিয়া হ'ব ক'ব নোৱাৰোঁ। কিন্তু এদিন হ'বই। কালি তোমাক তেনেকৈ লগ পাই যোৱাৰ পাছত মোৰ মন গ'ল—তোমাৰ লগত বিয়াখন হে নোহোৱা মানুহৰ নিচিনাকৈ এটা ৰাতি কটাই যাওঁ।—

তেনেকৈ তাক এটা ৰাতি কটাবলৈ দিয়া হ'লে। বাধাই বাৰে-বাৰে,—অলপ সুস্থিৰভাৱে কথাবোৰ ভাবিব পৰা অৱস্থাত আছিলেই,—সেই কথাটোকে ভাবিলে। তেনেকৈ সিহঁতে এটা ৰাতি কটোৱা হ'লে—আজি তাই ইমান নিঃস্ব, ইমান নিঃসংগ নহ'লহেঁতেন নে কি? কিজানি,—কিজানি—তাই বৰ আশাৰে জীয়াই থাকিব পাৰিলেহেঁতেন,—অকণ আৰু তাইক লৈ তাইৰ মাক যেনেকৈ জীয়াই আছে। এই নিঃস্বতা, এই শূন্যতাতকৈ এটা অপবাদই ভাল আছিল নে কি? আৰু অতুলৰ চিনতে অপবাদ,—সেই অপবাদ সহ্য কৰিবলৈও কিমান ভাল লাগিলহেঁতেন!

অকণে এদিন যোগমায়াক ক'লে, "ইয়াত এনেকৈ থাকিলে তাইবো বেয়া লাগি থাকিব, তোবো বেয়া লাগি থাকিব। ব'ল মোৰ লগতে। তাইক তয়ে বুজাই ক'গে।"

যোগমায়াই খুঁটা এটাৰ গুৰিত, মাটিতে বহি আছিল। অকণৰ কথা শেষ হোৱাৰ পাছত তাই খুঁটাটোত ধৰি, দোপ এটা মাৰি থিয় হ'ল। মাটিত বহাৰ পৰা এৰেকোৱেই উঠিবলৈ আজিকালি তাইৰ অলপ অসুবিধা হয়। আঁঠু আৰু কঁকালত জোৰ এটা পৰা যেন লাগে।

বাধাই এবাৰ ঠিক কৰিলে—এইটো কোঠালিতে, এইখন বিছনাতে অতুলে এদিন তাইৰ গাৰ ওপৰত হাত এখন থৈ কেইঘণ্টামান শুইছিল। তাইক মৰম কৰিছিল। এইটো ঘৰতে বহি সি বহুদিন তাইৰ লগত কথা পাতিছিল। সৌখিন স্কুলত সি চাকৰি কৰিছিল। তাই ইয়াতে থাকিব। এইবিলাক কথাকে বধি থাকিব। কিন্তু—। নহয় নহয়, বৰ কষ্ট হ'ব। কেতিয়াবা এই কষ্ট তাই সহ্য কৰিব নোৱৰা হৈ যাব। আৰু—তাই ইয়াতে থাকিলে অতুলৰ অপমান হ'ব। তাইৰ জীৱনটোৰ লগে-লগে মানুহবোৰে অতুলকো টনা-আঁজোৰা কৰিব। কি ঠিক, হয়তো ঘনশ্যাম চৌধুৰীকো!

বাধাই পাছৰ বাৰ ঠিক কৰিলে—তাই যাবগৈ।

যিদিনা অৰুণহঁত ৰেলত উঠিব, তাৰ আগদিনা অৰুণে কেশৱ দাস্তক অকলে লগ ধৰি ক'লে,—"মাইনৰ স্কুলৰ ছাইনবৰ্ডখন সোনকালে আঁতৰাই পেলাব। পাৰ্কৰ ছাইনবৰ্ডখন পুৰণি হৈছে। অ'ত-ত'ত ফুটিছে, মামৰে খাইছে। সেইখন খহি যাবলৈ দিব। সেই নামৰ ছাইনবৰ্ড তাত আৰু নলগাব। মোৰ কথাটো ৰাখিব।"

০ ০ ০

বহুদিনৰ আগতে এই ঠাইডোখৰত এখন হাবি আছিল। ৰেল বিভাগত আজীৱন চাকৰি কৰা এজন মানুহৰ হাতেলিখা আত্মজীৱনীৰ পৰা জনা যায়—হিউবাৰ্ট নামৰ ইঞ্জিনিয়াৰ এজনে ইয়াত এডাল প্ৰকাণ্ড অজগৰ সাপ গুলী কৰি মাৰিছিল আৰু সাপডালৰ ছালখন বাৰ্মিংহামত থকা তেওঁৰ মাক-দেউতাকলৈ পঠিয়াই দিছিল।

এতিয়া এই ঠাইডোখৰত বহু ঘৰ, বহু মানুহ আছে। তাহানিয়েই কোনোবা স্কুল মাষ্টৰৰ পৰা কিনি লোৱা মাটিত ডি, এম, ছি কম্পেনিয়ে সজোৱা তিনিটা পাঁচ মহলীয়া ঘৰত ত্ৰিছটামান পৰিয়াল থাকে। শিৱ মন্দিৰটোৰ লগতে হোটেল অৰিয়েণ্ট নামৰ যিখন হোটেল আছে, সেই হোটেলৰ মালিকৰ বাপেকৰ এসময়ত সেইখিনিতে এটা গুদামঘৰ আছিল। বিক্ৰিউজি মাৰ্কেটখনৰ এটা চুকত যে ছেভ্ৰলেট গাড়ী এখনৰ জঁকা এটা পৰি আছে, সেই গাড়ীৰ মালিকেই এসময়ত মাৰ্কেটখনৰ মাজত থকা জৰাজীৰ্ণ ঘৰটোত বাস কৰিছিল। এতিয়া য'ত লোকবন্ধু কলেজ হৈছে, তাত আগতে এখন পাৰ্ক আছিল। কলেজখনৰ গৱৰ্নিং ব'ডিৰ প্ৰেছিডেণ্ট-জনৰ দেউতাকৰ গেলামালৰ দোকান আছিল। দ্বিতীয় মহাযুদ্ধৰ সময়ত সেই মানুহজনে বহুত টকা কৰিলে বুলি শুনা যায়। গেলামালৰ দোকান থকা ঠাইতে তেওঁলোকে ভাৰাঘৰ সজাই এতিয়া সাতখন দোকান বহুৱাইছে। এখন দোকানেই মাহে বাৰ শ কৈ টকা ভাৰা দিব লাগে। ৰেলৰ ৰাস্তাটোৰ পাৰে-পাৰে থকা ঘৰবিলাকৰ পৰা পুলিছে কেতিয়াবা মাইকী মানুহ দুজনীমানক গ্ৰেপ্তাৰ কৰি লৈ যায়; কেতিয়াবা ছিভিল ড্ৰেছত থকা দুই-এক চিপাহী ৰাতি তাতে থাকিও যায়। এই চুবুৰিৰ স্কুটাৰ-খিনি ভাল কৰিবলৈকে যে দুটা স্কুটাৰ-গেৰেজ বহিছে, সেই মাটিৰ মালিক হৰিশংকৰৰ নাতিয়েকে এতিয়া ক্ৰিকেট প্ৰডিউছ কৰে।

ডেজলিং হোৱাইট নামৰ লণ্ড্ৰিখন আৰু ইউনাইটেড বেংক থকা

বিল্ডিংটোৰ কাষেদি সোমাই গ'লে, ভিনাছ বিউটি পাৰ্লাৰৰ পিছফালে মিটো পুৰণি আহোম টাইপৰ ঘৰ দেখা যায়, সেইটো ভাৰতৰ স্বাধীনতাৰ পাছত পতা বিফিউজি কেম্পৰে এটা অংগ আছিল। ঘৰটোৰ আগফালৰ বাৰান্দাখনত এটা টুপ; তাৰ তলৰ কাঠত চাল্লি ধৰি থকা ম'ৰা চৰাই —এসময়ত কোচবিহাৰৰ মিস্ত্ৰিয়ে নিমজকৈ, কাৰুকাৰ্য্য খটুৱাই কাটি উলিয়াইছিল। ঘৰটোত থাকিবলৈ লোৱা বিফ্রিউজিসকল এসময়ত দিহিঙে-দিপাঙে গ'ল। এতিয়া এটা ভাগত ধূপ বেচা আৰু বিস্কুট ফেক্টৰিত কাম কৰা মানুহ কেইটামান থাকে। ইটো ভাগত লোকবন্ধু কলেজৰ গৱৰ্নিংবডিৰ প্ৰেছিডেন্টজনে কিছুমান বস্তু-বাহানি সুমুৱাই থৈছে। তেখেতে ধূপ বেচা আৰু বিস্কুট ফেক্টৰিত কাম কৰা মানুহ-কেইটাক ঘৰটো এৰি দিবলৈ কৈ আছে। তেওঁ এইখিনি ঠাইত তাওৰ কিবা এটা সজোৱাৰ প্লেন কৰি থৈছে। প্লেন কৰাৰ আগতে তেওঁ বহুত দিন বাট চাইছিল,—ঘৰটোৰ কোনোবা ওৱাৰিছ কেভিয়াবা আহে নে কি! নাহিল তেওঁৰ ফালৰ পৰা খবৰ-খাতি কৰাৰো উপায় নাছিল। তেওঁৰ হাতত কাৰো নাম-ঠিকনা নাছিল।

---